# অমৃত কুম্ভৰ সন্ধানত

মূল ৰচনা
কালকূট

অনুবাদ
খগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা

লয়াৰ্ছ বুক ষ্টল
পানবজাৰ : গুৱাহাটী

। প্ৰকাশক ।

শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা

লয়াৰ্চ বুক ষ্টল

পানবজাৰ : গুৱাহাটী

। প্ৰথম প্ৰকাশ ।

মে' ১৯৭৭

অক্টোবৰ : ১৯৮৮

। বেটুপাত আঁকিছে ।

পূৰ্ণেন্দু পত্ৰী

। ছপাইছে ।

শ্ৰীমানিকলাল ভট্টাচাৰ্য্য

গৌৰী প্ৰেছ

২/এ কেদাৰ দত্ত লেন

কলিকতা-৬

মূল্য । পঁয়ত্ৰিশ টকা মাথোন ।

## ॥ বিচিত্ৰ ॥

বহু বিচিত্ৰৰ মাজত মানুহতকৈ বিচিত্ৰতো আন একো দেখা নাই। সেই বিচিত্ৰৰ মাজতেই মোৰ অপৰূপৰ দৰ্শন ঘটিছে। ভাবিছিলোঁ, এদিনাখন মানুহক এৰি, আন কোনো ঠাইত মোৰ সেই অপৰূপক দেখা পাম।

সকলো মানুহে একেজন নহয়। তাৰ মাজত আৰু এজন আছে। এজনে, যিজনে জীয়াই থকাৰ কাৰণে কাম কৰে, দিনে নিশাই অৰ্থৰ কাৰণে ঘূৰি-ফুৰে. যিজন আহাৰ মৈথুন সন্তান পালনৰ মহৎ কৰ্ত্তব্যত সকলো সময়তে ব্যস্ত, এই জটিল সংসাৰত যিজনৰ বহু সংশয়, ভয় প্ৰতি পদে পদে। অবিশ্বাস, সন্দেহ, বিবাদ, এইবোৰ লৈ যি মানুহ তাৰ মাজতে আৰু এজন আছে- যিজন কবি, সাহিত্যিক, পাঠক, শিল্পী গায়ক, ভাবুক। এক কথাত যিজন ৰসপিপাসু। হয়তো তেওঁ নিলিখে, লেখা পঢ়ি হাঁহে, কান্দে, মুগ্ধ হয় … গায়ক নহয়, গান শুনি সুৰৰ মাজত হেৰাই যায়। মানুহৰ এই অনুভূতিৰ তীব্ৰক্ষণত, তেওঁ বৰ অকলশৰীয়া। এই একাকীত্বৰ বেদনা যিমান গম্ভীৰ, আনন্দ তেনেকুৱা তীব্ৰ।

আৰু নিজৰ অজানিতেহে, মানুহৰ এই একাকীত্বৰ কৰুণ মুহূৰ্ত্তৰ তেওঁৰ গৃহী মন হেৰাই যায়, মানুহৰ হাটৰ মাজত। তেতিয়া তেওঁ ঘৰৰ নহয়, আনৰ। তেতিয়া তেওঁ অকলশৰীয়া। হয়তো মনৰ কোনো অলৌকিক তুলনা নাই। আমাৰ জীৱনধাৰণৰ ক্ষেত্ৰত এই একাকীত্ব কৰ্মহীন সময়ৰ খেলা হৈ পৰে। এই অনুভূতিয়ে যেতিয়া কোনো মুহূৰ্ত্তত মনৰ দুৱাৰ খোলে, প্ৰবাহিত হয় তেজৰ কোঁহে কোঁহে, বিয়পি পৰে শৰীৰত, তেতিয়া আমি সেই মুকলি মনটো লৈ মেলালৈ যাওঁ। বাট-পথে ওলাই যাওঁ। দহজনৰ ভিৰৰ মাজত, সকলো ভয় লৈ কেতিয়াবা উভতি আহোঁ। কেতিয়াবা প্ৰকৃত সাহস বান্ধি আগবাঢ়ি যাওঁ।

যেতিয়াই কোনো শব্দহীন নীৰৱ মুহূৰ্ত্তত, বিস্ময়, বেদনাত লক্ষ্য কৰিছোঁ, এক প্ৰসন্নময়ৰ আবিৰ্ভাৱ চকুৰ সন্মুখত ঘটিছে, তেতিয়াই আচৰিত হৈ চাই

দেখিছো, তেওঁ আন কোনো নহয়—মানুহ। তেওঁক উপেক্ষা কৰি মোৰ কোনো অপৰূপৰ দৰ্শন নঘটিল। সেই কাৰণেই মোৰ সকলো নমস্কাৰ নৈ বাৰে বাৰে তেওঁৰ দুৱাৰলৈকে উভতি আহিছো।

যি প্ৰসঙ্গ লৈ এই কথা উঠিল, সেই কথাই কওঁ। এই কিতাপখনৰ সংস্কৰণৰ আগতে বহু মানুহৰপৰা বহু চিঠি পাইছিলো। জনে জনে উত্তৰ দিয়া সম্ভৱ হোৱা নাছিল। আজিও ঠিক তেনেভাৱে উত্তৰ দিব পৰা নাই। সকলো মিলি কিছু কথা মনত জমা হৈছে। সেইখিনি নিলিখি নোৱাৰিলো।

যিমান বিচিত্ৰ মানুহ, সিমান বিচিত্ৰ চিঠি। এই দেশত মহৎ মানুহৰ পত্ৰগুচ্ছ ছপা কৰা হয়। মই পোৱা পত্ৰগুচ্ছ তাতকৈ কম মহৎ নহয়। এই পত্ৰগুচ্ছই এক বিচিত্ৰ দুৱাৰ মোৰ সন্মুখত খুলি দিছে। সকলো চিঠিতে নিৰঙ্কুশ প্ৰশংসা, বিস্ময়, অভিনন্দন নাই। বহু কৌতূহল, প্ৰশ্ন, সংশয়ও আছে। আনকি চয়ৰ প্ৰতিচ্ছাপো আছে।

এজনে বহু কথাৰ পিছত লিখিছে, মই বৃদ্ধ আৰু অন্ধ। চকুৰে দেখা নাপাওঁ। মোৰ ভতিজাই কিতাপখন পঢ়ি শুনাইছে। তেওঁৰ হতুৱাই চিঠিখন লিখাইছো।

চিঠিখন নিদিয়াকৈ থাকিব নোৱাৰিলো। মোৰ সকলো অহংকাৰ আঁতৰ হৈ গৈছে।

চিঠিখন পঢ়ি বুজিছো, যিয়ে নহওক, তেওঁ মোতকৈ দৃষ্টিশক্তি থকা।

বহুতেই সুধিছিল, যিসকলক মেলাত লগ পাইছিলো, উভতি আহি তেওঁলোকক দেখা পাইছো নে নাই। পাইছো। সকমতো আজি শূন্য। আমি সকলোৱে উভতি আহিছো। আমি যে জনপদৰেই অধিবাসী। আমি সকলোৱেতো হেৰাবৰপৰাই গৈছিলো। উভতি আহিছো, দেখা পাইছো, মাত্ৰ চিনিব পৰা নাই। সেই মহামেলাত দেখা পোৱা, আৰু ইয়াতে দেখা পোৱা, দুয়োটাৰ মাজত পাৰ্থক্য বহুতো।

কোনো কোনোৱে চিঠিত আকৌ এটি নৈতিক প্ৰশ্নৰ সন্মুখীন হব লগা হৈছিল। হবই। সেই কাৰণেই মানুহ বৰ বিচিত্ৰ। চিঠিৰ লেখক-লেখিকাৰ অধিকাৰ সম্পৰ্কে মই প্ৰশ্ন তুলিব নোৱাৰো। কিন্তু সকলো কথাৰে উত্তৰ দিব পৰা নাযায়। সকলো মানুহেই জানে।

যি শিকিছো, তাক বেছি লিখাৰ এই মুহূৰ্তত একো নাই। কৈছো, তাৰা বৈৰণী নহয়। যদি কোনোবাই সেয়া ভাৱে, সেই নৈতিক দায়িত্ব মোৰেই। তেওঁক মই বাহিৰত প্ৰকাশ কৰিছো।

এবাৰ সুদূৰ উত্তৰ-পশ্চিম প্ৰদেশৰপৰা এখন মেইল গাড়ীত উঠিছিলো। সেই ডবাত তিনিটি পৰিয়াল। মই এটি পৰিয়ালৰ বন্ধু হিচাবে আহিছিলো। আন এটি পৰিয়ালৰ মাজত আছিল এহাল স্বামী-স্ত্ৰী।

মানুহজনী ৰূপহী নহয়। কিন্তু সকলো মিলি মহিলাগৰাকীৰ এক অদ্ভুত আকৰ্ষণ আছিল। তেওঁৰ ডাঙৰ ডাঙৰ চকুৰ চাৱনি যেনেদৰে মায়াময় তেনেদৰেই তাত এক বিচিত্ৰ হাঁহি বিৰাজ কৰিছিল। তেওঁৰ স্থূল বিষণ্ণতাৰ মাজত এক অদ্ভুত হাঁহিৰ চমক আছিল। গিৰিয়েকক কিন্তু নিৰীহ যেন ভাব হৈছিল। খিৰিকীয়েদি এবাৰ চাহ, এবাৰ পানী আনি আনি দি আছে। কেতিয়াবা এজনক বহিবলৈ বা আন এজনক শুবৰ বাবে ঠাই ঠিক কৰি দিছে। কিন্তু ইয়াৰ মাজতেই সকলো মিলি কেনেকুৱা যেন নিৰাসক্ত যেন বোধ হৈছিল।

বহু পিছত এটি কথা চকুত পৰিল। মই যিটো পৰিয়ালৰ লগত আহিছিলো, লগত এজন যুৱকও আছিল। তেওঁ জোৱায়েক। যুৱতী শাহুৰ তত্বাৱধানত তেওঁলোক কলিকতালৈ উঠতি আহিছিল। এই যুৱকৰ লগত দেখিলো, সিটো পৰিয়ালৰ গাভৰু পত্নীৰ কেতিয়াবা বন্ধুত্ব হৈ গৈছে।

কেনেভাৱে, কেতিয়া এই বন্ধুত্ব হৈছিল, এই খবৰ কোনোৱে ৰখা নাছিল। বোধহয় তেওঁলোক দুজনেও ৰখা নাছিল। যেতিয়া চকুত পৰিল, তেতিয়া দেখিলো, ভদ্ৰমহিলাৰ ওঠৰ চমক, চকুৰ চিকিমিকি, কেতিয়া আৰু অন্য এক ভাবৰ দুৱাৰ খুলি দিছে। এনেকুৱা দুজনৰ বন্ধুত্ব হলে যিটো সাধাৰণতে ঘটে। ভদ্ৰমহিলা সুন্দৰী নহয়। সেই কাৰণে আবেগৰ লগত কিছু ভাবপ্ৰৱণতাৰ লক্ষণ দেখিছিলো।

শাহুৱেকৰ চকুতো যে পৰা নাছিল তেনে নহয়। তথাপিও, নিজৰ ছোৱালীৰ ৰূপ, গুণ সম্পৰ্কে আস্থা ইমান আছিল যে, জোৱাইৰ কাৰণে কোনো ভয় নাছিল। তথাপিও মানুহৰহে মন। চকুৰ মণি চকুৰ কোণৰ-পৰা তেওঁলোকৰ মাজলৈ পুনৰ নগ'ল।

স্বামী ভদ্রলোকৰ ঘটনাটো ঠিক বুজিব পৰা নাছিলো।' আমাৰ মনত খিয়ে থাকক, সকলোখিনিয়ে খুব সহজ চকুৰে চাবলৈ চেষ্টা কৰিছিলো'। স্বামীও বোধহয় সেয়াই। কাৰণ, তেওঁ যে সকলোতকৈ সহজ। তাৰ মাজতে মৈথিলীয়েকৰ লগত দুই-এটা কথাও কৈছে। আমাৰ জোৱাইৰ লগতো যে কথা কোৱা নাছিল এনে নহয়। কেতিয়াবা বাহিৰলৈ চাইছে, কাগজ পঢ়িছে, চাহ খাইছে।

কৰবলৈ গলে জোৱাই মোৰো জোৱাই। কথাও পাতিছিলো বহুতো। এতিয়া চকুৱে চকুৱে পৰিলে লগে লগেই চকু আঁতৰাই নিয়ে। সেই বেচাৰীবোৱে অস্বস্তি নাছিল, এনে নহয়। তেওঁ মানুহহে। ভদ্ৰমহিলাৰ চকু দুটিও কম নহয়। তাৰ উপৰি তেওঁৰ চকুৰ বিষন্ন ছায়াৰ কোনত যে সামান্য অলপ ৰ'দৰ জিলিকনি আছিল, এতিয়া সেই দুটি চকুৰেই তৃতীয়াৰ জোনৰ দৰে বকিম আৰু ৰহস্যময় হৈ উঠিছিল।

বাতি খোৱা, শোৱা ইত্যাদিৰ কাৰণে সকলোৱে বহাৰপৰা উঠি ইফালে-সিফালে কৰিবলগীয়া হৈছিল। তাৰ মাজতে এবাৰ ভদ্ৰমহিলাই কোৱা শুনিলো, আপোনাৰ ঘৰৰ মানুহজনী বোধহয় ৰূপৱতী আৰু গুণী?
জোৱাইয়ে উত্তৰত ক'লে, 'সেয়া নিজে গৈ চাই আহিব লাগিব।'

ভদ্ৰমহিলা: 'মই? কিয়, আপোনাৰ মুখ দেখিয়েইতো বুজিব পাৰিছো।'
জোৱাই: 'মুখ দেখিলেই বোধহয় সকলো কথা বুজিব পাৰি?'
ভদ্ৰমহিলা: 'নোৱাৰি জানো?'
কৈ পৰস্পৰে পৰস্পৰক কিছু সময় চাই থাকিল।
তাৰ পিচত বাতি হৈছে। কিমান বাতি কোনে জানে। কোনোদিনাখনে সহজতে গাড়ীত শুব পৰা নাছিলো। ভদ্ৰমহিলা শাহুৱেকৰ কাষত আধাশোৱা অৱস্থাত আছে। জোৱাইও মোৰ মুখৰ কাষত হাতত মুখ থৈ আনখন বেঞ্চিত আধাশোৱা অৱস্থাত। তেওঁৰ কাষত ভদ্ৰমহিলাৰ স্বামী।

শুনিলো ভদ্ৰমহিলাই কৈছে, 'মনত আছেনে নাই?'
জোৱাইয়ে ক'লে, 'নোটবুকত লিখি ৰাখিছো।'
: যদি একেবাৰেই মনত নেথাকে সেই ভয়ত? ভদ্ৰমহিলাৰ অস্ফুট হাঁহিৰ শব্দ।

জোৰাই : মনত থাকিব। তথাপিও লিখি থোৱা উচিত।

ভদ্ৰমহিলা : তথাপিও কাগজত। আকৌ সেই হাঁহি।

কিছুসময় নীৰৱতা। আকৌ ভদ্ৰমহিলাই ক'লে, 'আহিবতো সঁচাকৈয়ে ?'

: নিশ্চয় আহিম।

: মিছা কোৱা নাইতো ?

ভদ্ৰমহিলাৰ মাতত কি আছিল নেজানো। ভাব হৈছিল যেন যুগ-যুগান্তৰ ধৰি তেওঁ যেন মিছা কথাই শুনি আহিছে। জোৰাইয়ে ক'লে, 'অকণো মিছা নকও।'

তাৰ পিচত মনে মনে থাকিল। মাত্ৰ গাড়ীৰ চকাৰ শব্দ। তেওঁলোকৰ নিস্তব্ধতা দেখি চক মেলি চালো।

আচৰিত। দেখিলো, জোৰাই আনফালে মুখ ঘূৰাই লৈ চিন্তিতভাৱে আছে। ভদ্ৰমহিলাই জোৰাইৰ ফালে বিষণ্ণ হাঁহিৰে চাই আছে। মোৰ চকুৰ ভুল নে নাই নাজানো, ভাব হ'ল ভদ্ৰমহিলাৰ চকু দুটি যেন সেমেকি উঠিছিল।

তাৰ পিচত গাওৱা ষ্টেচন। স্বামী-স্ত্ৰী গাড়ীৰপৰা নামিল। তেওঁলোকক আগবঢ়াই নিবলৈ মানুহ আহিছিল। জোৰাই আৰু মই দুয়ো মালপত্ৰ নমোৱাত ব্যস্ত। শাহুৰ ধমকনিত জোৰাই অলপ বেছি ব্যস্ত।

মালপত্ৰ নমোৱা হ'ল। সেই ভদ্ৰমহিলা আৰু তেওঁৰ গিৰিয়েক তেতিয়াও ঠিয় হৈ আছে। ভদ্ৰমহিলা জোৰাইৰ ফালে আগুৱাই আহিল। তেতিয়াও সুধিলে 'হ'লনে ?'

জোৰাই চমকি উঠিল। তাৰ পিচত ভদ্ৰমহিলাক দেখা পাই লজ্জিতভাৱে ক'লে, 'ওঁ হৈছে।'

ভদ্ৰমহিলাই ক'লে, 'তেনেহলে যাওঁ।'

এই মুহূৰ্তত জোৰাইক এবাৰ বিষণ্ণ আৰু আচৰিত হোৱা দেখা পালো। যেন এতিয়াহে তেওঁ বুজিব পাৰিছে যে এই ছোৱালীজনীৰ লগত তেওঁৰ এক বিচিত্ৰ ভাবৰ বন্ধন হৈছে। তেওঁ মুখৰ ফালে চাই হাঁহি এটি মাৰি ক'লে, 'ভাল থাক।'

ভত্ৰৰহিলাই আমাৰ ফালে চাই এবাৰ হাহি নমস্কাৰ কৰিলে। [illegible] পিৰিয়েকেও। জোৰাইক ক'লে, 'আহিব নিশ্চয়।'

শেষ। তথাপিও শেষ নহয়। মাত্ৰ ভাবিছিলো, ইয়াক কি বুলি কম? কেতিয়া ইয়াৰ আৰম্ভণী আৰু কেতিয়া শেষ, কোনোৱে নেজানে। অনুসন্ধানত ধৰা পৰিব পাৰে।

কিন্তু এই ঘটনাটোতো কোৱাৰ একো নাই।

বেচ কিছুদিন পিচত, জোৰাইক গলি এটাৰ সন্মুখত দেখা পাই থমকি ৰলো।

গলিতো দেখি সেই ঠিকনাটো মনত পৰিল। মনত পৰিল সেই ছোৱালী জনীৰ মুখখন। যিজনী পৰস্ত্ৰীয়ে ঠিকনা দি জোৰাইক আহিবলৈ কৈছিল। গলিতো দেখুৱাই জোৰাইক সুধিলো, 'এই পাৰালৈ গৈছিলা বোধহয়।'

জোৰাই আচৰিত। ক'লে, 'নাই। কিয়? তোমাৰ ঘৰ এই পাৰাত জানো?' ক'লো, 'নহয়। মই যাম আন এঠাইলৈ।' সন্দেহেৰেই সুধিলো, 'তেনেহলে তুমি এইফালে কলৈ?'

নিৰ্বিকাৰ সৰল ভাবেৰে জোৰাইয়ে ক'লে, 'আগৰ বাচখন ধৰিব নোৱাৰিলো সেই কাৰণে অলপ আগুৱাই আহি বাচৰ অপেক্ষাত ৰৈ আছোহি।'

তথাপিও জোৰাইৰ চকুৰ ফালে চাই সুধিলো, 'এই পাৰাত তোমাৰ কোনো নাই?'

জোৰাই যেন আকাশৰপৰাহে পৰিল। এবাৰ গলিটোৰ ফালে ভুৰু কোঁচাই চাই ক'লে, 'ক'তা মনততো পৰা নাই।'

মনত থাকিব কিয়? কাগজৰ লেখাতো! হাঁহি বিদায় ললোঁ। হয়তো কোনোবা এদিনাখন তেওঁৰ মনত পৰিব। তথাপিও মোৰেই গোটেই মনটো দুৰন্ত অভিমানত ভৰি উঠিল। মনে মনে ক'লো, মিছলীয়া। তুমি বৰ মিছলীয়া।

কিন্তু তাৰ পিচত। তাৰ পিচত আৰু কি কম।......

সেই কাৰণে সেইবোৰ কথা থাকিল। মই নীৰৱ হোৱাৰ প্ৰয়োজন বহু আগতেই হৈছিল। মনে নীৰৱেই আছিলো। মাজতে বোধ হয় এই

বিচিত্ৰৰ পানচোৰে গোৱাৰ কাৰণে বাকী আছিল। মোক বেছিকৈ কৈ লাভ নাই। সকলো কথা কোৱা আৰু শুনা নাযায়।

মাজে মাজে আলিবাটত, ট্ৰেইনত একশ্ৰেণীৰ ছোৱালীক ভিক্ষা কৰা দেখিলে বুচিৰ সৰনাশীলৈ মনত পৰে। নকুত হাত দিওঁ। মণিবেগৰ কাৰণে দিওঁ নে নাই নেজানো।

লক্ষ্মীদাসীৰ মূল গায়নকো দেখিবলৈ পাওঁ, চিনিব নোৱাৰো। ভাবো, লক্ষ্মীদাসীৰ মন্দিৰৰ ৰাধাৰাণীয়ে আকৌ তেনেভাবে হাহে নে নাই ?

যিজনক দেখা নেপাওঁ চিনিবও নোৱাৰো, সেয়াতো মোৰ ভিতৰৰ অন্ধকাৰতেই ঢাক খাই আছে। সেই অন্ধকাৰত কোনোবাদিনাথন পোহৰ পৰিব নে নাই নেজানো।

॥ কালকূট ॥

কিছুমান গ্ৰন্থ আছে যাৰ বিষয়বস্তু আৰু বক্তব্যৰ সাৰ্বজনীন আবেদনে দেশ, কাল, পাত্ৰ নিৰ্বিশেষে সকলোকে আকৰ্ষণ কৰে। ধৰ্ম, সংস্কাৰ আৰু অন্ধ বিশ্বাসৰ ত্ৰিবেণী সঙ্গমৰে বিধৌত প্ৰয়াগৰ ইতিহাস খ্যাত 'কুম্ভ মেলা'। মোৰ ধাৰণা, বহু বিচিত্ৰ আচাৰ-বিচাৰ, নীতি-নিয়ম, বিশ্বাস আৰু সংস্কাৰৰ বহুধা ধাৰাত বিভক্ত ভাৰতৰ প্ৰতি দিশৰপৰা আহি আহি গোট খোৱা মানুহৰ এই মেলাৰ পটভূমিত ভাৰতীয় সাহিত্যত আন কোনোৱে আৰু একো লিখা নাই। সেই দিশৰপৰা কালকূটৰ 'অমৃত কুম্ভৰ সন্ধান'ৰ এক স্বকীয়া মূল্য আছে। আজি নিঃসঙ্কোচে প্ৰকাশ কৰিব পাৰি যে ছদ্ম নামধাৰী এই গ্ৰন্থৰ লেখক কালকূট সাম্প্ৰতিক বঙলা সাহিত্যৰ বিতৰ্কমূলক লেখক সমৰেশ বসু। শ্ৰীবসুৰ স্বকীয় দৃষ্টিভঙ্গীৰ কথা কিতাপৰ আৰম্ভণিতে তেওঁ নিজেই কৈছে।

অনুবাদৰ কষ্ট আৰু সীমাবদ্ধতা সম্পৰ্কে সচেতন হৈও মই ক'ব খুজিছো, মূল গ্ৰন্থৰ ভাষা আৰু প্ৰকাশভঙ্গীত এনে এক স্বকীয়া বৈশিষ্ট্য আছিল যে সেইটো হুবহু-অনুবাদত ধৰি ৰখাটো সম্ভৱ হোৱা নাই। তথাপিও অসমৰ পঢ়ুৱৈ বাইজে আমাৰ লগতে এই বিৰাট মেলাৰ বিচিত্ৰ মানুহৰ হাহি-কান্দোন, খং-অভিমান, লোভ-মোহ, হিংসা-দ্বেষ আৰু মানুহৰ সঁচা পৰিচয়ৰ মূল সুৰটি অনুধাবন কৰিব পাৰিলেই মোৰ শ্ৰম সাৰ্থক হ'ব।

খ. নাঃ দঃ বঃ

বহু আশা লৈ যিসকল গৈছিল
আৰু কোনো আশা লৈ কোনোদিনাখনে উভতি নাহে
তেওঁলোকৰ বাবে

॥ কালকূট ॥

মাজে মাজে মনটোত এনে ভাব খেলি যায়, মন যেন এক যন্ত্র বিশেষ। বছৰে বছৰে ঋতু সলনি হয়, লগে লগে এই পৃথিৱীৰ ৰূপো সলনি হয়। কিমান যে তাৰ ৰূপ! কেতিয়াবা দেখিবলৈ পাওঁ পানী-বিহীন শুকান পথাৰ, হাজাৰ হাজাৰ ফাট। তেনেকুৱা পথাৰৰ ওপৰেদি সোঁ-সোঁকৈ বতাহ বলি থকা—ভাব হয় যেন ৰিক্ত পৃথিবীয়ে নিঃশব্দ কান্দোনেৰে গুমৰি উঠিছে। গছত পাত নাই, বিহঙ্গকুলৰ নাই কলৰৱ।

আকৌ দেখো, কোনো অদৃশ্য ঠাইৰ পৰা সহস্র ধাৰাৰে বৈ আহিছে বানপানী, আকাশত মেঘৰ নানান খেল। পথাৰ পানীৰে পৰিপূৰ্ণ। সেউজীয়া শস্যৰে ভৰি উঠিছে তাৰ বুকু। পথাৰ গৰ্ভৱতী হৈ হঠাতে যেন বতাহৰ সোঁ-সোঁৱনিত হাঁহি হাঁহি কঁপি উঠিছে।

মনৰ ফালে চাই দেখো যে সেয়া শূন্য! মানুহে কয়, মনৰ মানুহ পোৱা নাযায়। সেয়া জানো! মনৰ লগত কেতিয়াও বুজা-পৰা নকৰিলো। শূন্য মন লৈ দিনে নিশাই মই বৈচিত্র্যৰ সন্ধানত ঘূৰি ফুৰিছো! কি বিচাৰিছো, নাজানো, কিন্তু পোৱাৰ কাৰণে বলিয়া হৈ উঠিছো। সেইকাৰণে কোনো কোনোৱে কৈছে, "মিছা এই বিচাৰি ফুৰা মাটিৰ বৃন্দাবনত!" কোনোবাই কৈছে, "এবাৰ নিজকে চিনিব পাৰিলে, অচিনাকিৰ লগত চিনাকি হোৱা যায়।" মনৰ এই বিড়ম্বনাৰ কথা আন এজনে এই বুলি কৈছে—

'যাহা চাই তাহা ভুল কৰে চাই
যাহা পাই তাহা চাই নে।'

বৈচিত্ৰ্যৰ সন্ধান, আমাৰ মনৰেই সন্ধান। মানুহ বিচৰাৰ ছলেৰে আমাৰ মনকেই বিচাৰো। সেই কাৰণে বন্ধুই যেতিয়াই বিদ্ৰূপ কৰি কৈছিল, “কিয় যোৱা কুম্ভ মেলালৈ? ধৰ্ম কৰিবলৈ নেকি?” ধৰ্মৰ নামত যি হিচাবে ধাৰ্মিকক বুজায়, মই তেনেকুৱা নহয়, মই বিধৰ্মীও নহওঁ।

কৈছিলো, “চাবলৈ।”

কি চাবলৈ? লাখ লাখ ধৰ্মান্ধ মানুহক।

ধৰ্মান্ধ! লাখ লাখ মানুহ যদি ধৰ্মান্ধ হয়, তেতিয়া হলে চোৱাই যাওকচোন। মনত পৰিছে এগৰাকী প্ৰৌঢ়া বিধবাৰ কথা। বঙালী বিধবা। কুম্ভমেলাৰ গঙ্গাৰ ওপৰত ভাঁহি থকা এখন সেতুৰ কোণত আহ্নিক শেষ কৰি বহি আছিল। গধূলি হৈছিল। মইও পানীৰ ওচৰলৈ গৈছিলো। মহিলাগৰাকীৰ গাত মোৰ ভৰিখন লাগি গ'ল সঙ্কোচেৰে ক্ষমা খুজি তেওঁলৈ হাতখন আগবঢ়াই দিলো। তেওঁ মোৰ হাতখনত ধৰি সশব্দেৰে হাতখনত চুমা খালে। স্বাভাৱিকতে বহুতো কথা হ'ল। তেওঁ কোৱা কথা অলপ ইয়াতে কম।

"...হসময় কথা কৈ এবাৰ মুহূৰ্তৰ কাৰণে মনে মনে ৰ'ল। মুগ্ধ নয়নেৰে মেলাৰ ফালৈ চাই ৰ'ল। তাৰ পিচত ক'লে, “বাবা, মানুহক লৈয়ে মেলা, মানুহৰ মেলা। যেতিয়া ভাবো, এই লাখ লাখ মানুহৰ মেলাত মইও এজন, তেতিয়া আনন্দত মই চকুৰ পানী ৰাখিব নোৱাৰা হওঁ।”

এতিয়া সেই কথা মনত পৰিছে। “তেতিয়া বন্ধুক কৈছিলো, ধৰ্মান্ধ হয় নে নাজানো, মানুহক কিন্তু চাবলৈ যাওঁ। আমাৰ সকলোৰে হেঁপাহ পূৰণ হ'ব পাৰে। কিন্তু হেঁপাহ নপলাই মানুহ চাই, মানুহ দেখি। মানুহতকৈ এই সংসাৰত আৰু কি থাকিব পাৰে?”

বুজিলো, বন্ধু আনন্দিত হোৱা নাই। মুখত বিদ্ৰূপৰ হাঁহি। তেতিয়াও তেওঁ বহুত তৰ্ক কৰিছিল। এতিয়া সেই তৰ্কৰ কথা তুলি লাভ নাই। তৰ্ক কৰিও লাভ নাই। আমি যি নেদেখো, যি বস্তু পোৱা নাই, সেয়া চোৱাৰ আৰু পোৱাৰ কাৰণে ব্যাকুল হৈ উঠো।

সকলো সময়তেই মানুহৰ লগতে আছো। মানুহৰ কিমান ৰূপ দেখা পাওঁ। কিন্তু যি ঠাইলৈকে যাবলৈ ওলাইছো, সেই ঠাইত আৰু বহুতো মানুহৰ ভিৰ, কিমান ৰূপ! যিজন প্ৰতিবেশীক বছৰৰ পিচত বছৰ দেখা পাইও দেখা নাছিলো, পৰিবেশৰ গুণত মানুহৰ বিচিত্ৰ ৰূপ দেখি আমাৰ মন আপোনপাহৰা হয়। কি কথা! হেজাৰ দিন দেখা পাইও যি মন আপোনপাহৰা হোৱা নাছিল, সেই মনে এদিনতে সকলো পাহৰি যায়। মনক নিচিনো। সেই কাৰণেইতো বাৰে বাৰে ৰূপ দেখা পাওঁ।

'জনম অবধি হাম ৰূপ নেহাৰনু
নয়ন না তিৰপিত ভেল'

নহয়, আৰু পলম কৰা উচিত নহয়। মন উত্ৰাৱল হৈ উঠিছে, এইবাৰ আগবাঢ়ি যাওঁ লাখ লাখ মানুহৰ মাজত মিলি যামগৈ।

খুব কম বস্তু লগত লৈ হাওৰা ষ্টেচনত উপস্থিত হৈ চকু স্থিৰ! তথাপিও কোনোমতে এটা সময়ত গাড়ীত উঠি পৰিছিলো।

লক্ষ কৰা এটা! আঠজনৰ বহা ঠাই। কলিকতাবাসী আৰু উত্তৰপ্ৰদেশৰ ছয়জন পৰিয়াল এটি একালে বহি আছে। মোৰো অলপ ঠাই অধিকাৰ কৰি বহি পৰিলো কেইজনমান ওপৰত আৰু তলতো বহি আছে।

ছজনৰ পৰিয়ালৰ আগভাগ লোৱা এজন ডেকাই তিনিটামান ট্ৰাঙ্ক দুৱাৰৰ মুখত ভেজা দি ৰাখিলে। তাৰ পিচত মোলৈ বীৰত্বপূৰ্ণভাবে অৰ্থপূৰ্ণ দৃষ্টিৰে চাই এটি হাঁহি মাৰিলে। অৰ্থ পৰিষ্কাৰ। হাঁহি উত্তৰ দিয়াৰ বাহিৰে আন উপায় নাছিল।

মোৰ আজানুলম্বিত ক'লা ওভাৰ-কোট আৰু টুপি দেখি তেওঁ ইংৰাজী মিহলি হিন্দীৰে ক'লে, "আপোনাক মিলিটাৰী যেন পাওঁ। দুৱাৰৰ ফালে কটুমটাই চাই থাকিব। তেতিয়া আৰু আন মানুহ ইয়াত উঠিবলৈ সাহস নকৰে।"

তেওঁৰ নিৰ্দেশতে মই হলো একালৰ দ্বাৰৰক্ষী। সন্দেহ মোৰ নিজৰেই আছিল, মোৰ চকুৰ কটুমটনিতে জানো কোনোবাই ভয় খাব?

এয়াতো আমি! কোনোবাই কিবা কৰলৈ আহিলে খঙ উঠে।

অথচ সামান্য সুখৰ কাৰণে আমি কেনেদৰে যে অভিনয় কৰো। নিজৰ লগত নিজেও যে অভিনয় নকৰো, তাৰ কি মানে আছে!

খবৰ লৈ গম পালো যে, চজনীয়া পৰিয়ালৰ ঘৰ আজমগড় জিলাত। ব্যৱসায়ৰ স্থল কলিকতা। গন্তব্যস্থান এলাহাবাদ, কুম্ভমেলা। মই? ময়ো একে পথৰে যাত্ৰী। সহযাত্ৰী এজন পাই তেওঁলোকেও আনন্দিত হ'ল। ডেকা মানুহজনে ওপৰত উঠি নাক বজাবলৈ আৰম্ভ কৰিলে।

বাহিৰলৈ চাই দেখিলো, আমাৰ গাড়ী বঙ্গদেশৰ সীমাৰ' বাহিৰ হৈ গ'ল। বাহিৰত দেখিলো, অন্ধকাৰৰ বুকুত অজস্ৰ লাইটৰ পোহৰ। যন্ত্ৰনগৰী চিত্তৰঞ্জন! বঙ্গদেশৰ সীমা। ভাব হ'ল যেন দেশ এৰি আহিলো। এইবাৰ মহামেলাৰ পথত, লাখ লাখ মানুহৰ মাজত সোমামগৈ। পথত কি আছে কোনে জানে?

মুখ ওভোটাই আনিলো। সমুখত দেখিলো দুখন ক'লা কঙ্কালৰ হাত। চমকি উঠিলো। সকলো নিদ্ৰামগ্ন। মই প্ৰহৰী।

কঙ্কালসাৰ হাত দুখনে অতি কষ্টৰে এটা কমলাটেঙা চেলাব ধৰিছে। গাড়ীত উঠিয়েই দেখিছিলো কম্বলৰ টোপোলা এটি। এইবাৰ সেই টোপোলাৰ মাজত দেখিলো এখন মুখ। গোফ-দাড়ি ভৰ্তি এজন মানুহ। শীৰ্ণ মুখ। চকু দুটি গাঁতলৈ সোমাই গৈছে। অস্বাভাবিক উজ্জ্বল সেই চকুৰ চাৱনি।

সন্দেহ নাই যে সেইজন এজন মানুহ। চকুৱে চকুৱে পৰাত হাঁহি এটি মাৰিলে। কান্ধ জোকাৰি হিন্দীতে ক'লে, "ময়ো যাম।"

মোকেই কৈছে! আচৰিত হৈ সুধিলো, "কলৈ?"

"কুম্ভমেলালৈ। কিয়, মই যাব নোৱাৰো?"

এই সাধাৰণ কথাখিনিতে তেওঁৰ চকুত ব্যগ্ৰতা দেখি মই আৰু আচৰিত হওঁ। কিয় যাব নোৱাৰিব? কিন্তু তেওঁৰ কথা শুনি মোৰ যেন সন্দেহ হ'ল। সুধিলো, "তোমাৰ কিবা অসুখ হৈছে নেকি?"

তেওঁ মোৰ প্ৰশ্নৰ কোনো উত্তৰ নিদিলে। কিছুসময় একেৰাই লোৱা কমলাটেঙা খাবলৈ ধৰিলে। তাৰ পিচত নিজে নিজে কবলৈ ধৰিলে। ঘৰ তেওঁৰ বালিয়া জিলাত। কলিকতাৰ কোনোবা এঠাইত কাম কৰি আছে। লগত আছে ঘৈণীয়েক আৰু ল'ৰা-ছোৱালী। ঘৈণীয়েকেও কাম কৰে। তেওঁৰ চেহেৰা দেখি যেন বয়সৰ ধাৰণাই

কৰিব নোৱাৰি। বয়স মাত্ৰ আঠাইশ। ঘৈণীয়েক বাইশ বছৰীয়া যৌৱনদীপ্তা ছোৱালী। বেচেৰীয়ে তেওঁক খোৱা-বোৱা সকলো দিছিল। তাই যে খুব ভাল ছোৱালী। কিন্তু—।

তেওঁৰ ক্লান্ত চকুত ফুটি উঠিল অসহ্য যন্ত্ৰণা। ক'লে, "আৰু সহ্য নহয় এই বেমাৰৰ কষ্ট. সেই কাৰণেই কুম্ভমেলালৈ আহিছো।"

সুধিলো, "কিয় ?"

এইবাৰ তেওঁৰ আচৰিত হোৱাৰ পৰ্ব। তেওঁৰ সেই বিস্মিত সোমাই যোৱা চকুৰে মোৰ ফালে চাই ক'লে, "কিয়, তুমি নাজানা। তেতিয়া হলে তুমি কিয় আহিছা ? নাজানা, অসুৰৰ চকুত ফাঁকি দি দেৱতাসকলে অমৃতকুম্ভৰ প্ৰযাগ-সঙ্গমত লুকুৱাই ৰাখিছিল ?"

ক'লো, "শুনিছো।"

মিঠা হাঁহি এটি মাৰি ক'লে, "মাত্ৰ শুনা নাই কিয দুনিয়াৰ মানুহ তালৈকে যায় ? কিয় মহাপুৰুষ-সাধুসকলে তালৈ গা ধুবলৈ আহে ? দেখা নাই জানো তেওঁলোকৰ কেনে সুন্দৰ চেহেৰা ! কুম্ভযোগৰ সঙ্গমত স্নান কৰিলে মানুহে শত বছৰ পৰমায়ু পায়, ৰোগমুক্ত হয়। সেইদিনাখনে যে সঙ্গমত অমৃতমন্থন হয। সেইকাৰণেই মইও তালৈকে যাবলৈ আহিছো।"

দেখিলো, কথা কৈ থাকোঁতে তেওঁৰ মুখ উজ্জ্বল হৈ পৰিছে। বোধহয় কিছু পৰিমাণে উত্তেজিতও হৈছে, যেন তেওঁৰ বুকুৰপৰা কিবা এটা বাহিৰ হৈ আহিছে। তেওঁ থৰথৰকৈ মূৰলৈকে কম্বলখন টানি ললে। কম্বলৰ ভিতৰৰপৰা শুনিবলৈ পালো এটি শব্দ, লগে লগে দেহাতী ভাষাত ঈশ্বৰৰ নাম।

সকলোৰে টোপনি। বাহিৰত অন্ধকাৰ। আকাশত অস্পষ্ট নক্ষত্ৰ। গাড়ীখন আন এটা লাইনলৈ গ'লগৈ। কিমান ৰাতি কোনে জানে।

ডেকাজনে এনেয়ে কোৱা নাছিল। মোৰ প্ৰহৰা দিয়া ব্যৰ্থ হোৱা নাছিল। মিলিটাৰীৰ দৰেই বাধা দি আছো, মানুহৰ বাধা।

কিন্তু এই মানুহজন, কম্বলৰ টোপোলাটো—কেনে সুন্দৰ ! মানুহ-জনৰ গাৰপৰা কম্বলখন পৰি গ'ল। বুকুত হাত দি কাহি আছে। কাহৰ ফাকে ফাকে কৈছে ° "উঃ, বৰ তক্‌লিফ, বৰ তক্‌লিফ ! হে ভগবান, এতিয়া নহয়। সেয়া যে এতিয়াও বহু দূৰ।"

কি বহু দৰ! ভয় আৰু আচৰিত হৈ তেওঁৰ অসহ্য যন্ত্ৰণা চাবলৈ ধৰিলো। ক'লো, "কি কৈছা?" ক'লে, "দুৱাৰখন খুলি দিয়া। হে ভগবান! এতিয়াও বহু দূৰ!"

দুৱাৰখন জানো খুলি দিম? বাহিৰত যে প্ৰচণ্ড ঠাণ্ডা!

কাহি কাহি পুনৰ কবলৈ ধৰিলে, "খুলি দিয়া, খুলি দিয়া।"

কথা শেষ নহ'ল। কম্বলৰ ওপৰত কি যেন ছিটিকি পৰিল। তৰল পদাৰ্থ! তেজ! তেজ তেওঁৰ মুখত। ৰাজৰোগ—যক্ষ্মা!

তেওঁ যে অমৃতকুম্ভ সন্ধানৰ যাত্ৰী! তেওঁ যে শত বছৰ পৰমায়ু-সন্ধানী। এই গাড়ী ভুল পথেৰে গৈ আছে নেকি?

আৰু মই! নিজৰ মনৰ ভিতৰতে কিমান কথা কৈছো। অমৃতকুম্ভক হৃদয়ৰ কুম্ভ নাম দি দৌৰি আহিছো। কিন্তু এই মুহূৰ্তত ভাব হ'ল যেন কৰবালৈ পলাওঁ! চকুৰ সন্মুখত জীৱন্ত মৃত্যুৰ বীজাণু কিলবিলাই আছে! পলোৱা, পলোৱা! বৈচিত্ৰ্যৰ সন্ধানী, অমৃতৰ সন্ধানী ভুলকৈ যমৰ দুৱাৰত ভৰি দিছো!

আচৰিত। টোপনিৰ পৰা কোনো নুঠিল। কাহৰ শব্দত কোনোবাই কোনোবাই মুখ ঘূৰাই মাথোন শুলে। মই দুৱাৰ খুলি দিলো। ক'ব পৰা নাছিলো যে ষ্টেচন এটা পাইছিলোহি।

গাৰ্ডৰ ওচৰলৈ গলো। গাৰ্ডে ক'লে, "বিশ মিনিট পলমকৈ গাড়ী আহিছে, তাৰোপৰি এতিয়া ৰাতি বহুত! এই ৰাতিখন কৰই বা কাক। ভাতকৈ আপুনি বেলেগ এটা ডবালৈ যাওকগৈ।" সেয়াই ভাল। সেই ডবাটোত বাদে আন সকলো ডবাতেই আছে অমৃতকুম্ভ! মৃতসঞ্জীৱনী। উভটি আহি দেখো সাংঘাতিক কথা। দুৱাৰত প্ৰহৰী নাই, বিনা বাধাই সকলো ভিতৰলৈ সোমাই গৈছে। প্ৰায় কুৰি-জনমান। অন্ধকূপ হত্যাৰ জীৱন্ত ছবি!

ঠেলা-হেঁচা কৰি কোনোৰকমে মোৰ বস্তুখিনি লৈ নামি আহিলো। আন ডবাৰ কোনোৱে দুৱাৰ নোখোলে। যেন মই এজন দ্বাৰ-প্ৰহৰী পৰিছো বহুতো প্ৰহৰীৰ হাতত। কোনোৱে কথাই নকয়। কিন্তু ৰৈতো থাকিব নোৱাৰো। মনেতো কৈয়ে আছে। "বলা, বলা!"

গাড়ী এৰি দিবৰ হ'ল। ওপৰৰ শ্ৰেণী এটাত উঠিলোগৈ। তীব্ৰৰ দৰে কেইযোৰমান আধা টোপনিৰ চকুৰ বিৰক্তি সন্দেহ-মিশ্ৰিত দৃষ্টি

পৰলহি। কেইগৰাকীমান মহিলা আৰু পুৰুষ। অস্ত্ৰ আছিল। স্পষ্ট ইংৰাজীতে ক'লো, "অলপ বিপদত পৰি উঠিছো। এলাহাবাদলৈকে যাম। সুযোগ পালেই নামি যামগৈ, আপোনালোকক কষ্ট নিদিওঁ।"

চেহেৰা দেখুৱাই সকলো সময়তে বুজোৱা নাযায়। কথা কৈ অনুমান কৰিবলগীয়াত পৰিলো। প্ৰথমতে বিৰক্তি, তাৰ পিচত লাহে লাহে তেওঁলোকৰ চকুৰ দৃষ্টি স্বাভাৱিক হৈ পৰিল। তাৰ পিচত কৌতূহল। তাৰ পিচততো আপাৰ ক্লাছৰ আৰামী গদীৰ সামান্য অলপ ঠাইৰ পিনে আঙুলিয়াই দিয়াৰ কৰুণা।

এই অপ্ৰত্যাশিত কৰুণাৰ মূল্য আছে। কৰুণা কিয়? সভ্যতাই বুলি কওঁ। বুজিলো, ডবাত দুটি পৰিয়াল আছে। এটি পৰিয়াল অন্ধ্ৰৰ, আনটি মধ্যপ্ৰদেশৰ। মোক ঠাই দিলে অন্ধ্ৰৰ এক ভদ্ৰলোকে। এওঁলোক তীৰ্থযাত্ৰী। কলিকতাৰ কালীঘাট দৰ্শন কৰি প্ৰয়াগৰ কুম্ভমেলালৈ আহিছে। আন আন ঠাইত ঘূৰি আহিছে। প্ৰয়াগৰ পৰা দেশলৈ উভটি যাব। বহু কথাই তেওঁলোকৰ লগত হ'ল। ক'লে, "আফছোচ ৰ'ল, কল্যাণী কংগ্ৰেছ চোৱা নহ'ল।"

সেই আফছোচ মোৰো থাকি গ'ল। কিন্তু এটা চাব খুজিলে আন এটা এৰিবই লাগিব, উপায় নাই। ভদ্ৰলোকে হঠাতে মোক প্ৰশ্ন কৰিলে, "আপুনি প্ৰয়াগলৈ কিয় যায়?"

তেওঁলোক তিনিজন ভায়েক-ককায়েক। তিনিওজনেই বেচ ক'লা। মূৰৰ চুলিও ঘন আৰু কেঁকোৰা। লগত ডাঙৰ ককায়েকৰ পৰিবাৰ। আজানুলম্বিত বেণী ছিটৰ ওপৰত ওলমি পৰিছে। দুয়োখন কাণতে সোণৰ বিশেষ অলঙ্কাৰ, নাকৰ দুয়োফালে দুটি নাকফুল। ওৰণি নাই। কিন্তু ইংৰাজী জানে বুলি ভাব হ'ল। তেওঁলোকে তিনিও ভায়েক আৰু বৌয়েকে মোৰ উত্তৰ শুনিবলৈ উদগ্ৰীৱ হৈ ৰ'ল।

লাজ লাগিল। ক'লো, "কিয়, যাব নাপায় নেকি?"

"কিয় নেপায়। কিন্তু ইয়ংমেন সকলেতো এইবোৰত বৰ বেছি এটা—"

ক'লো, "পছন্দ নকৰেতো? ঠিকেই। ময়ো গা ধুবলৈ অহা নাই। চাওক, আমাৰ জীৱন সীমাবদ্ধ। সীমিত জীৱনদৰ্শন লৈ আমি দিনে দিনে পাপ ক্ষয় কৰো। কিন্তু নিজৰ দেশৰ কিমানখিনিয়েবা জানো।

দেখিছোৱে বা কিমান! আমাৰ দেশৰ কোটি কোটি মানুহে যি লৈ জীয়াই থাকে বা মৰে (সেয়া ভাল নে বেয়া নাজানো), তেওঁলোকৰ জাতীয় বিশেষত্ব লৈ যি ঠাইত মিলিত হয়, যি ঠাইত আমাৰ সমগ্ৰ জাতিয়ে হাঁহে, কান্দে, গান গায়, সেয়া ইয়ংমেন হৈ ময়েবা কেনেকৈ অবহেলা কৰো? যদি মোৰ হাঁহি উঠে, তেতিয়াহলে মই হাঁহিম, কান্দিবলগীয়া হলে কান্দিম। যদি মূৰ দোঁ খাই আহে, সেয়া মই মিছা অহঙ্কাৰেৰে জোৰ কৰে দাঙি নধৰো। ইমান ডাঙৰ দেশ, ইমান মানুহ, কিমান তাৰ বৈচিত্ৰ্য! আপোনালোকক চাম বুলিয়েইতো আহিছো। নহাকৈ থাকিব নোৱাৰিলো।"

আকৌ সেই বৈচিত্ৰ্যৰ কথা! বুকুখন খুন্দা মাৰি ধৰিলে। এই একেখন গাড়ীৰ কেইটিমান বগীৰ পিচতে আছে সেই মানুহজন। চকুৰ সন্মুখত ভাঁহি উঠিছে তেওঁৰ সেই যন্ত্ৰণা মিহলি মুখখন। ইমান সময় তেওঁ কি কৰিছে? কেনে বা আছে?

এওঁলোক মোৰ কথা শুনি মুগ্ধ হৈছিল নে নাই নাজানো, কিন্তু বিস্মিত হৈছিল গম পালো। কিন্তু পুনৰ কথা কবলৈ মোৰ ইচ্ছা নাছিল। এওঁলোকৰ বহুতো কৌতূহল হয়তো আছিল, কিন্তু সেই আশা পূৰাব হলে নোৱাৰিলো।

খিৰিকীৰে বাহিৰলৈ চাই দেখো আকাশ বগা হৈ পৰিছে। পূব দিগন্তত ৰঙা আভাস দেখা গৈছে; গাড়ী মোকামাঘাটত ৰ'লহি। প্লেটফৰ্মলৈ নামি আহিলো। জোৰে বতাহ বলি আছে। মোৰ গাত থকা মোটা ওভাৰ-কোটটোও আনকি পাতল কাপোৰ উৰা দি উৰিবলৈ ধৰিলে।

এই সময়ত বিহাৰৰ চেহেৰা সেউজীয়া। দিগন্ত বিয়পি থকা পথাৰত বিহাৰৰ বিশ্ব খেতি চোলা আৰু মটৰ।

গাড়ীৰ পিছফালে ভিৰ দেখি আগুৱাই গলো। আকৌ এবাৰ চমকি উঠিলো! কাপোৰ এখনৰ ওপৰত সেই মানুহজনক শুৱাই থোৱা আছে। অমৃতসন্ধানী! মুখখন মেল খাই আছে। কম্বলেৰে শৰীৰ ঢকা আছে। তেওঁ যেন চকু মুদি শুইহে আছে।

মনত পৰিল তেওঁৰ সেই সক ল'বাৰ দৰে কৰা আব্দাৰৰ সুৰ, "মৰো যাম।" কিয়? "জীয়াই থকাৰ কাৰণে।"

মোৰ যাত্ৰাপথৰ প্ৰথমতেই বিচিত্ৰ এই মৃত্যু দৃশ্য। কোনে জানিছিল, অমৃত সন্ধানীৰ পিচে পিচে মৃত্যুই সুযোগৰ অপেক্ষাত সেই ডবাটোত ৰৈ আছিলহি। বোধহয় সেই কাৰণেই বাৰে বাৰে তেওঁ কৈছিল, "হে ভগবান, এতিয়াও বহুদূৰ।"

কিমান দূৰ ' গাড়ীৰ দুৱাৰে দুৱাৰে কুম্ভযাত্ৰীৰ মৰামৰি, চিঞৰ-বাখৰ। সকলোৱে যোৱাৰ কাৰণে বলিয়া হৈ পৰিছে। তুমি হাৰিলা, তুমি ৰৈ গ'লা। সেয়া যে ইমানদূৰ, মযো জনা নাছিলো। যদি তোমাৰ হৈ মই সঙ্গমত হেজাৰটাও ডুব মাৰো তথাপিও তোমাৰ আশা কোনোদিন পূৰ নহ'ব। তুমি ৰৈ যোৱা, আমাৰ পৰমায়ুলৈ আমি আগবাঢ়ি যাওঁগৈ। এয়াই নিয়ম।

সঁচাকৈয়ে, এই নিয়মেই বিচিত্ৰ।

নহলে জীয়াই থাকিম কেনেকৈ ? মনত পৰিল, এজন আধাবলিয়াৰ মুখত এবাৰ শুনিছিলো, "শুনিছো, পৃথিবীৰ তিনি ভাগ পানী, এভাগ মাটি। পানী আমাৰ দুখ, মাটি ভাগেই আমাৰ সুখ।"

সেই অপাৰ দুখক পাহৰি থকাৰ বাদে উপায় কি ? অলপ সুখৰ মুখ দেখিলেই দুখ পাহৰি যাম।

খৰধৰকৈ সেই আপাৰ ক্লাছৰপৰা মোৰ তালি-টোপোলা লৈ আহিব খুজিলো। অন্ধ্ৰ-পৰিয়ালৰ ডাঙৰ ভায়েক জনে ক'লে, "কলৈ যায়গৈ ?"

ক'লো, "আপোনালোকক বহু কষ্ট দিলো, এইবাৰ নামি যাওঁ।"

"কি, বহক ইয়াতে। ডবা সলাই কি হব ' একেবাৰে এলাহাবাদত গৈ নামিব।"

ভাবিলো, তেওঁ হয়তো নাজানে যে, মোৰ হাতত তৃতীয় শ্ৰেণীৰ টিকিট। ক'লো, "উপায় নাই, থাৰ্ড ক্লাচৰ টিকট।"

কিন্তু ভদ্ৰলোকে একোতেই নামিবলৈ নিদিলে। ভাব হ'ল যেন তেওঁলোকৰ পৰিয়ালৰ সকলোটিয়ে মোক নামিবলৈ দিব বিচৰা নাই। তেওঁৰ চকুৱে মুখে এনে এটি ভাব দেখা গ'ল যেন সামান্য এটি টিকটৰ কাৰণে কিহৰ ইমান ভাবনা ' কিন্তু মইতো জানো, ক'লা কোটধাৰী এজন সামান্য ৰেলকৰ্মচাৰীৰ সময় বিশেষে কেনেকুৱা বিভীষিকা। অপমানৰ ভয় বেছি। তাৰ বাহিৰেনো আৰু কি ?

তথাপিও ভদ্ৰলোকৰ আগ্ৰহৰ কাৰণেই পুনৰ বহিব লগাত পৰিলো।

বুজিলে। আনকালে মধ্যপ্ৰদেশৰ পৰিয়ালটোৱে বেয়া পাইছে। বেয়া পোৱাৰ লগতে বিদ্ৰূপো।

সমুদ্ৰৰ ওচৰৰ মানুহবোৰ বোধহয় অলপ বেছি ছেণ্টিমেণ্টেল। ইংৰাজীত যাক কয় 'টাচি', বোধহয় সেয়াই; অৰ্থাৎ আবেগপ্ৰৱণ। সেই আবেগপ্ৰৱণতা মধ্যপ্ৰদেশৰ মানুহৰ মানত হয়তো অনুধৰণৰ লাগিব পাৰে। মই উঠি আহিলেই বা এনে কি ভদ্ৰতা প্ৰকাশ পালেহেঁতেন! কিন্তু কেতিয়াবা কেতিয়াবা এনে একোটি সময় আহে, যেতিয়া মনেৰে যি ইচ্ছা তাকে কৰা টান হৈ পৰে। অন্ধ্ৰৰ ভদ্ৰলোকে এইবাৰ ধৰ্মতত্ত্ব আলোচনা কৰাত লাগিল। অথচ মোকামাঘাটৰ কথা এতিয়াও মনত পৰি আছে। ধৰ্মতত্ত্বৰ আলোচনাৰ মোৰ অধিকাৰে বা কিমানখিনি আছিল!

মোৰ ভৰিৰ ওচৰত কম্বল এখন ঢাকি লৈ এজন মানুহ শুই আছিল। ওলাই আছে মাত্ৰ মুখখন। বয়স ধৰা কঠিন। ভাবিলো, এওঁলোকৰে কাৰোবাৰ নিশ্চয় চাকৰ-বাকৰ হব।

আমাৰ গাড়ী লাহে লাহে গৈ আছে। পশ্চিমৰ দেশ। ৰাতি-পুৱাৰ পোহৰত যি ৰূপ দেখিছিলো, ৰ'দৰ পোহৰত দেখিলো সেউজীয়া ৰূপ, যেন অলপ শুকান। যিমান দূৰলৈ চকুত পৰে মাত্ৰ দেখা পোৱা যায়, অকল মানুহবিহীন পথাৰ। মুগ, মছুৰ আদি দাইলৰ পথাৰ যেন দিগন্তত মিলিছেগৈ। মাত্ৰ মাজে মাজে হঠাতে ক্লান্ত চকুৰ সন্মুখত দেখা পাইছো দুই এখন গাওঁ।

অন্ধ্ৰৰ ভদ্ৰলোকে হঠাতে ক'লে, "আপুনি বোধহয় মোৰ কথা ঠিক ধৰিব পৰা নাছিল। মই আপোনাক কোনো ডাঙৰ কথা কোৱা নাছিলো। মই মাত্ৰ আপোনাক কৈছিলো—" মাজতে ৰৈ গ'ল। মই মাত্ৰ সমৰ্থনসূচক দুই এটা শব্দ কৈ গৈছিলো। লাজ পাই উভটি চাই দেখো যে, তেওঁ নিজে অকলে অকলে মূৰ জোকাৰি আছে। ভায়েক দুয়োজনে মূৰ তল কৰি আছে। আৰু তেওঁৰ ঘৈণীয়েকে চাই আছে বাহিৰলৈ। কিন্তু আচলতে তেওঁৰ চকু এইফালেই। চকুদুটি চলচলীয়া হৈ পৰিছে। লাজতে করুণ মুখত সামান্য হাঁহিৰ আভাস দেখা গৈছে।

তেওঁলোক চাৰিওজন যেন বিমৰ্ষ হৈ পৰিছে। মই অলপ আচৰিত হৈ ক'লো, "ও, আপুনি কৈছিল, উপনিষদত যি সমস্ত প্ৰাকৃত—"

"নাই নাই, মই ইমান ডাঙৰ কথা কব নোৱাৰো। মই কৈছিলো", এক মুহূৰ্ত্ত ইতস্ততঃ কৰি ক'লে, "জানে, আমাৰ এই চাৰিজনৰ পৰিয়ালটি একেবাৰে অভিশপ্ত। মই নিজে এজন চৰকাৰী কৰ্মচাৰী, মোৰ ভাই দুজনো সেয়া। আমাৰ অৰ্থৰ অভাৱ নাই। মাত্ৰ এটি অভাৱে আমাক খাই মাৰিছে, আমি বলিয়াৰ দৰে গোটেই দেশ ঘূৰি ফুৰিছো। এয়া আমাৰ কুলগুৰুৰ নিৰ্দেশ।"

আচৰিত হৈ লক্ষ্য কৰিলো, কথা কৈ থকাৰ লগে লগে তেওঁ উত্তেজিত হৈ পৰিছে। লগে লগে তেওঁৰ ঘৈণীয়েকৰ মুখখনো দেখিলো ৰঙা পৰিছে। আচৰিত হৈ তেওঁ স্বামীৰ ফালে চাই আছে। বোধহয় তেওঁ গিৰিয়েকক নিৰস্ত কৰিব খুজিছে, অথচ লাজতে একো কব পৰা নাছিল।

মোৰ ফালে চকু পৰোতেই মুখখন ওভোটাই ললে। আচৰিত! ভাব হ'ল তেওঁৰ ওঁঠ দুটি কঁপি উঠিছে। তেওঁৰ দক্ষিণী সমুদ্ৰৰ অতল ডাঙৰ চকুত অশ্ৰুৰ মুক্তাবিন্দু চিকমিকাই উঠিছে। গাৰ্ৱলীয়া নাৰীৰ দৰে কাণত পিন্ধা বহুবোৰ পাথৰখচিত কাণৰ অলঙ্কাৰত সপ্তৰশ্মি দেখা গ'ল। ক্লান্ত কালনাগিনীৰ দৰে পিঠিৰ ওপৰত তেওঁৰ বেণীডাল জোকাৰ খাই উঠিল।

মই একোকে বুজিব পৰা নাছিলো। পাহৰি গলো কুন্ত সহযাত্ৰীৰ কথা। কৌতূহলপূৰ্ণ মন লৈ তিনি ভাই আৰু তেওঁলোকৰ ঘৈণীয়েকৰ ফালে চাই থাকিলো।

ডাঙৰ ককায়েকে ঘৈণীয়েকৰ ফালে চাই মনে মনে আছিল। আকৌ সৰু সৰুকৈ ক'লে, "জানে, প্ৰয়াগৰ আৰু এটা নাম তীৰ্থৰাজ। এইবাৰেই আমাৰ শেষ, আমাৰ আশা-নিৰাশাৰ পৰীক্ষাৰ শেষ দিন আগুৱাই আহিছে। এইবাৰেই আমাৰ সঞ্চিত সকলো পাপ নষ্ট হৈ যাব। মোৰ ভাইহঁতে সংসাৰ কৰিব আৰু মই—"

তেওঁক বাধা দি এজন ভায়েকে দুৰ্বোধ্য ভাষাত কিবা কলে। ভাব হ'ল তেওঁৰ ঘৈণীয়েকৰ বিষয়ে কিবা কৈছে। তেওঁ ঘৈণীয়েকৰ ফালে চাই দুৰ্বোধ্য ভাষাত কিবা কলে। কিন্তু তেওঁ কোনো উত্তৰ নিদিলে।

মই যেন এখন ৰহস্য নাটকৰ বিস্মিত নীৰৱ দৰ্শক। ভদ্ৰলোকে

এইবাৰ হাঁহিবৰ চেষ্টা কৰি ক'লে, "আপুনি কৈছিল বহু কিবা চাবলৈ আহিছে। আপোনাৰ দুৰ্ভাগ্য যে, আমাৰ দৰে মানুহৰ লগতো আপোনাৰ পৰিচয় হ'ল। একো যেন নেভাবে। মই আপোনাক আমাৰ নিতান্ত ব্যক্তিগত কথা এটি কৈছিলো।"

সঙ্কোচ আঁতৰাই মই ক'লো—"মই হলে আপোনাৰ কথা একো বুজিব পৰা নাই।"

তেওঁ ক'লে, "ক্ষমা কৰিব। মোৰ স্ত্ৰীয়ে বৰ দুখ পাইছে। আপুনি আমাৰ কেম্পলৈ আহিব। পাণ্ডাৰ ওচৰত আমাৰ খবৰ পাব। আপুনি আহিলে আমি বৰ আনন্দ পাম।" কৈ তেওঁ মোক চিগাৰেট এডাল দি আপ্যায়িত কৰিলে। তেওঁৰ স্ত্ৰীৰ চকুত দেখিলো কৃতজ্ঞতাৰ চিন, তেওঁৰ আত্মভোলা স্বামীৰ ফালে আৰু মোৰ ফালে। মোৰ প্ৰতি কৃতজ্ঞতা বোধহয় পুনৰ মই কৌতূহল প্ৰকাশ নকৰাৰ বাবে।

বুজিলো, ভদ্ৰলোকৰ ধন-মান আৰু বিলাসৰ ওপৰত যেন শিল এচপৰাই হেঁচা মাৰি ধৰি আছে। নিজৰ অজ্ঞাতে কেইটিমান মুহূৰ্ত্তৰ বাবে হয়তো সেই শিলচপৰা আঁতৰি গৈছিল। সেয়েহে এক অপৰিচিতৰ ওচৰত মনৰ কথা কৈ পেলাব খুজিছিল।

মনৰ কথা হলে কোৱা নহ'ল। এনে স্থলত পৰস্পৰে সংযত হোৱাৰ বাদে আন উপায় নাই। ভবিষ্যতৰ কাৰণে আশা থাকিল নে নাই কোনে জানে, আশা এইখিনি, পথত হোৱা দেখা পথতেই শেষ নহয়। আমি সকলোৱেই আহিছো এক মহাসঙ্গমলৈ। তাতেই হব মিলন, তাৰ পিচত বিদায়। মিলন মুহূৰ্ত্তত হাঁহি-কান্দোন এক হৈ পৰে। সেই হাঁহি-কান্দোনৰ মাজতে যদি শুনিব পাৰো তেওঁৰ কথা, সেইখিনিয়েই লাভ।

এতিয়া মাত্ৰ মনত ৰ'ল, তেওঁলোকৰ পৰিয়ালৰ মাজত এটি ট্ৰেজেডি লুকাই আছে, তাৰ প্ৰায়শ্চিত্ত কৰি ঘূৰি ফুৰিছে। প্ৰায়শ্চিত্তৰ শেষ দিন সমাগত। পূৰ্ণ হৈ উঠিব তেওঁলোক তিনিও-ভায়েকৰ সংসাৰ।

এনেভাবে পূৰ্ণ কৰাৰ উদ্দেশ্য লৈয়ে শ-শ মানুহ দৌৰি আহিছে। শ-শ জনৰ শ-শ কামনা। ময়ো আহিছো তেনে এটি কামনা লৈ।

কিন্তু আৰু কিমান দূৰ ? পূব আকাশৰ তলত দেখা পোৱা গৈছে বিন্ধ্যাচলৰ ওখ-চাপৰ শিখৰ।

মোৰ ভৰিত মৃদু হেঁচা এটা অনুভৱ ক'ৰিলো। চাই দেখো, মোৰ ভৰিৰ ওচৰত শোৱা সেই মানুহজন। মুখৰ ওপৰত পৰি থকা চুলিবোৰ আঁতৰাই হাঁহি আছে। তেওঁৰ ফালে চোৱাৰ লগে লগে কপালত হাত থৈ নমস্কাৰ কৰিলে।

আচৰিত হ'লো। এওঁলোকৰ মানুহ নহয় নেকি ? ক'লো, "মোক কিবা কব খুজিছা নেকি ?"

যেন কিমান দিনৰ পৰিচয়। হাঁহি ক'লে, "এটা বিড়ি দিয়ক।"

প্ৰথমেই বিড়ি, সেয়াও আকৌ মোৰ মাতৃভাষাত। বুজিলো এওঁলোকৰ কোনো নহয়। ক'লো, "ইয়াত উঠিলা কেনেকৈ ?"

হাঁহি ক'লে, "উঠা নাই, মানুহে উঠাই দিছে। কালি ৰাতি দেখিয়েই ভাব হৈছিল যেন এইখন মোৰ চিনাকি মুখ। এতিয়া দিখিছো ঠিক সেয়াই।"

"চিনাকি মুখ ? কেনেকৈ চিনিলে ?"

"কিয়, ইমানবোৰ মুখ আছে। আমাৰ দেশৰ মানুহৰ দৰে আন কাৰ মুখ থাকিব পাৰে কওকচোন।"

ভাবিলো, ধন্য তোষামোদ ! কি ভাগ্য, নকলে যে ঘৰৰ ওচৰৰ মানুহ। বিড়িতো নাই। চিগাৰেট এডালকে দিলো।

তেওঁৰ ক'লা মুখৰ হাঁহিটো আৰু মধুৰ কৰি ক'লে, "চিগাৰেট দিলে ? অলপ নিধমৰ হাতখন ধৰক, উঠি বহো।"

নিধম মানে যাক অধম কৰি লব পৰা যায়, কিন্তু হাতত ধৰি উঠুৱাই দিব লাগে কিয়, নুবুজিলো ! ক'লো, "কিয় ?"

আগৰদৰে হাঁহি এটি মাৰি ভৰিৰ ওপৰত থকা ফটা কম্বলখন আঁতৰাই দিলে। চকুত পৰিল, ভৰি দুখন আঁঠুৰপৰা বেঁকা হৈ তপিনাত লাগি আছে। উঠি বহিব হয়তো পাৰে কিন্তু অৱলম্বন লাগে।

হাতখন আগবঢ়াই দিলো। তেওঁ উঠি বহিল। অলপ বিৰক্তি অনুভৱ কৰি কলো, "বাটত বহি বেচ খাইছিলি, আকৌ তই পথলৈ ওলাই আহিলি কিয় ?"

"বাটত ?" হাঁহি হাঁহি ক'লে, "ভিক্ষা কৰাৰ কথা কৈছে ? সেয়াই,

কিন্তু বাটতটো কেতিয়াও বহা নাছিলো। এটা কোণত অৰণ্যে বহি থাকিছিলো। পান্থ বা পথ যি বুলি কয় এয়াই প্ৰথম। একোতেই ৰ'ব নোৱাৰিলো। দিয়ক দিয়াছলাইটো।"

দিয়াছলাইটো দি সুধিলো, "যোৱা হব কলৈ ?"

"যলৈকে সকলো আহিছে, তালৈকে। প্ৰয়াগৰ মেলালৈ।"

"ক'ৰ পৰা আহিছে ?"

"নদীয়া জিলাৰ পৰা। আমঘাটৰ নাম শুনিছে, নবদ্বীপৰ ওচৰৰ তাতেই লক্ষ্মীদাসীৰ আখৰাত নামগান কৰো। ময়েই মূল গায়ন।"

সুধিলো, "বৈষ্ণৱে কুম্ভমেলালৈ আহে নেকি ?"

তেওঁ খৰ-ধৰকৈ কপালত হাত লগাই ক'লে, "বৈষ্ণৱ যদি নাহে, আহিব কোন ? তীৰ্থখনতো বৈষ্ণৱৰে। ভগাভগিৰ কথা যদি কয়, আন মতৰ সাধকসকলেতো জোৰ কৰি ভাগ কৰিছে। শিৱভক্তো আহিবই, তথাপিও বিষ্ণুভক্তই যদি নিবিচাৰে প্ৰয়াগৰ মাটিয়ে আপোনাৰ প্ৰণাম নলয়।"

নাকে-মুখে এমোকোৰা ধোঁৱা উলিয়াই দি ক'লে, "এয়া হ'ল কাজিয়াৰ কথা। এই কথা বাদ দিয়ক। তেওঁৰ ওচৰত ভগাভগি নাই, জাত নাই। যজনৰ ওচৰলৈকে আহিছো তেওঁকে যদি নামাতো, কাজিয়া কৰি লাভ হব কি ?"

সুধিলো, "আহিলাতো, এই ভৰি লৈ যাবা কেনেকৈ ?"

হাঁহিলে। হাঁহি তেওঁৰ মুখৰ ভূষণ। ধোঁৱাৰ কোবত তেওঁৰ তিত মুখখন মচি লৈ ক'লে, "বাবু, মোৰ নাম মা-খেগো। অৰ্থাৎ বলৰাম। মোক জন্মদি মাই ইহলীলা সম্বৰণ কৰিছিল। এই ভৰি দুখনৰ কাৰণেই। জন্মৰ পৰাই খোৰা, যিদিনাখন সময় হব সেইদিনাখনে ওলাই আহিম। এই ভৰি দুখনৰ কাৰণেই থাকিব কৈছিল, বুকু চোঁচৰাই যাম।" বুলি কৈ গান আৰম্ভ কৰি দিলে।

সকলোৱে চমকি উঠিছিল, ময়ো। কিন্তু বলৰামৰ গানৰ মাতটো ইমান উদাৰ আৰু মিঠা যে, তন্ময় হৈ পৰিছিলো। লক্ষ্মীদাসীৰ আখৰাৰ মূল গায়ন বুলি অস্বীকাৰ কৰাৰ উপায় নাছিল।

বোধহয় গানটো শেষ হোৱা নাছিল। মধ্যপ্ৰদেশৰ শকত ভদ্ৰলোকজনে ধমক দি ক'লে, "কা, অভি গানা ভি শুৰু কিয়া ?"

বলৰামে হাতযোৰ কৰি ক'লে, "কি ক'লে ?"

"গানা বন্ধ কৰ !"

বলৰামৰ ওঁঠত হাঁহি। ক'লে, "ভাল বাৰু, আৰু নাগাওঁ।"

মই অন্ধ-পৰিয়াললৈ লক্ষ্য কৰিলো। তেওঁলোকে চালে মোৰ কালে। আমাৰ মাজত এটি অস্ফুটভাবে হাঁহিৰ বিনিময় হ'ল। ডাঙৰ ভায়েকে সুধিলে, "আপুনি এই বঙালী ভিক্ষাৰীটোক চিনি পায় নেকি ?"

উত্তৰত ক'লো, "নাই, নাপাওঁ।"

বলৰামে মোক পুনৰ ক'লে, "বাবু।"

ক'লো, "কোৱা।"

"বাবু, ঋষিমুনি সকলে কথা নোকোৱাকৈয়ে জীৱন কটাই দিলে। আৰু আমি! কালি ৰাতিৰ পৰা মোৰ মুখ বন্ধ। মনে মনে থাকিব নোৱাৰা হৈছো। মোৰ কষ্ট হব বুলি ভাবিয়ে লক্ষীদাসীয়ে মোক এই ডবাত তুলি দিছেহি। কিন্তু লক্ষী যদি নৰকত থাকি মোক লগত লৈ গ'লহেঁতেন তেতিয়া ৰক্ষা পৰিলোহেঁতেন।"

ক'লো, "লক্ষ্মীদাসীক এৰি তুমি থাকিব নোৱাৰা নেকি ?"

বলৰামে মাতালৰ দৰে হাঁহিলে। ক'লে, "বাবু, ভৰি দুখন নাই, কিন্তু মানুহতো। সেই কাৰণে মানুহত বিনে থাকিব নোৱাৰো। আহিছো প্ৰয়াগলৈ, জাগ্ৰত বেণীমাধবৰ ঠাই। তেওঁৰ ওচৰলৈ লক্ষীদাসী, আপুনি সকলোৱে আহিছে। সকলোকে পাম সেই ঠাইত।" তেওঁ আকৌ গুণ্ গুণাই গান গাই উঠিল।

ক'লো, "গানটো দেখিছো পুৰা বাউল।" বলৰামে মোৰ ভৰিত হাত দি ক'লে, "ঠিক কৈছে। আপুনি জানে, সকলো জানে। পথলৈ আহিছো, মনটোক দমাই ৰাখিব নোৱাৰো। বৈৰাগ্য আহিলে বৈৰাগী হয়। আচলতে আমি সকলোৱে বাউল। সকলো গানতে আপুনি ইয়াকে পাব।"

ভৰিখন আঁতৰাই ক'লো, "এৰি দিয়া।"

"কিন্তু বাবু, আপুনি নিশ্চয় গুণী মানুহ। মোক দুটা-এটা পদ শুনাওক।"

বলৰামইঁত এনেয়ে বলিয়া। তেওঁলোকক এবাৰ খুচিলে ৰক্ষা

নাই। ক'লো, "বলিয়ালি নকৰিব।। মই গুণী নহওঁ, গান গাবও নাজানো।"

কিন্তু অস্বীকাৰ হলে কৰিব নোৱাৰো ; বলৰামে মোৰ এই নীৰস বস্তুতান্ত্ৰিক মনক তেওঁৰ লগত উটুৱাই নিছে। মোৰ পথৰ ক্লান্তি, মোৰ ইমান সময়ৰ সুখ-দুখ, সকলো তেওঁ আঁতৰাই দিছে। মোৰ ওভাৰ কোট দেখি ভয় নাখালে ! বাবু বুলি ব্যৱহাৰ নকৰিলে ! বিকলাঙ্গ বলৰামে সকলো আড়ম্বৰ আৰু আৱৰণৰ ভিতৰৰপৰা মোৰ শুকান দেহৰ মনক টানি আনিলে। নিজৰ লগত তেওঁৰ তুলনা কৰিলে ক'ত ঠাই পাম নাজানো। কিন্তু অন্ধ-সংস্কাৰৰ কাৰণেই জানো বিকলাঙ্গ বলৰাম এনেদৰে সদায় হাঁহি মাতি মূৰ্তিমান আনন্দৰ মূৰ্তি হৈ উঠিছে ! মনে বিশ্বাস কৰিব নোখোজে। কুসংস্কাৰেৰে আৱৰা জীৱন তো এয়া নহয়। নথকা আৰু নোপোৱাৰ বেদনাই বলৰামৰ প্ৰাণ জগাই তুলিছে। জাগি উঠিছে প্ৰেমৰ সন্ধানত, ভাল পোৱাৰ সন্ধানত ! বলৰামে ভাল পায় এই সংসাৰক।

বলৰামে মোক কিন্তু এৰি নিদিলে। তেওঁ আগৰদৰেই গুণ্ গুণাই আছে, "পথেৰ ধুলো সোণা হইল, এবাৰ চোখেৰ জল দিয়ে ৰসকলি কাটব। তোমাৰে ছেইড়েতো দিব না।"

গান বন্ধ কৰি পুনৰ কথা কবলৈ আৰম্ভ কৰিলে, "আৰু নাভাবো, সেয়া কিমানদূৰ। গাড়ীটো এটা সময়ত ৰবহি। সময় হলে আপুনিয়ে নমাই দিব। কি কয় বাবু ?" কৈ আকৌ গান। গানৰ ভাবটো এনেকুৱা : সকলোৱে কয় যৌৱনৰ বৰ পোৰণি, তেনে কি প্ৰয়োজন এই যৌৱনৰ ! কি প্ৰয়োজন এই ক'লা চুলি, নীলা সাজপাৰৰ, তাতকৈ কি বেয়া এই দেহে তোমাৰ চৰণ স্পৰ্শ পাওক !

ভাগ্য ভাল, ডিডিৰ স্বৰ নমাই গাইছিল। মধ্যপ্ৰদেশৰ ভদ্ৰলোকৰ তন্দ্ৰা ভগা নাছিল। অন্তৰৰ পৰিয়ালটিয়ে হয়তো বলিয়া আৰু বলিয়াৰ দৰ্শকক চাই আছিল। ক'লো, "বলৰাম, তোমাৰ প্ৰথম গানটো বেছ ভাল লাগিল। তোমাক মই এটা গানৰ এক ফাঁকি কওঁ শুনা। তোমাৰ গানটোৰ দৰে যেন এইটিও।" মই কলো। কোৱাৰ লগে লগে বলৰামে পুনৰ মোৰ ভৰিত হাত দিব খুজিলে, "আপুনি বোলে নাজানে ? কেতিয়া তেওঁ আহিব, মই এই ভৰি লৈ তেওঁৰ আশাত

ৰৈ থাকিম। বাবু, প্ৰয়াগৰ সঙ্গমত কি বাৰু এনে মৌ আছে? নাই। আছে অমৰ্ত। অমৃতকুম্ভ যে। তেওঁ অমৰ্ত, প্ৰেম-অমৰ্ত, ডুব দিলে প্ৰাণ শীতল হৈ পৰিব। বাঃ কি সুন্দৰ পদ। এই পদ কাৰ লিখা?"

কাৰ পদ! আচৰিত। কুম্ভমেলালৈ যোৱাৰ পথত কবিগুৰুৰ গান লৈ যে বলৰামৰ লগত কথা পাতিবলগীয়া হ'ব, সেয়াতো জনা নাছিলো। কেনেকৈ তেওঁৰ কথা কম?

ক'লো, "পদলিখকৰ নাম ৰবি ঠাকুৰ।"

বলৰামৰ চকু মুখ উজলি উঠিল, "ৰ-বি ঠাকুৰ! ঠাকুৰ, তাৰোপৰি কবিও। নহলে জানো এনেকুৱা পদ ওলায়? তেওঁ ক'ৰ বাউল বাবু?"

ক'ৰ বাউল! হায়, বিশ্বকবি ৰবীন্দ্ৰনাথ! বলৰামে তোমাক কলৈকে লৈ আহিল! তেওঁৰ বুকুত তোমাক ঠাই দি তোমাক সৰু কৰিলে নে নাই নাজানো। ক'লো, "কলিকতাৰ।"

বলৰামে ক'লে "হওক বাৰু। বোধকৰি জয়দেৱৰ মেলাত নিশ্চয় তেওঁক দেখিছো, এতিয়া অৱশ্যে মনত নাই। পুহমাহৰ পূৰ্ণিমাত সকলো বাউল-বাবাজী তালৈকেতো এবাৰ আহিবই লাগিব।"

জানো, ৰবীন্দ্ৰনাথৰ পৰিচয় মই দিব নোৱাৰো। মোৰ কথাত ৰবি ঠাকুৰৰ কল্পিত বাউল মূৰ্তি বলৰামৰ মনৰ পৰা অদৃশ্য নহয়। আকৌ এবাৰ ভাবিলো, বলৰামৰ ভুলেই বা ক'ত যে ভুল ভাঙিম। মন যিজনৰ বাউল হোৱা নাছিল, তেওঁৱে বা বাউল গান কেনেকৈ গালে!

হঠাতে যেন ধুমুহা আহিল। ধুমুহাই বুলি কওঁ। হঠাতে এক তুমুল গণ্ডগোল আৰু লগে লগে শিলাবৃষ্টিৰ দৰে ডবাৰ ভিতৰত পৰিলহি বাকচ, টোপোলা আদি। প্ৰতিবাদৰ অৱসৰ নাছিল। অৱসৰ নাছিল চোৱাৰ। সকলোৱে নিজৰ নিজৰ মূৰ বচোৱাত ব্যস্ত হৈ পৰিল। তাৰ লগত এগৰাকী মহিলাৰ চিঞৰ-বাখৰ, "শ্যামা, প্ৰেমবতী, ইধাৰ, ইধাৰ মে। বুঢ়াকো উঠাও। পাতিয়া, এ পাতিয়া। ছোকৰী বহেৰা হো গয়ী। শুনতি কী নহি? শ্যামা, হাঁ হাঁ, তু কোনে চলা যা।"

এনে ভাব হ'ল যেন মোৰ কান্ধৰ ওপৰত এটা ডুমোনীয়া ওজনৰহে বস্তু পৰিল।

যেতিয়া অলপ গোলমাল কমিল, চাই দেখো মোৰ পিঠিৰ কাষত

এটা বস্তা। বস্তাৰ ওপৰত হয় প্ৰেমবতী, নহয় শ্যামা নাইবা পাতিয়া। ওচৰত এজন বুঢ়া মানুহ। দুৱাৰৰ কাষত দুগৰাকী গাভৰু আৰু এগৰাকী প্ৰৌঢ়া। বুজিলো ইমান সময়ে মই এই প্ৰৌঢ়াৰ কণ্ঠস্বৰেই শুনিছিলো। তেওঁলোক সকলোৱে মালপত্ৰ সজোৱাত ব্যস্ত। বোধহয় গাড়ীত উঠাৰ আনন্দতে মহিষাসুৰমৰ্দিনীৰ দৰে মোৰ কান্ধৰ ওপৰত থকা মহিলা গৰাকী খিলখিলাই হাঁহি ক'লে, "আৰে বাপৰে, গাৰী মে উঠনা এক আজীব কাম হ্যায়।"

আনফালে মধ্যপ্ৰদেশৰ পৰিয়ালটিয়ে যুদ্ধং দেহি মনোভাব লৈছে। অন্ধ্ৰ-পৰিয়ালটিয়ে নিজকে চম্ভালি লোৱাত ব্যস্ত।

গাড়ী এৰি দিলে। তাৰ পিছতে আচল যুদ্ধ আৰম্ভ হ'ল। মধ্য-প্ৰদেশৰ সেই ভদ্ৰলোকে খণ্ড দেখুৱাই কথা কোৱাত নতুন দলৰ প্ৰৌঢ়াই ভিত্তি সপ্তমত তুলি কথা কবলৈ আৰম্ভ কৰিলে। যি কলে, অনুবাদ কৰিলে এনে হয়—"থাৰ্ড ক্লাচৰ টিকেটেই হওক বা নহওক, আমি উঠিমেই। লৈ অহা তোমাৰ পুলিচ আৰু মিলিটেৰী। আমাক মাৰকে বা কাটকে আমি হলে পৰি থাকিব নোৱাৰো। টকা নাথাকিলে বুলিয়েই আমি জানো তীৰ্থ কৰিব নাপায়? মাত্ৰ তোমালোক গলেই হ'ল। উঠিতো লৈছোৱে। এতিয়া তোমালোকে যি খুচী কৰা।"

তেওঁৰ কথাৰ মাজতেই আন দুগৰাকী যুৱতীয়ে বস্তুবোৰ ঠিক কৰি আছে। মোৰ কান্ধৰ ওপৰত বহা গৰাকীও! কিন্তু মোৰ শক্তিৰতো সীমা আছে। আচৰিত হৈ ইয়াকে ভাবিছিলো, যাব তীৰ্থ কৰিবলৈ কিন্তু লগত গাভৰুসকল লৈ কিয়? আমাৰ দেশতে ইয়াৰ ব্যতিক্ৰম।

ক'লো, "এই, দেখিয়ে, আপ উতৰ যাইয়ে হামৰা খাড়সে।"

গাভৰু এগৰাকীয়ে মূৰ ঘূৰাই চালে। ভাব, এওঁ আকৌ কোন? তাৰ পিছত হাঁহি এটি মাৰি ক'লে, "আৰে ভাই, সবকোইকা তখ্‌লিফ্‌, কিসীকো তো একলী নহি। এ দেখো, আদমিলোগ ঝগড়া কৰ ৰহে।"

এইবুলি কৈ তেওঁৰ বলিষ্ঠ দেহটি সামান্যভাবে আঁতৰাই ঘূৰি চাই হাঁহিলে। অৰ্থাৎ, হ'ল 'তো। কিমানখিনিয়ে বা হ'ল, সেয়া মই জানো। আৰু অলপ সময় পিছত মোৰ উঠি অহাৰ বাদে আন উপায় নাই। কিন্তু—

কিন্তু বলৰাম ক'ত? বলৰাম? মোৰ ভৰিৰ ওচৰত মোৰ বুকুৰ

সমান ওখকৈ মালবস্তু। তেনেহলে জানো বলৰাম তলত পৰি গ'ল ? এজন সহযাত্ৰীক মোকামাঘাটত এৰি আহিছো। বলৰামকো এৰি যাব লাগিবনেকি ?

আৰু মনে মনে থাকিব নোৱাৰিলো। খৰধৰকৈ উঠি গৈ গাৰ সকলো জোৰেৰে মালপত্ৰবোৰ দলিয়াই দিব ধৰিলো।

যি ভাবিছিলো, সেয়াই। দেখিলো বলৰামে হাঁহিছে। ঘন ঘনকৈ উশাহ লৈছে। কপালখন ফুলি উঠিছে, অলপ তেজো! তথাপিও হাঁহিছে, কিন্তু তেওঁৰ হাঁহি দেখি মোৰ খঙ উঠি গ'ল। মৰিও হাঁহিব নেকি ?

হাঁহক। তেওঁৰ দৰে হাঁহিতো সকলোৰে নাই। মুখ গহীন কৰি তেওঁক বহুৱাই দিলো। মই মালপত্ৰ দলিয়াই দিয়া দেখি নতুন দলৰ সকলোৱে হা হা কৰি মোৰ ফালে খেদি আহিল। "আৰে আৰে, আদমি আন্ধা না কি ? দিলে সকলো মাল ওলটপালট কৰি।"

বলৰাম ঃ "অন্ধতো তোমালোক! তোমালোকে যে এটা জান শেষ কৰি দিবলৈ খুজিছিলা।"

জান! জান কহা ? এইবাৰহে তেওঁলোকে বলৰামক দেখা পালে। কিন্তু বলৰামে সেই ফুলি উঠা কপাল লৈয়ে হাঁহি আছিল। হাঁহি দেখি মোৰ গা জ্বলি উঠিল।

এক মুহূৰ্ত্তৰ নীৰৱতা। প্ৰথমতে প্ৰৌঢ়াই হাঁহি দিলে। তাৰ পিছত শ্যামা-প্ৰেমাবতীৰ দল।

হাঁহিৰ কাৰণ নুবুজিলো। আচৰিত হৈ বুৰ্বকৰ দৰে চাই থাকিলো।

তেওঁলোকৰ দলৰ মাত্ৰ এজনে হঁহা নাছিল, সেই বুঢ়াই। তেওঁ হাতত থকা লাঠিডালত থুতুৰি থৈ একমনে মোলৈ চাই আছিল। মোটা বগা ভ্ৰুৰ তলত তেওঁৰ সেই চকুত বিৰক্তিপূৰ্ণ অনুসন্ধিৎসা। ইমান সময় তেওঁৰ মূৰৰ উপৰিভাগ ছাল এখনেৰে ঢকা আছিল। তেওঁৰ নাকৰ দুকাষৰ গভীৰ ৰেখা দেখিলে ভাব হয়, যেন তেওঁ এই সংসাৰৰ প্ৰতি বীতৰাগ। জীৱনত তেওঁৰ হাঁহি যেন শেষ হৈ গৈছে। হয়তো কোনোদিন তেওঁ নাহাঁহে।

হাঁহি দমাই প্ৰৌঢ়াই প্ৰথমে ক'লে, "আহা বেচাৰা!"

আন এজনে, "সাধু নেকি ?"

কাষৰ গৰাকীয়ে মাত দিলে, "বোধ হয়।"

প্ৰৌঢ়াই করুণ মুখেৰে ক'লে, "শ্যামা, দি দিয়া বেচাৰাক দু-চাৰ পইচা।"

শ্যামা নামধাৰিণী গাভৰুৱে আচলত বান্ধি থোৱা পইচাৰ পৰা পইচা উলিয়াই বলৰামলৈ দলিয়াই দিলে। তাৰ পিছত প্ৰৌঢ়াই মোলৈ চাই ক'লে, "আৰে ভাই, দেখা নহি উনকো। গোসা না কৰো।"

পুনৰ তেওঁলোকে মালপত্ৰ ঠিক-ঠাক কৰাত ব্যস্ত হৈ পৰিল। যিমানে মালপত্ৰ সজায়, সিমানে বুঢ়াকো চম্ভালি ৰাখে। বুঢ়া যেন তেওঁলোকৰ সাত ৰজাৰ ধন এক মাণিক। কিয়, কোনে জানে? লগে লগে নিজৰ মাজত স্বকীয় ভাষাত কিবা কৈ তেওঁলোকে খুব হাঁহিছে। আৰু বেঁকাকৈ মোলৈ চাইছে। কিয়, সেয়াও তেওঁলোকেই জানে।

তেওঁলোকৰ হাঁহি দেখি ভাব হয়, যেন বন্দী কৰি ৰখা চৰাই হঠাতে মুকলি হৈ পৰিছে।

তেওঁলোক চাৰিজনৰ ভিতৰত প্ৰৌঢ়াসহ তিনিজনৰ দেহত পুৰণি ধৰণৰ সোণৰ অলঙ্কাৰ। কাপোৰ-কানি দেখি গাৱঁৰ অৱস্থাপন্ন পৰিয়াল বুলিয়েই অনুমান হয়। সকলোতকৈ চকুত পৰে তেওঁলোকৰ স্বাস্থ্যৰ উজ্জ্বলতা।

মধ্যপ্ৰদেশৰ ভদ্ৰলোকে তেতিয়াও গুজৰি আছে। অন্ধ্ৰ-পৰিয়ালৰ নিশ্চয় শান্তি ভঙ্গ হৈছে। তথাপিও ভাব হ'ল, তেওঁলোকে যেন সকলো উপভোগ কৰিছে।

বলৰাম বিকলাঙ্গ। তেওঁৰ লগত পৰিচয়ও সামান্য। তথাপিও তেওঁৰ প্ৰতি মন মোৰ বিমুখ হ'ল। কি কাৰণে পইচাটো লৈ মোৰ ফালে চাই হাঁহি আছে? যিসকলে এনেকুৱা আঘাত দি মাচুল দিয়ে, সামান্য পইচা দি আকৌ নিৰ্লজ্জৰ দৰে হাঁহে, তেওঁলোকৰ প্ৰতি বলৰামৰ ইমান অনুৰাগ কিহৰ? বলৰামহঁত সদায়ে এনেকুৱা। ছিঃ তেওঁৰ লগত আৰু কথা নকওঁ।

দুমিমিট সময়ও পাৰ নহ'ল। বলৰামে মাতিলে, "বাবু।"

মুখুনাৰ ভাও ধৰি বাহিৰলৈ চাই ৰলো। কিন্তু বলৰামে স্ফুৰ্তিত লাহে লাহে ক'লে, "এতিয়াহে শুকান খালত জোৱাৰ আহিল। ইমান

সময়ে প্ৰয়াগলৈ যে আহিছিলো তেনেকুৱা লগাই নাছিল। চাওকচোন, কেনেকুৱা গম্‌গম্ কৰিছে।”

মই উত্তৰ নিদিলো। তেওঁ কৈ গৈ থাকিল: মানুহক লৈয়ে কথা। যিমান দিন জীয়াই আছো সিমানদিনলৈকে মানুহৰ বাদে গতি নাই। অকলে দুখ নাইবা সুখ পোৱাৰ জানো কিবা মনে হয়?

কেঁচা কুৱাৰ ওপৰৰ পানী বাগৰিবই। সেয়া ৰোধ কোনে কৰিব পাৰে? বলৰামৰ কথাবোৰ ঠিক কাণত লাগিছিল। অকল লগাই নাছিল, মই আচৰিত হৈ পৰিছিলো। শাসন, ৰাজনীতি, নিৰাপত্তাহীন জীৱন, সকলো মিলি মোৰ মনত বহুতো সন্দেহ, বহুতো ভয় আৰু সঙ্কীৰ্ণতাই ঠাই পাইছিল। জীৱনৰ কোনোবা এটি মুহূৰ্ত্তত অমৃতকুম্ভৰ সন্ধানৰ কাৰণে ওলাই আহিছো, ভাৰতৰ সেই বিচিত্ৰ ৰূপৰ ৰসত ডুব দিম বুলি। সেই ৰূপ লাখ লাখ হৃদয়ৰ; কিন্তু বলৰামৰ এয়া কিহৰ ৰস! এয়া জানো তেওঁৰ নিৰক্ষৰ অন্তৰৰেই বিশ্বাস, নে অকল কথাৰ যাদু! মানুহৰ প্ৰতি তেওঁৰ ইমান টান, নে টানটো চাৰি পইচাৰ?

বলৰামৰ মুখলৈ চাওঁতেই চকুত পৰিল তেওঁৰ ফুলি থকা কপালখনলৈ। ৰঙা পৰা ঠাইডোখৰত এতিয়া অলপ অলপ তেজে ডোঙা বান্ধিছে। তথাপি তেওঁ হাঁহিছে। অম্লান হাঁহি। কিন্তু এই যুগত সেয়া অচল বা অবিশ্বাস্য। সুধিলো, “তুমি জানো অলপো দুখ পোৱা নাই?”

“দুখ পোৱা নাইনে? কিন্তু কান্দিম কাৰ ওচৰত? কান্দি লাভ? তেওঁলোকে কব, দেখা পোৱা নাছিলো। বচ্ হৈ গ'ল! সেই বুলিয়ে জানো মই বৈ থাকিম? নৰওঁ, গৈয়ে থাকিম।”

তেওঁ আকৌ কবলৈ আৰম্ভ কৰিলে, “আচলতে মানুহেই সংসাৰ চলায়। সংসাৰত কিমান দুখ, কিমান আঘাত! সকলো ফালে দুখ আছেই। অথচ ইমানবোৰ দুখ-বেদনা পোৱাৰ পিছতো জানো কোনোবা মানুহ বৈ আছে?”

তৰ্কৰ অৱকাশ আছিল নে নাই নাজানো। কিন্তু মই হাৰিলো। পুনৰ তেওঁৰ লগত মোকো উটুৱাই লৈ গ'ল। এজন সামান্য খোৰা মানুহৰ ওচৰত মোৰ বিদ্যা-বুদ্ধিয়ে হাৰ মানিব লগাত পৰিল। অন্ততঃ এই মুহূৰ্ত্তত তেওঁ মোৰ মন ভৰাই তুলিলে।

ইয়াৰ পিছত সেই চাবিটো পইচাৰ কথা কৈ তেওঁৰ মনত আঘাত দিবলৈ মোৰ সঙ্কোচ হ'ল। মোৰ মনতো বলৰামৰ মন নহয়।

তৃতীয়বাৰৰ কাৰণে বলৰামৰ হাত মোৰ ভৰিত লাগিলহি। ছিঃ ছিঃ, এনেকৈ বাৰে বাৰে মোৰ ভৰিত হাত দিয়ে কিয়? সুধিলো, "কিবা কবা?"

দেখিলো বলৰামে সঙ্কোচ কৰিছে। ক'লে, "এলাহাবাদ ষ্টেচনত অলপ মোৰ হাত দুখনত ধৰি কোনোমতে চৌচৰাই নমাই দিলেই হব! আপুনি অকলে আহিছে, গতিকেই আপোনাক অনুৰোধ কৰিলো।"

কথাখিনি কৈয়ে তেওঁ আগ্ৰহেৰে মোলৈ চালে। সেই চকুতেই বোধহয় মই বলৰামৰ আচল ৰূপ দেখা পালো। সেই ৰূপ এক বিকলাঙ্গৰ করুণ অসহায় ৰূপ! এই সংসাৰৰ আয়নাত বোধহয় এয়াই তাৰ প্ৰকৃতি মূৰ্তি। আৰু সেই ৰূপেই বোধহয় তেওঁক দিছে প্ৰাণ-ভুলোৱা সুৰ, কণ্ঠস্বৰ, কথা আৰু মন।

ক'লো, "ভৰিত হাত নিদিবা। দিম, নিশ্চয় নমাই দিম।"

আকৌ গুণ গুণনি।

কথাতে কয়, বানপানী এবাৰ সোমালে ৰক্ষা নাই। শ্যামাৰ দলে আপাৰ ক্লাচৰ আভিজাত্য আৰু গাম্ভীৰ্য্য নষ্ট কৰি দিলে। ইয়াৰ পিছত প্ৰতিটো ষ্টপেজত মানুহৰ সোঁত বন্ধ কৰা টান হৈ পৰিল। এইবাৰ সাধাৰণ পুণ্যাৰ্থীৰ লগত সাধু। গণমনৰ গঠন প্ৰকৃতিও এনেকুৱা বিচিত্ৰ যে এদল যিফালে যায় সকলোৱেই সেইফালেই গতি কৰে। নাজানো আন ডবাবোৰৰ কি অৱস্থা। মাত্ৰ বলৰামৰ আনন্দৰ অন্ত নাই!

মানুহে বিৰক্তি আৰু হতাশাত হাঁহে। অন্ধ্ৰৰ ডাঙৰ ককায়েকে তেনেভাবে হাঁহি ক'লে, "একোৱে কৰাৰ উপায় নাই, কি কয়? সৌভাগ্য যে, আমাৰ গন্তব্যস্থান বেছি দূৰ নহয়।"

ক'লো, "আমাৰ সকলোৰে বোধহয় একেটাই গন্তব্যস্থান।"

বোধহয় ডাঙৰ ভায়েকৰো বলৰামৰ দৰে বলিয়ালি আছিল। ক'লে, "কেনেকৈ কওঁ? বৰ্ত্তমান আমাৰ গন্তব্যস্থান একেটাই হব

পাৰে। কিন্তু আমাৰ সকলোৰে গন্তব্যস্থান একেটা হ'ব নোৱাৰে। মই সম্পূৰ্ণ আন পথৰ যাত্ৰী।"

কৈয়ে তেওঁ মনে মনে ৰ'ল। পুনৰ তেওঁৰ সেই পাৰিবাৰিক ট্ৰেজেডিৰ কথাই আহি পৰিছে। পথ যিমানে চমু চাপি আহিছে তেওঁৰ ক'লা মুখখনত সিমানে উৎকণ্ঠা প্ৰকাশ পাইছে। সম্পূৰ্ণ অন্য পথৰ যাত্ৰী, অথচ আহিছে সেই প্ৰয়াগলৈ।

মধ্যপ্ৰদেশৰ সেই ভদ্ৰলোকৰ ভয়ানক অৱস্থা হৈছে। তেওঁলোকে পুৰুষ-মহিলাই একেলগে কিছু সময় ধৰি কাজিয়া কৰিছে। আনকি পুলিচৰ ভয়ও দেখুৱাইছে।

কিন্তু! কবই বা কাক। যিসকলক কৈছে, তেওঁলোকৰ ভয় লেশমাত্ৰও নাই। ভয় নাই, আছে মাত্ৰ সংশয়। ইমান ওচৰলৈকে আহিও তেওঁলোকৰ সংশয়—যাব পাৰিব নে নোৱাৰে। ভয় তেওঁলোকে এৰি থৈ আহিছে। নিষ্ঠুৰৰ দৰে ইয়াৰ গাত ভৰি দি, চুলিত ধৰি যোৱাৰ কাৰণে যেনেভাবে ব্যস্ত হৈ পৰিছে, দেখিলে ভাব হয় যেন তেওঁলোকৰ প্ৰাণ তুচ্ছ। নিজৰ ভাবনাত নিজে উন্মাদ। ওচৰৰ মানুহজনৰ কথা ভাবিবৰ কাৰো অৱকাশ নাই।

বলিয়া হাতী কুম্ভমেলাত দৌৰা দেখিছিলো। লিখিবলৈ বহি সেই উপমা মনত পৰিছে। এক নিৰ্মম প্ৰতিযোগিতাত সকলো নামিছে। কোনে বৈ যাব, কোনে মৰিব, সেয়া ডাঙৰ কথা নহয়। মই যাম। সমুখত বৈ আছে যেন তেওঁৰ জীৱন-যৌৱন, আজন্মলালিত কাম্যবস্তু, তেওঁৰ ধাৰণা।

মিছাকৈয়ে শ্যামাইতৰ দোষ ধৰিছিলো। এতিয়া সৰু ডবাটোতে শ্যামাইতক বিচাৰি পোৱা টান হৈ পৰিছে। তেওঁলোক চাৰিওগৰাকী তিৰোতাই অতি কষ্টৰ মাজতো বুঢ়াক কষ্ট নোপোৱাকৈ ৰাখিবলৈ চেষ্টা কৰি আছে।

লাহে লাহে ডবাৰ অৱস্থা ভয়াবহ হৈ উঠিছে।

আৰু কিমান দূৰ? লাহে লাহে এলাহাবাদ নগৰৰ সীমাত আহি গাড়ী ৰ'লহি।

ভাবিছিলো ৰাতিপুৱাই পাম। কিন্তু চাৰিটাৰ সময়তহে ষ্টেচনত গাড়ী ৰ'লহি। গাড়ী পোৱাৰ লগে লগেই প্লেটফৰ্মৰ ওপৰত ধুপ-ধাপ মালপত্ৰ পৰিছে। পৰিছে আমাৰ ডবাৰ খিৰিকীদিয়েই।

আহি পাইছে! এটি মাত্র কথাৰ কাৰণে অপেক্ষা। সঁচাকৈয়ে আহি পাইছে নে নাই সেয়া জনাৰ উপায় নাই। শুনাৰ লগে লগে নমাৰ কাৰণে ব্যস্ত হৈ পৰে। এনেকুৱা অৱস্থাত গোটেই ডবাতে তীব্ৰ আৰ্ত্তনাদ শুনিবলৈ পালো। "মৰিলো, মাৰি পেলালে—" ইত্যাদি শব্দ।

কাৰোবাৰ হাত ভাঙিল, কাৰোবাৰ ভৰি ভাঙিল, কোনোবা পৰি মুখৰপৰা তেজ ওলাল! ইয়াৰ মাজতে কুলিবোৰৰ বান্দৰৰ দৰে দৌৰাদৌৰি! ষ্টেচনৰ মাইকত চিঞৰ, হাজাৰ হাজাৰ নৰনাৰীৰ চিঞৰ-বাখৰ। গাড়ীখন ফিৰোজপুৰ এক্সপ্ৰেচ। যাত্ৰীসকল নমাৰ আগতেই উঠিব খোজা যাত্ৰীৰ দল দুৱাৰৰ মুখত ঠেলা-হেঁচা কৰি দিছে।

প্লেটফৰ্মৰ আনফালে নমাৰ সুবিধা নাই। মোৰ আঠুত বলৰামে চেপি ধৰি আছিল। বুজিলো, উপায় নাই। ইয়াৰ মাজতে নামিব লাগিব। মোৰ এই ক্ষীণ দেহে যে কেতিয়াবা শক্তিৰ পৰীক্ষা দিব, মোৰ অবিশ্বাস্য! কিন্তু ৰক্ষা পাবই লাগিব।

এখন কান্ধত টোপোলা ললো। দুহাতেৰে বলৰামক ডাঙি লৈ ক'লো, "মোৰ ডিঙিত টানকৈ ধৰি থাকিবা।"

শঙ্কিত ভাবে বলৰামে ক'লে, "ঠাকুৰ, পাৰিবতো? মোৰ ঠাকুৰৰ কোনো কষ্ট নহয়তো?"

বলৰামৰ ওচৰত বাবুৰপৰা ঠাকুৰ হৈছো। ইয়াৰ পিছত হ'ম দেবতা। নৰাধম পাপিষ্ঠ হব পাৰো।

সম্মুখলৈ চাই মোৰ মগজুৰ সকলো বুদ্ধি আচ্ছন্ন হৈ পৰিল। ইমান সময় আন মানুহক কৈছিলো, এইবাৰ নিজে এটা অন্ধ মহৰ দৰে সম্মুখত জপিয়াই পৰিলো।

অন্ধ্ৰৰ ডাঙৰ ভায়েকে উৎকণ্ঠিত মাতেৰে ক'লে, "এয়া কি কৰিছে, শুনক।"

নাই, নুশুনো। নামিব লাগে। কিমান দূৰ আগুৱাইছো নাজানো, এটি নাৰীকণ্ঠৰ তীব্ৰ, আৰ্তনাদ শুনি চাই দেখো শ্যামা। মোৰ এখন হাতে তেওঁৰ ডিঙিতে হেঁচা মাৰি ধৰিছে। প্ৰাণপণে চিঞৰিছে সেই মুক্ত চৰাইৰ দলে। ক'ত প্ৰৌঢ়া, প্ৰেমবতীয়া, পাতিয়া! ক'ত বা বুঢ়া! দেখা নাপালো, মাত্ৰ চিঞৰ শুনিবলৈ পাইছো।

শ্যামাই মোৰ হাতডুখন দুহাতেৰে চেপি ধৰিলে। অসহ্য যন্ত্ৰণা। প্ৰাণ ওলাই যাব খোজে। যাবলৈ দিয়া!

হঠাতে এজাক ঠাণ্ডা বতাহ মুখত লাগিলহি। বাহিৰলৈ ওলাই আহিলো। দেখিলো লগত বহুতকে লৈ আহিছো। বলৰাম ডিঙিৰপৰা ওলাই পৰিল। নাই, দুখ পোৱা নাই। তেওঁ ভগবানক মাতিছে।

কোনোবাই ওভাৰ-কোটটো টানিছে। উভতি চাই দেখো শ্যামা। উৎকণ্ঠিত চকুত পানী। অসহায় ভাবে ক'লে, "তেওঁক নমাই দিয়ক।"

আকৌ। কিন্তু এইবাৰ দুজন পুলিচ আহি পাইছে। পুলিচ মাতিছে সেই মধ্যপ্ৰদেশৰ ভদ্ৰলোকে। অৱস্থা যেন অলপ আয়ত্বাধীন হৈছে।

পৰোপকাৰৰ নিচাৰ নিচিনা কোনো বস্তু আছে বুলি মই নাজানো। মানুহৰ মনৰ মাজত কেতিয়াবা কেতিয়াবা এনে এটা ভাবৰ ঢৌ উঠে যে পৰোপকাৰৰ ইচ্ছা হয়, মোৰো ঠিক তেনেকুৱা ভাবৰ ঢৌ উঠিল। শ্যামাৰ হাতত মোৰ বেগটো দি পুনৰ উঠি গলো।

প্ৰৌঢ়াই চিঞৰি উঠিল, "দোহাই বাবু, এই বুঢ়াক নমাই দিয়া।"

কোৱাৰ আগতেই বুঢ়াই দুহাতেৰে মোক চেপি ধৰিলে, যেনে ভাবে পানীত ডুবিব খোজা মানুহে কোনো আশ্ৰয় বিচাৰে। নাভাবে যে, সেই আশ্ৰয়সহ ডুব যাব নে নেযায়।

নামি আহিলো। সকলোৱে নামি আহিছে। ক'ত গ'ল হা-হুতাশ, যন্ত্ৰণা, চিঞৰি-বাখৰ!

শ্যামাই হাঁহিছে। হাত জোকাৰি প্ৰৌঢ়াক কিবা কৈ মোলৈ আঙুলিয়াই দিছে। বুজিব পাৰিলো, এনেকুৱা ভাল মানুহ তেওঁলোকে কেতিয়াও দেখা নাছিল। সেই কথাই কৈছে আৰু মোক বুজাবলৈ খুজিছে।

বলৰামে মাতিলে, "ঠাকুৰ!"

ক'লো, "ঠাকুৰ নহয়।"

কিন্তু বলৰামৰ কথা কব পৰা মুখ আছে। ক'লে, "ক'তা? আপোনাৰ গালে মুখে লেখা আছে ঠাকুৰ বুলি। নহয় বুলিলে মই মানিম কিয়? এই—এই লক্ষ্মীদাসী।"

দেখিলো, বলৰামৰ ওচৰত কেইজনমান পেটেণ্ট বঙালী নামাৱলী-ধাৰী বৈষ্ণৱ, আৰু এগৰাকী ক'লা শকত চেহেৰাৰ মাইকী মানুহ।

বুজিলো, আমঘাটাৰ লক্ষ্মীদাসী এই মানুহগৰাকী। বয়স চল্লিচৰ ওচৰাওচৰি। থান কাপোৰৰ ওপৰত নামাৱলী। স্থূল ঠোঁট, চকু কপালত উঠাইও বেচেৰীয়ে হাঁহিব পৰা নাই। বোধহয় তেওঁৰ মূল-গায়নক ৰক্ষা কৰিছো বুলি মুগ্ধ হৈ বাকৰহিতা হৈ পৰিছে।

ক'লো, "বেচ বলৰাম, এতিয়া যাওঁ।"

উত্তৰ দিলে লক্ষ্মীদাসীয়ে। তেওঁ মাতিলে, "ঠাকুৰ—"

উভটি চালো। চল্লিছ বছৰৰ লক্ষ্মীৰ ক'লা-ক'লা ডাঙৰ চকু দুটি এতিয়া সৰু ছোৱালীৰ দৰে কৌতূহলপূৰ্ণ আৰু নম্র। ক'লে "এবাৰ যেন আমাৰ আশ্ৰমত ভৰিৰ ধূলা দিয়েহি।"

"ক'ত তোমালোকৰ আশ্ৰম ?"

"ক'ত নাজানো। কোনোদিনাখন দেখা নাই। আশ্ৰমৰ নাম শ্ৰীনন্দগোপাল মাধবাচাৰ্য্য বাবাজীৰ মন্দিৰ। আমিও বিচাৰি লব লাগিব।"

ক'লো, "পাৰিলে বাৰু যাম। যাব নোৱাৰিলে যেন একো ভাবি নোলোৱা। কিন্তু তোমাৰ মূল গায়নৰ মাতটো খুব মিঠা ; তেওঁৰ গান শুনাৰ ইচ্ছা থাকিল।"

অক্রূৰ পৰিয়ালটিও নামি আহছে। দেখিলো, ড্ৰাইভাৰৰ পোছাক পিন্ধা এজন মানুহে তেওঁলোকক বাট দেখুৱাই লৈ গৈছে। সকলোৱে মোৰ ফালে চাই হাঁহিছে। ডাঙৰ ভায়েকে ক'লে, "আমাৰ কেম্পটোৰ নাম মনত আছেতো ? আহিব লাগিব।"

সাধাৰণ যাত্ৰী ওলাই যোৱা- বাটলৈ আগুৱাই গলো। জানো, বলৰামে মোৰ ফালে চাই আছে। তেওঁৰ দুয়োটা চকুত পানী। বলৰাম ! মানুহৰ অকৃত্রিম বন্ধু।

এই মানুহৰ মহামেলাত তেওঁক কোনোবা দিনাখন বিচাৰি পাম নে নাই নাজানো।

মানুহৰ মন নদীৰ কুলৰ তীৰভূমি, যি ঠাইত দিনে-ৰাতিয়ে পলস পৰে : পলৰ পলস, মিনিটৰ পলস, ঘণ্টাৰ পলস, মহাকাল আৰু যুগৰ পলস !

এবেলাৰ ভিতৰতে অস্পষ্ট হৈ আছে মৃত সহযাত্ৰীৰ তীব্ৰ স্মৃতি। ইয়াৰ পিছত বলৰামো হেৰাই যাব।

আকৌ কোনো ঘটনাৰ প্ৰবাহে যিদিনাখন জগাই দিব এই কুম্ভ-

মেলাৰ স্মৃতি, সেইদিনা হয়তো এই বিচিত্র মুখবোৰ চকুৰ সন্মুখত ভাঁহি উঠিব। কিমান কথা যে মনত পৰিব।

স্মৃতি যেন কণ্ঠলগ্না প্ৰেয়সী! প্ৰেয়সীৰ আদৰত অবিমিশ্ৰ সুখ নাথাকে। সুখ আৰু দুখ, এই দুই ধাৰাৰ মিলনত লুণীয়া পানীৰ ধাৰা বাগৰি আছে। স্মৃতিও ঠিক তেনেকুৱা। এনেকি কণ্ঠলগ্ন হৈও তীব্ৰ দহন সময়ে সময়ে আমি অনুভব কৰো। তথাপিও স্মৃতি নৰখাকৈ জীয়াই থকা টান।

সকলো সময়তে মাইকত কৈ আছে, "কলেৰাৰ ইনজেকচন লবলৈ নেপাহৰে যেন। ছাৰ্টিফিকেট লবলৈ নেপাহৰে যেন। বিনা ছাৰ্টিফিকেটত মেলাত আপোনাৰ প্ৰৱেশ নিষিদ্ধ।"

তাৰ কাৰণে যথেষ্ট ব্যৱস্থা কৰা হৈছে। গোটেই ষ্টেচন বাঁহৰ বেৰা দি আগুৰি যেন এক অস্থায়ী কাৰাগাৰৰ সৃষ্টি কৰিছে। দুৱাৰে দুৱাৰে ডজন ডজন পুলিচ।

ষ্টেচনৰ বাৰাণ্ডাত বেজী দিয়া মানুহ বহি আছে। পুৰুষ-মহিলা ইনজেক্‌চন হাতত লৈ বহি আছে।

শ্যামাৰ দলে ইয়াতেও গোলমালখন লগাই দিছে। তেওঁলোকে বোলে ইনজেক্‌চন কেতিয়াও নলয়। অকল শ্যামাইঁতেই কিয় আৰু বহুতো শ্যামাইঁতৰ নিচিনা ভয়তে মূৰ্চ্ছা যোৱাৰ উপক্ৰম।

পুণ্যাৰ্থী নাৰীবাহিনীৰ কোনো কোনো দলেতো কান্দোন আৰম্ভ কৰি দিছে! "হে ভগবান, হে মহাদেৱ, তোমাৰ ৰাজত্বত এয়া কি কাণ্ড চলিছে!"

সঁচাকৈয়ে ভগবানৰ ৰাজত্বত কি আচৰিত কাণ্ড ঘটিব লাগিছে। দেখিলো, বোধহয় ৰাজস্থানৰ এজন কৃষকে কান্দিব ধৰিছে। তেওঁৰ শৰীৰ মোতকৈ ডবল। তেওঁৰ এখন হাতৰ চেপাতেই হয়তো মোক মাৰি পেলাব পাৰে। তেওঁ যে সামান্য এটি বেজীৰ ভয়ত কান্দিব পাৰে, এয়া চকুৰে নেদেখিলে বিশ্বাস কৰা টান হৈ পৰে।

চকুৰ পানী অকল তেওঁৰে পৰা নাছিল, তেওঁৰ দৰে আৰু কেইবাজনো। অথচ এইজন মানুহেই হয়তো নিজ গাৱঁত অলপ মাটিৰ কাৰণে অনায়াসে আনৰ মূৰ ফালি পেলাব পাৰে। তেতিয়া তেওঁ তেজ দেখিলেও ভয় নেখায়। হয়তো ধৰ্মৰ নামত যদি তেওঁৰ নাক-কাণ ফুটা কৰি দিয়া যায় সহ্য কৰিব। কিন্তু ইনজেক্‌চন! সেয়া বৰ সাংঘাতিক।

ইনজেকচনৰূপী দেৱতা বৰ নির্দয়। ইনজেকচন হৈ নোসোমোৱাকৈ এৰি নিদিয়ে, আৰু তেওঁৰ যদি পৰোৱানা পোৱা নেযায় তেন্তে স্বর্গৰ দুৱাৰ বন্ধ। যিসকল ভয়াতুৰ অথচ বুদ্ধিমান, তেওঁলোকে কোনোৱে সময় অপচয় কৰা নাই। লৈছে আৰু পলাইছে। ভাবটো এনেকুৱা, যি হয় পাছত দেখা যাব।

শেষত শ্যামাৰ দলে টকা উলিয়াইছে। এই দিনৰ পোহৰত সহস্র চকুৰ সন্মুখত যে টকা লৈ এৰি দিব, সেয়া অসম্ভৱ। লাজ বুলিও বস্তু এটা আছে।

পলম কৰি লাভ নাই। বেলিও হৈ আহিল। ইনজেকচন ছার্টি-ফিকেটখন পকেটত ভৰাই ওলাই আহিব খুজিলো।

সন্মুখত দেখিলো শ্যামা আৰু প্ৰৌঢ়া। পিছত প্ৰেমৱতীয়া, পাতিয়া আৰু বৃদ্ধ।

শ্যামাই সুধিলে, "দুখ পোৱা নাই?"

ভাবিলো, বলৰামৰ দৰে উত্তৰ দিওঁ নেকি—দুখ নোপোৱাকৈ কেনেকৈ সংসাৰত থাকিবা? হাঁহি উত্তৰ দিলো, "সামান্য।"

শ্যামাই সুধিলে, "সঁচা?"

"মিছা কথা কৈ লাভ কি। লৈ চোৱা।"

ইমান ভয় যে, শ্যামাই মোৰ চকুৰ ফালে তীক্ষ্ণ দৃষ্টিৰে এক মুহূর্ত চাই ৰ'ল। ক'লে, "আমাৰ এই বুঢ়া মানুহজনে লব পাৰিবতো?"

ক'লো, "নিশ্চয় পাৰিব। এশটা লব পাৰিব।"

কৈ হাঁহি হাঁহি বাহিৰলৈ ওলাই আহি দেখিলো আৰু এক কাণ্ড। এগৰাকী বঙালী বৃদ্ধাই ক'লে, "ইহঁতক কৈ মেলি এটা ব্যৱস্থা কৰি দিয়া।"

আচৰিত হৈ সুধিলো, "মোক কিবা কৈছা নেকি?"

"তোমাকে কৈছো: কমেই বা কাক!"

"হিন্দীওৱালাসকলক কৈ দিয়াছোন, আমি এই বুঢ়ীবোৰৰ সাত কাল পাৰ হৈ আৰু এক কালত পৰি ৰৈছোহি। মৰো যদি এনেয়ে মৰিম। আমি এই ইনজেকচন হলে ল'ব নোৱাৰো।"

দেখিলো বুঢ়ীৰ কাষত এজন ত্ৰিশ-বত্ৰিশ বছৰ বয়সৰ যুৱক থিয় হৈ আছে। তেওঁ গোটেই শৰীৰ এখন কম্বলেৰে ঢাকি ৰাখিছে। ঠাণ্ডা হয়তো আছে, কিন্তু বর্তমান কম্বল নহলেও হয়। ঠেলাঠেলিত মইতো মোৰ সকলো গৰম কাপোৰ খুলি পেলাইছো।

যুৱকজনৰ ওচৰত এগৰাকী অবগুণ্ঠিতা ছোৱালী। ছোৱালীজনী উৎকণ্ঠিতা। মোৰ চকুৱে চকু পৰাত যুৱকজনে সুধিলে, "কি কৰা যায় কওকচোন!"

মই ক'লো, "কিয়, আপুনিও লোৱা নাই নেকি?"

যুৱকজনে লাজ নাপালে। করুণভাবে ক'লে, "মানে, কেতিয়াও লোৱা নাইতো, সেই কাৰণে ভয় খাইছে। চাওকচোন, মোৰ পৰিবাৰতো ভয়তে মুচকচ্ যোৱাৰ অৱস্থা!"

পৰিবাৰ অৰ্থাৎ ছোৱালীজনী। মানুহজনৰ অৱস্থা সকলো ফালৰ পৰা কাহিল হৈ পৰিছে। এফালে বুঢ়ী, আনফালে ছোৱালীজনী। কিন্তু আচৰিত হলো তেওঁক দেখি! ইন্জেক্চনে যে এনেকুৱা কৰাল-ৰূপত দেশত বিৰাজমান, সেয়াতো জনা নাছিলো।

ক'লো, "অহাৰ আগতেইতো গম পাইছিল। কিবা এটা ব্যৱস্থা কৰি নাহিলে কিয়?" কোৱাৰ লগে লগে যুৱকজনে কম্বলখন আঁতৰাই ৰুদ্ৰমূৰ্তি ধৰি ক'লে, "চাওক ডাঙৰীয়া, এই বুঢ়ীয়ে যত অনিষ্টৰ মূল। কৈছিলো ছটা টকা দিবলৈ, মিউনিচিপেলিটিৰ হেলথ অফিচাৰক জনে প্ৰতি দুটকাকৈ দি ছাৰ্টিফিকেট লম বুলি। তেতিয়া কত কথা কলে। মাত্ৰ ছয় টকা। এতিয়া কোনে এই বৈতৰণী পাৰ কৰিব?"

যুৱকে স্বমূৰ্ত্তিত আত্মপ্ৰকাশ কৰিলে। বুঢ়ীও কম নহয়। তেওঁ চিঞৰি চিঞৰি কলে, "দুটা পইচা আজিব নোৱাৰে, ছয় টকা আহে ক'ৰ পৰা? তাৰ উপৰি জানিছিলো নেকি যে ইয়াত ইহঁতে এনেদৰে ভূতে ধৰা দি ধৰা দিবহি।"

যুৱকে আৰু উগ্ৰ মূৰ্তি ধৰিলে। কাপোৰ কঁকালত মেৰুৱাই লৈ ক'লে, "মই এতিয়াই ইনজেকচন লম, তোৰ যি খুচী কৰ।"

সৰ্বনাশ! বুঢ়ী জ্বলি উঠিল। ক'লে, "সাবধান প্ৰহ্লাদ, তোৰ বুঢ়ী মাৰৰ আজি এতিয়াই মৃত্যু হ'ব।"

কিন্তু প্ৰহ্লাদ স্থিৰ-প্ৰতিজ্ঞ, ক'লে, "হওক মৰণ, তথাপিও লম।"

কলে, কিন্তু আগুৱাই হলে নাযায়। আৰু মই জানো ভাবিছিলো যে এলাহাবাদ ষ্টেচন প্ৰাঙ্গণত এনে এখন নাটক দেখা পাম।

দৰ্শক বহুতো আছিল। বোধহয় ভাৰতৰ প্ৰত্যেক প্ৰদেশৰ নৰ-নাৰীয়ে এই নাটক চাই আছিল। লাহে লাহে জনতাৰ ভিৰ

বাঢ়ি আছিল। কেম্পৰ মানুহে ভিৰ কমাবলৈ অনুৰোধ কৰিবলৈ ধৰিলে।

ইতিমধ্যে বহুতো মানুহ ওলাই গৈছে। বুজিলো, থিয় হৈ থকা মিছা। নেজানো নাতি-আইতাৰ এই নাটকৰ যবনিকা কেনেভাৱে পৰিব। আঁতৰি অহাৰ বাদে মোৰ উপায় নাই।

এলাহাবাদ চহৰ। প্ৰাচীন হিন্দু ৰাজত্বৰ প্ৰয়াগ প্ৰদেশ। অকল সঙ্গমস্থলৰ ঠাইডোখৰেই আজি প্ৰয়াগ নামৰ মহিমাত উজ্জ্বল, হিন্দু পুণ্যাৰ্থীৰ স্বৰ্গভূমি। কিন্তু প্ৰয়াগ প্ৰদেশৰ সীমা বুলিলে বহুখিনিকে বুজাইছিল। সেইসময়ত প্ৰয়াগ আছিল হিন্দু ৰজাৰ ৰাজধানী।

অকল হিন্দুৰ তীৰ্থভূমি বুলিয়ে নহয়, যি কোনো ইতিহাসপ্ৰেমী ব্যক্তিয়ে আজিৰ উত্তৰপ্ৰদেশৰ এই চহৰৰ ইতিহাস শুনিলে ৰোমাঞ্চিত নহৈ নোৱাৰে।

দলবদ্ধ তৰুণীৰ হাঁহিৰ মিশ্ৰিত শব্দৰ দৰে বহুবোৰ চাইকেল ৰিক্সাৰ বেল বাজিছে। ইয়াতে কাণ তাল মাৰি ধৰা হৰ্ণ নাই। মৃৰ দৌৰাই হু-হুৱাই উত্তৰপ্ৰদেশৰ ৰিক্সাৱালা গৈ আছে। সময় নাই। এটকাৰ ঠাইত চাৰিটকা বিচাৰিলেও নাই বুলি কোৱাৰ উপায় নাই। ৰথ যিসকলক লাগে, তেওঁলোকে ৰথীসকলৰ মনোমত ব্যৱস্থাত ৰাজী হ'বই লাগিব।

কিন্তু সেই কথা কোৱা নাছিলো। কৈছিলো এই দেশৰ কথা। আমাৰ ঠাইৰ পৰা এই ঠাই বেছি দূৰৈত নহয়। বিশেষকৈ এই বিজ্ঞানৰ যুগত।

আজি এই দেশৰ পিচ দিয়া ৰাস্তাৰ ওপৰেদি গৈ থাকোঁতে চকুত পৰিছে দুফালে থকা ডাঙৰ ডাঙৰ ঘৰ। ধূলি উৰুৱাই গৈছে লৰী আৰু ভিন ভিন প্ৰাইভেট কাৰ। আছে চাইকেল ৰিক্সা আৰু টাঙ্গা। টাঙ্গাবোৰেই বোধহয় প্ৰাচীন ভাৰতৰ ঘোঁৰাই টনা ৰথৰ স্মৃতি বহন কৰিছে। অসংখ্য মানুহ গৈ আছে।

চহৰৰ অৱস্থা আমাৰ গাৱঁৰ দৰে। বিশেষকৈ বৰ্ত্তমান পূব-পাকিস্থানৰ ৰাজধানী ঢাকা চহৰৰ ছাপ এলাহাবাদত স্পষ্ট।

কালৰ পৰা কালান্তৰ, যুগৰ পৰা যুগান্তৰ। কাল যায়, যুগ যায়। যোৱাৰ সময়ত সময়ে ছাপ থৈ যায়। সকলো মানুহৰে কীৰ্তি। মানুহেই ভাঙে আৰু মানুহেই গঢ়ে। তথাপিও পিচলৈ উভতি চালে আমাৰ দুচকুত পানী ভৰি আহে। এই চকুৰ পানী অ-বস্তুবাদীৰ নহয়, নহয় ইতিহাস-বিমুখৰ দণাঘৰলৈ ছোৱালী পঠিয়াবলৈ ছোৱালীৰ বাপেকে কিমান বিৰাট অনুষ্ঠান কৰে। ছোৱালীৰ প্ৰতিষ্ঠা, ছোৱালীৰ নাৰীত্বৰ মহিমা-প্ৰকাশৰ কাৰণে এক নতুন জীৱনত তুলি দিবলৈ কতনা আয়োজন কৰে। তথাপিও যিজনক লালন কৰিছে, জন্মৰ পিচৰ পৰা যাৰ বিকাশৰ কাৰণে প্ৰতিদিন কষ্ট কৰিছে, তেওঁৰেই নৱজীৱনৰ প্ৰৱেশ পথত থিয় হৈও ছোৱালীৰ জন্মদাতা পিতৃ-মাতৃয়ে কান্দে।

প্ৰয়াগ নামে মোক তেনেকৈয়ে মুগ্ধ কৰে। হাজাৰ হাজাৰ বছৰ আগৰ পৰাই ভাৰতৰ নামৰ লগত প্ৰয়াগৰ নাম জড়িত। যেতিয়া ভাবো, যি পথৰ ওপৰেদি আজি ৰিক্সাত উঠি আহিছো, এদিনাখন ইয়াৰ ভয়াবহ হাবি-জঙ্গলৰ মাজেদি অযোধ্যাৰ দশৰথ-পুত্ৰ ৰাম ভাতৃ লক্ষ্মণ, স্ত্ৰী সীতাক লৈ বনবাসৰ পথলৈ আগবাঢ়িছিল। দেখিছিল দূৰ আকাশত ধোঁৱাৰ কুণ্ডলী। ধোঁৱাৰ কুণ্ডলী উঠিছিল ভৰদ্বাজ মুনিৰ আশ্ৰমৰ পৰা।

কাব্য নহয়, বাস্তৱত জানো এবাৰ চকু মুদি ভাবিব নোৱাৰো, মহীমাকৰ কাৰণে বহু বছৰ আগতে দুজন ভায়েক আৰু এজনী ছোৱালী ঘৰ এৰি এই পথেদি আহিছিল। তেওঁলোকক লৈ আমাৰ ৰাজকথা, কাব্য, গৌৰৱগাঁথা, ৰূপকথা, আমাৰ ইতিহাস।

চমকি উঠিলো। হঠাত কাণত পৰিলহি, "এই যে ভাই!"

কথাৰ লগতে জলতৰঙ্গৰ দৰে হাঁহি। হাঁহি, ঘোঁৰাৰ পদশব্দ, ঘোঁৰাৰ ডিঙিত বন্ধা ঝুনঝুনিৰ শব্দ।

মোৰ চকু-মন ৰামায়ণ কাব্যৰ সপোনপুৰীত হেৰাই গৈছিল। হঠাতে চমকি চাই দেখো, মাত্ৰ দুহাত দূৰৈত শ্যামা! টাঙ্গাৰ পিছত বহি ভৰি দুখন ওলোমাই দিছে। এখন টাঙ্গাতে তেওঁলোক সকলোৱে বহিছে। বুঢ়া মাজত বহিছে। ওচৰা-ওচৰিকৈ তেওঁলোকৰ টাঙ্গা আৰু মোৰ ৰিক্সা গৈ আছে।

চাৰিওফালে টাঙ্গা আৰু ৰিক্সাৰ ভিৰ। পথৰ দুফালে মানুহৰ

ভিৰ। তিৰোতা, পুৰুষ, শিশু, বুঢ়া বহুতো আহিছে। আছিছে সাধুৰ দল।

ক্রিং ক্রিং নহয়, ৰিণি ৰিণি ৰিক্সাৰ বেল বাজি আছে। মোৰ ৰিক্সাই শ্যামাহঁতৰ টাঙ্গাক বেগাই আগুৱাই যাবলৈ কৈছে।

শ্যামাই হাঁহিছে, হাঁহিছে তেওঁলোকৰ দলটোৱে। বুঢ়াজনেও হাঁহিছে নেকি ? হঁহা নাই, কিন্তু তেওঁৰ চকুৱে মুখে প্রসন্ন মনোভাৱৰ আভাস।

প্রৌঢ়াই শ্যামাক যেন কিবা কলে। যাত্রী আৰু যানবাহনৰ কোলাহল তল পেলাই চিঞৰি শ্যামাই মোক সুধিলে, "কাঁহা যানা হ্যায় ?" ভাঙনি কৰিলে বোধহয় অৰ্থ এনেকুৱা হব, "কলৈ যোৱা হ'ব ?"

কলো, "মেলা। কুম্ভমেলা।"

"সচ্ ?" সঁচা। চমকিত বিস্ময় আৰু মুহূৰ্ত্তৰ নীৰৱতা। আকৌ হাঁহি। সেই হাঁহিত পথচাৰী নৰনাৰী চমকি উঠে। বোধহয় মুহূৰ্ত্তৰ কাৰণে থমকি ৰয় অবিৰাম ভাবে গৈ থকা এই জনসমুদ্রৰ ভৰিৰ তলৰ মাটি, উত্তৰপ্রদেশৰ পাতল মেঘে আবৰি থকা বেলি পৰি অহা ৰঙা আকাশ উত্তৰৰ সৰ্বনাশী বতাহ। কাৰণ, এই হাঁহিত মুক্তিৰ স্বাদ নাই।

কিয় ইমান হাঁহি, নাজানো। বলৰামক যেন দেখিছিলো, হাঁহি যেন প্রাণ, হাঁহি যেন গান, হাঁহি অঙ্গৰ বসন-ভূষণ। এওঁলোকৰো জানো সেয়াই। কিন্তু বলৰামৰ নীৰৱ হাঁহিত প্রাণৰ বন্ধ দুৱাৰ খোল খাই যায়গৈ। নীৰব, অথচ এই প্রাণখোলা মানুহৰ মুক্তিৰ উদাৰ আহ্বান আৰু এই হাঁহিৰ লহৰে লহৰে অনুভূত হয় এক বন্দীৰ নিঃসঙ্গ যন্ত্রণাৰ ছট্‌ফটনি।

মোৰ ৰিক্সাৰ সমুখৰ চকা প্রায় শ্যামাৰ ভৰিত লাগিছেগৈ। প্রায় লাগে লাগে, কিন্তু নালাগে। দেখিছো শ্যামাৰ খেলা আৰম্ভ হৈছে। কাৰ লগত ? মোৰ লগত, নে ৰিক্সাৱালাৰ লগত, নেজানো।

ভাবিছিলোঁ সকলো ছোৱালীয়ে আলতা ভৰিত নলগায়। কিন্তু শ্যামাৰ ভৰিত আলতা লগোৱা, প্রজাপতিৰ নক্সা কটা চেণ্ডেল। পিন্ধিছে ময়ুৰ ছাপ থকা শাৰী। তেওঁৰ বলিষ্ঠ সুঠাম অঙ্গ আবৰি নৃত্যৰত ময়ুৰ। মেল খাইছে ধূলিয়ে আৱৰা চুলি, চিকমিকাইছে শিৰৰ

সেন্দুৰ। কেঁচা সোণৰ স্থূল কাম কৰা কঙ্কণ শোভিত দুহাতেৰে ধৰি আছে এটি পিতলৰ কলহ। বহিছে বেঁকাকৈ। মুখত তেওঁৰ এক অৰ্থপূৰ্ণ হাঁহি।

তেওঁ আকৌ সুধিলে, "কোন আশ্ৰমত থাকিব?"

ক'লো, "নেজানো।"

"নেজানে?" বোধহয় নিজৰ ভিতৰত কিবা কথা কৈ পুনৰ তেওঁ লোকে হাঁহি উঠিল। কেনেকৈ জানিম? যলৈকে কোনোদিন যোৱা নাই, কেনেকুৱা ঠাই দেখা নাই, কেনেকুৱা আশ্ৰম, ক'ত থাকিম, সেয়া ভাবিতো ওলাই অহা নাই। কি ভাবি যে ওলাই আহিছিলো পথত সেয়া পাহৰি গলো। বক্তৃতা আৰু যুক্তি পাহৰি গৈছিলো। ক্লান্তিত ভাঙি পৰা নাছিলো, তথাপিও মনত পৰা নাই, কেতিয়া, কিয় ওলাই আহিছিলো।

মনক সুধিও লাভ নাই। ওলাই অহাৰ কাৰণে মন অস্থিৰ হৈ পৰিছিল। অস্থিৰতা নাইকিয়া হৈছে, এতিয়া মন বলিয়া হৈছে। নিজৰ সেই বলিয়া ৰূপ দেখিবলৈ কেনেকুৱা, নাজানো। মনৰ পৰা মাত্ৰ কৈ আছে, গৈ থকা, গৈ থকা! ইমান মানুহ গৈ আছে, অবিৰাম ভাবে গৈ আছে। যেন বানপানীৰ পানীত ময়ো পানী হৈ মিহলি হৈ গৈছো।

ক'ত গৈ ৰ'ম নাজানো! বৈ যামনে উটি যাম, সেয়াও নাজানো। আশ্ৰমৰ কথা কোনে ভাবিছে?

বাটৰ দুকাষেৰে গৈ আছে পঞ্জাব, সিন্ধু, বোম্বাই, গুজৰাট, দ্ৰাবিড়, উৎকল, বঙ্গ। কি বিচিত্ৰ তাৰ ৰূপ। কোনোবাই পিন্ধিছে ৰঙীন পায়জামা-পাঞ্জাবী আৰু ওড়নাৰ লগতে পিঠিৰ ওপৰত ওলমি থকা খোঁপা, তুলি থকা বেণী। ডিঙিত ওলমি থকা বেল্টৰ লগত খাপত থকা ছুৰি, কঁকালত তলোৱাৰ লৈ পাঞ্জাবী-শিখ। ঘাগৰাৰ ঢৌ তুলি আহিছে দিল্লীৰ ছোৱালী, বিচিত্ৰ বৰ্ণবহুল চৈধা হাত দীঘল শাৰী পিন্ধি আহিছে ৰাজপুতানী। মূৰত সোণৰ টিকলি, হাত ভৰ্তি সোণ। কাৰোবাৰ কাণত ছয় ইঞ্চি গধুৰ কৰ্ণাভৰণ। নাকৰ দুয়োকোষে নাকফুল, কপালত সেন্দুৰৰ ফোট। সন্মুখত কুচি দি বাওঁফালে আচঙ্গ পেলাই আহিছে দক্ষিণ দেশীনী। চুটিকৈ কটা চুলি, লুঙ্গি পিন্ধা, মুখত চুৰট লৈ পুৰুষ-বাহিনী।

পথৰ দুয়োকাষৰ এই বিচিত্র ৰূপ দেখি মনৰ হেঁপাহ নপলায়। ভাবো, যাৰ বেশ ইমান বিচিত্র, তেওঁৰ হৃদয় আৰু চৰিত্রৰ গতিবিধি নাজানো আৰু কিমান বিচিত্র! সেই বৈচিত্র্যকে বা জানিম কেনেকৈ? মন গধুৰ হৈ পৰিল। ইমান মানুহ, ইমান ৰূপ! এই ৰূপৰ শেষ ক'ত? যি ৰূপকে বিচাৰিম, সেই অপৰূপকে পাম। পাহৰা নাই। ডুব দিম সেই হৃদয় কুম্ভত। ৰূপত তেওঁক নিচিনো, প্ৰাণে প্ৰাণে বুজিম বুলিয়েই ডুব দিব খোজো। প্ৰাণৰ দুৱাৰ যদি বন্ধ থাকে, কৰাঘাত কৰিম। চাবি হৈ ছিদ্ৰৰ মাজত ঘূৰি থাকিম!

উদভ্ৰান্তৰ দৰে কিয়বা দৌৰি আহিলো। চাম বুলিয়ে নিশ্চয়। ভাৰতৰ এই বিচিত্র আয়নাত নিজৰ মুখ ভালদৰে চাম বুলিয়েতো আহিছো। সেই মুখ মোৰ মন। মোৰ ধৰ্ম।

ভাৰতৰ দৰিদ্র নৰ-নাৰী এই সমাৰোহপূৰ্ণ মানুহৰ আটাইতকৈ ডাঙৰ অংশ। ফটা কম্বল, ময়লা কাপোৰ-কানি, ধুলিয়ে আবৰা মুখ। তেওঁলোকৰ মূৰত, কান্ধত বোজা। শ শ মাইল, শ শ গাৱঁৰ ধূলিৰে তেওঁলোকৰ সৰ্বাঙ্গ আবৰা। তথাপিও তেওঁলোকৰ নিজ প্ৰদেশৰ পৰিচয় তেওঁলোকৰ সাজ-পাৰত পোৱা যায়।

এই ৰূপৰ সোঁত বৈ আছে টাঙ্গাত, ৰিক্সাত আৰু খোজকাঢ়ি। দূৰৈৰ গাৱঁৰ পৰা মানুহ আহিছে গৰু-ম'হৰ গাড়ীত। ভাৰতৰ বৰ্ণাঢ্য ঐশ্বৰ্য্য, ভাৰতৰ মলিয়ন সোণ। মই দুয়োহাতেৰে বুটলি লম এই সোণ।

চাৰিওফালে চিঞৰ-বাখৰ। গাড়ীৰ ঘৰ্ ঘৰ্, ঘোঁৰাৰ খুৰাৰ খট্খট্, ঘুঙুৰৰ শব্দ, ৰিক্সাৰ জলতৰঙ্গ। খোজকাঢ়ি যোৱা ছোৱালী-বোৰে গান আৰম্ভ কৰি দিছে, এখন গাড়ীত বহি গান আৰম্ভ কৰি দিছে। এয়াতো মেলা, চলন্ত মেলা।

চাৰিওফালে চাই দেখো, ক'ৰবাত হাঁহি, ক'ৰবাত গান, ক'ৰবাত কান্দোন, ক'ৰবাত কাজিয়া। ভাষা নুবুজো, ভাব নুবুজো।

যেতিয়া সকলো ফালে এনেকৈ ভঙা ৰেকৰ্ডৰ বিকৃত শব্দৰ গোলমাল, তেতিয়া যেন নিস্তব্ধ বননিৰ মাজৰ পৰা এটি ব্যাকুল কণ্ঠস্বৰ ভাঁহি আহিল, "ও নিধিৰাম, বাবা নিধিৰাম, তই কলৈ গলি? মোৰ হাতখন ধৰ, তোৰ ওচৰলৈকে লৈ যা।"

এটি ক্লান্ত মোটা মাতৰ উত্তৰ অলপ দূৰৈত শুনা গ'ল, "মাহী, মই

য়াত। ভয় নকৰিবা, আহি থকা। মই তোমাক লক্ষ্য কৰি আছো। হেৰাই নোযোৱা। ভয় নাই।"

ভয় নাই। নির্ভয় গৈ থকা। এটা গানৰ ভাষা বুজিব পৰা নাই, কিন্তু আন এটা গানৰ ভাষা বুজিব পাৰিছো। শুনিবলৈ পাইছো খোল-কৰতালৰ শব্দ, লগতে "শ্ৰীকৃষ্ণ চৈতন্য প্ৰভু নিত্যানন্দ, হৰে কৃষ্ণ হৰে ৰাম, ৰাধে গোবিন্দ।"

কাণত পৰাৰ লগে লগেই চকুৰ সম্মুখত বলৰামৰ মুখখন ভাঁহি উঠিল। কোনে গাইছে। লক্ষ্মীদাসীৰ দল নেকি?

বাটৰ বাওঁফালে লেখা আছে, কমলা নেহৰু ৰোড, বাটৰ পকী নকৰা ঠাইৰ দুয়োফালে জমাদাৰণীয়ে ঝাড়ু দিয়ে, আচৰিত হৈ চাইছে যাত্ৰীসকল। এটোপা পানীও নাই, ঝাড়ু দি ধূলি উৰুৱাইছে কিয় বুজি নাপালো। ধোঁৱাৰ দৰে গোটেই পথ ধূলিয়ে আৱৰি ধৰিলে। হাজাৰ হাজাৰ মুখ চিনিব নোৱাৰা হ'ল।

এই পথেদি আমি কুম্ভৰ যাত্ৰীসকল আহিছো। যদি ইতিহাসৰ পুৰণি পাত লুটিয়াই চাওঁ, তেতিয়া বিচাৰি পাম গৌতম বুদ্ধৰ পদৰেণু। কাণ পাতিলে শুনিবলৈ পাম বিজয়ী মৌৰ্য্যবাহিনীৰ পদশব্দ। দেখিবলৈ পাম মুগ্ধচিত্ত গ্ৰীক-ৰাজদূত মেগাস্থিনিচক, দেখিবলৈ পাম চীন পৰ্য্যটক ফাহিয়ানক। শুনিবলৈ পাম সমুদ্ৰগুপ্ত আৰু হৰ্ষবৰ্দ্ধনৰ ৰথচক্ৰৰ ঘৰ্ঘৰণি। পদচিহ্ন বিচাৰি পাম হিউয়েনচাং আৰু শঙ্কৰাচাৰ্য্যৰ।

অৱশ্যে সেই ইতিহাস প্ৰয়াগৰ এলাহাবাদৰ নহয়। গৱেষকসকলৰ মতে, এই প্ৰয়াগৰ এসময়ত নাম আছিল বৎসদেশ। ত্ৰিশ মাইল দূৰৈৰ যমুনাকূলত কৌশম্বী নগৰীৰ ৰাজধানী আছিল। প্ৰয়াগৰেই নাম বৎসদেশ। তাৰ পিছত মোগল যুগৰ দুৰ্দ্ধৰ্ষবাহিনীৰ লৱৰি আহিছিল এই পথেদি। মোগলৰ শ্ৰেষ্ঠ সম্ৰাট আকবৰ প্ৰয়াগলৈ আহি নাম ৰাখিলে ইলাহাবাদ। ভিত্তি স্থাপন কৰিলে ইলাহাবাদ দুৰ্গৰ। ক্ৰমে বাদশাহৰ ৰম্যভূমি হৈ উঠিছিল এই ইলাহাবাদ। জাহাঙ্গীৰ তেওঁৰ চখৰ খচৰুবাগ তৈয়াৰ কৰিলে। চাহজাহানে ইলাহাবাদৰ নাম ৰাখিলে এলাহাবাদ।

তাৰ পিছতো ইলাহাবাদৰ বুকুত জপিয়াই পৰিছিল বিদ্ৰোহী বুন্দেলা আৰু মাৰাঠাসকলৰ নিৰ্ভীক অশ্ববাহিনী। আক্ৰমণ আৰু প্ৰতি-

আক্ৰমণৰ তেজেৰে এলাহাবাদৰ মাটি ৰাঙলী হৈ পৰিছিল। কেতিয়াবা মোগলৰ গুলি আৰু কেতিয়াবা মাৰাঠীসকলৰ তলোৱাৰে এই দেশ অধিকাৰ কৰিছিল।

তাৰ পিছত অন্ধকাৰ। অযোধ্যাৰ নবাবে ঋণৰ কোবত এই দেশ ইষ্ট-ইণ্ডিয়া কোম্পানীক বিক্ৰি কৰি দিলে।

আৰু আজি আমি আহিছো। আমি ঐতিহাসিক যাত্ৰী নহয়, কিন্তু ইতিহাস ৰচনা হৈছে আমাৰ মনত। আমাৰ ইতিহাসত আমি।

হঠাতে এটা জোকাৰণি খাই। পৰি যাব খুজি সন্মুখলৈ হাত আগবঢ়াই দি নিজকে ৰক্ষা কৰিলো। সন্মুখলৈ হাত আগবঢ়াই দি যি বস্তুটোত ধৰিছিলো, সেয়া শ্যামাৰ কলহ। ৰিক্সাৰ সন্মুখৰ চকা বেঁকা হৈ বৈ গ'ল। আগে পিচে সকলোতে হঠাতে চলন্ত গাড়ীৰ শাৰী বৈ প'ল। পুলিচে হাত দাঙি ৰাখিছে।

খৰখেদাকৈ হাতখন আঁতৰাই আনিলো। চাই দেখো শ্যামাই খিলখিলাই হাঁহিছে।

ক'লো, "দেখা পোৱা নাছিলো।"

শ্যামাই ক'লে, "ঘৰৰ কথা বোধহয় ভাবি আছিল।"

কৈ আকৌ হাঁহি! আচৰিত। হাঁহি মানুহ গৰাকীৰ বেমাৰ নহয়তো!

প্ৰৌঢ়াই সুধিলে, "কি হৈছে?"

শ্যামাই মোৰ ফালে চাই এবাৰ নিঃশব্দে হাঁহিলে। মুখ ওভোটাই লৈ ক'লে, "নাই, একো নহয়, তেখেতে মোৰ কলহটো পৰি যোৱাৰ পৰা বচাই দিলে!"

কলহ বচাই দিলো কেনেকৈ? কলহ ধৰিতো মইহে বাচিলো! আচৰিত হৈ সপ্ৰশ্নদৃষ্টিৰে শ্যামাৰ ফালে চাই মোৰ মন চমকি উঠিল।

তেনেকৈ শ্যামাই কি চাইছে? ওঁঠৰ কোণত তেওঁৰ সেই সকলো সময়ৰ হাঁহি লাগিয়ে আছে। তেওঁৰ শানিত চকুৰে নাচি নাচি মোৰ মুখত কিবা যেন বিচাৰিছে। সেই চকুৰ দৃষ্টি যেনে তীক্ষ্ণ, তেনেকৈ মনৰ এক গোপন খেলৰ ঢেঁওৰালিৰে ভৰা।

মুখ ওভোটাই ললো। নিজেই অপ্ৰতিভ হলো। পথত লাজ পাব লাগিব, সেই কথা ভাবি ওলোৱা নাই। পথত আকৌ লাজ কিহৰ?

পথৰ দেখা পথতেই শেষ হৈ যাব! নেজানো, শ্যামা কিমানখিনি নিলাজী। নেজানো শ্যামাৰ এই উদ্ধত চটুলতাৰ মাজত তেওঁৰ হৃদয়ৰ কোনো গোপন লীলা নিহিত আছে নে নাই। তেওঁ নিজৰ লীলা লৈ এটা পথেৰে গুচি যাব আৰু মই উটি যাম অন্য পথেৰে। মই লাজ পাম কিয় ;

লাজ নহয়, লোকলজ্জা। সন্মুখত মানুহ, পিছত মানুহ! দিগন্ত জুৰি মানুহ! তাৰ মাজতে শ্যামা ভিন্ন হৈ উঠিছে, লোকলজ্জাৰ কাৰণ সেই খিনিতেই।

উচ্চ কণ্ঠৰ হাঁহি একৰকম। নীৰৱে হাঁহি চাই থকা আৰু এক ৰকম। অন্ততঃ অস্বস্তি লাগে।

সুধিলো, "কি চাইছা ?"

বতাহে মুখৰ ওপৰত পেলোৱা চুলিবোৰ আঁতৰাই দি আগৰ দৰেই ডিঙিৰ স্বৰ নমাই কলে, "মই ক'ত চাইছো ? চাইছা তুমি।"

হয়তো মিছা নহয়। আজি প্ৰাতিপুৱাৰ পৰা বহুবাৰ তেওঁক চাইছো। ভবা নাছিলো চাওঁ বুলি। যিজনে দেখা দিয়ে, তেওঁক নেচায় উপায় কি। খোজকাঢি গৈ থাকোঁতে আকাশ দেখা নেপায় কোনে ? বাগিচাৰ ফুল চকুত নপৰে কাৰ ? বিহঙ্গৰ গান কোনেই বা নুশুনাকৈ থাকে।

শুনিছো সেয়াও বোলে বহুতে দেখা নেপায়। মই যে চাম বুলিয়ে আহিছো। শ্যামাক যে দেখা নাপাম সেয়াই বা কেনেকৈ হব।

কিন্তু সুধিছিলো কথাটো অন্য ধৰণে। উত্তৰ পালো অন্য এক ধৰণে! ওলোটা অভিযোগ! এই অভিযোগ অভিযোগ যদি নহয়, যদিহে খেলা হয়, তেতিয়া শ্যামাৰ ওচৰত হাৰ মনাৰ বাহিৰে উপায় নাই। এনেবোৰ কথাত আমি শ্যামাহঁতৰ ওচৰত সদায় হাৰ মানো।

মই উত্তৰ নিদিয়া দেখি শ্যামাই অলপ আগুৱাই আহি পুনৰ সুধিলে, "এইবাৰ তুমি কোৱা, কি চাইছিলা ?"

অকল যে শ্যামাক দেখিছিলো, সেয়তো মিছা কথা। তথাপিও কলো, "তোমাকেই। তোমাৰ আলতা লগোৱা ভৰি, তোমাৰ মন্ত্ৰৰ নাচি থকা শাৰী···?"

শ্যামাই মুখখন ঘূৰাই ললে। এই সামান্য কথাত অন্যমনস্কতাৰ

তাও জুৰিব লগা হৈছে উদ্দাম ৰহস্যময়ী শ্যামাই ? জনতাৰ মাজত কি এনে চাবলৈ তেওঁ মুখ ওভোটাই লব লগা হ'ল ? মোক বেছি প্ৰশ্ৰয় দিয়াৰ অনুশোচনা, নে লাজ পাইছে ?

কিন্তু শ্যামা অপ্ৰস্তুত নহ'ল। যেন মোৰ আগৰ কথা শুনাই নাছিল, এনে ভাব দেখুৱাই ক'লে, "মোৰ ডিঙিটো এতিয়াও বিষাই আছে। তুমি যদি আৰু অলপ বেছি চেপি দিলাহেঁতেন মই মৰিলোহেঁতেন।"

শ্যামাই নিজে প্ৰসঙ্গ পৰিবৰ্ত্তন কৰি খুজিছে। তথাপিও ৰহস্যৰ আভাস এতিয়াও তেওঁৰ চকুৱে-মুখে। আকৌ কলে, "সেই খোৰা সাধুজনক তুমি তেনেকৈ দাঙি লৈছিলা কেলেই ? তোমাৰ চিনাকি ?"

"নহয়।"

"তেনেহলে ?"

কলো, "তুমিও মোৰ দৰে এই ক্ষীণ মানুহজনৰ হাতত ওলমি পৰিছিলা কিয় ? তোমাৰ মই চিনাকি জানো ?"

হাঁহিৰ লগতে বিস্ময়ৰ ভাৱ শ্যামাৰ মুখত খেলি গ'ল। তাৰ পিছত হাঁহি ক'লে, "আজীব আদমী !"

পুলিচে পুনৰ গাড়ী যাবলৈ আদেশ দিলে। এইবাৰ এক কোবতে শ্যামাইতৰ টাঙ্গা বহুখিনি আগুৱাই গ'ল। কি কথা কৈছিল মুশুনিলো, কিন্তু শ্যামাই তেওঁৰ সঙ্গিনীৰ লগত কিবা কথাত হাঁহি উঠিল।

সন্মুখলৈ চাই দেখো উত্তৰ-দক্ষিণ পথ গ্ৰেণ্ড-ট্ৰাঙ্ক ৰোড আমি পশ্চিমৰ পথ পূবলৈ গৈ আছো।

কিছুদূৰ গৈ দেখো সন্মুখত বহল পথাৰত তম্বুৰ শাৰী। ভাবিলো, এয়া জানো মেলা ? একালে তম্বুৰ শাৰী আৰু একালে খেৰৰ ঘৰৰ দিগন্তহীন সমুদ্ৰ। কিন্তু কি বিপদ। ঝাড়ুদাৰণী সকলে ইয়াতো ধূলি লৈ হোলি খেল আৰম্ভ কৰি দিছে। এডাল ঘাঁহ নাই। যেন ধূলিৰহে ৰাজ্য। নেজানো কি সুখত ঝাড়ুদাৰণীসকল ইয়াত জপিয়াই পৰিছে আৰু কি ভাবিয়ে বা নগৰৰ স্বাস্থ্যৰক্ষী কৰ্তাসকলে এই হুকুম দিছে।

বেলি প্ৰায় পৰি আহিল। কিন্তু অন্ধকাৰ হোৱা নাই। অথচ সন্মুখত ধূলিৰ কাৰণে অন্ধকাৰ হৈ আছে। মানুহতো দূৰৈৰ কথা,

ঘোঁৰাবোৰেই নাকেৰেই ঘড়ঘড় শব্দ আৰম্ভ কৰি দিছে। বহুতো মানুহ গাধৰ পিঠিত আহিছে। গাধবোৰেও নাকেৰে শব্দ কৰিবলৈ আৰম্ভ কৰি দিছে।

কি নিদাৰুণ কথা। গাড়ী-ঘোঁৰা সকলোবোৰ সেই এচলীয়া পথেৰে হুঁ হুঁ কৈ সেই ধূলি-পথাৰৰ ফালে নামি আহিল। ৰিক্সাৱালাক সুধিলো, "সেইফালে কলৈ যাব ?"

উত্তৰত ক'লে, "বাবু, ইয়াত সকলোবোৰ গাড়ী ৰাখিব লাগিব। গাড়ীৰ টিকট লব লাগিব। দিয়ক ছ'অনা পইচা।"

"আঠ অনাৰ বাটত চুটকা লৈছে, এতিয়া আকৌ ছয় অনা কিহৰ ?"

ৰিক্সাৱালাই তাৰ ঘাম মচি কলে, "বাবুচাহেব, এয়া কানুন।"

বান্ধলৈ যাবলৈ হলে টিকট লব লাগিব। নহলে ৰিক্সা যাবলৈ নিদিয়ে।

মোৰ কথাৰ উত্তৰ দি সি চাৰিওফালে এবাৰ চাই মোৰ ৰিক্সাখন টানি লৈ গৈ এখন টাঙ্গাৰ ওচৰত ৰাখিলেহি। আকৌ সেই হাঁহি। ধূলিৰ মাজতো শ্যামাইঁতৰ চকুত পৰিল টাঙ্গাখন। দেখিলো ৰিক্সাৱালাৰ দৃষ্টি পৰিষ্কাৰ। কিন্তু ইয়াৰ কাৰণে বক্‌চিচ দিবলৈ মোৰ মনলৈ কোনো প্ৰেৰণা অহা নাছিল।

ছ'অনা পইচা দি ক'লো, "সোনকালে আহিবি।"

কমাল উলিয়াই নাকে মুখে চেপি ধৰিলো, বীজাণুৰ ভয়ত নহয়। ইয়াত যদি বেয়া বীজাণু থাকেও, দেবতাৰ সাধ্য নাই যে শৰীৰত প্ৰবেশ কৰাত তেওঁ বাধা দিব পাৰিব। কিন্তু উশাহ যে আৰু বন্ধ হোৱাৰ উপক্ৰম হৈছে।

কাণৰ কাষত এটি শব্দ শুনিবলৈ পালো, "আহা বেচাৰী !"

মুখ ঘূৰাই চাই দেখো যে শ্যামাৰ মুখ ; কিন্তু তেওঁৰ মুখলৈ চাই দেখিলো যে আৰু এগৰাকীয়ে মোৰ ফালে চাই আছে। ধূলিয়ে তেওঁলোকৰ চকু বন্ধ কৰিব পৰা নাছিল। সেই সঙ্গিনীৰ পিচলৈ চাওঁতেই থমকি বলো। সৰ্বনাশ ! বুঢ়াই মোৰ ফালে এটা হিংস্ৰ বাঘৰ দৰে এক দৃষ্টিৰে চাই আছে। বুজিলো, মানুহজনৰ দোষ নাই। অভিভাৱক হৈ আমাৰ কথা-বতৰা আৰু কিমান সহ্য কৰিব।

শ্যামাক সুধিলো, "সেই বুঢ়া মানুহজন তোমাৰ দেউতা ?"

"দেউতা ! দেউতা কিয় হ'ব ?

শ্যামাই তপৰাই উত্তৰ দিলে। ভাব হ'ল যেন হাঁহি মুখখন শ্যামাই আনফালে ঘূৰাই ললে।

সুধিলো, "তেনেহলে ?"

উত্তৰ নেপাই মুখ তুলি চাই দেখো যে, শ্যামাই দূৰলৈ শূন্য দৃষ্টিৰে চাই আছে। শ্যামাৰ এনেকুৱা গাম্ভীর্য্য আৰু অন্যমনস্কতা। আচৰিত ! এয়া জানো ধূলিৰ বাধাৰ মাজেদি দেখিছো, নে সঁচাকৈয়ে শ্যামাৰ মুখত অন্য এক ৰূপ দেখিছো। পুনৰ একো সোধা আৰু উচিত নাছিল। কিয়েবা পৰিচয় ? তথাপিও কৌতূহল দমাই ৰাখিব নোৱাৰিলো। সুধিলো, "উত্তৰ নিদিলা যে ?"

অন্ধকাৰত বিজুলীৰ জিলিকনিৰ দৰে তীক্ষ্ণ হাঁহি শ্যামাৰ মুখত দেখা দিলে। ক'লে, "মোৰ স্বামী।"

স্বামী ! এই বৃদ্ধ ? এয়া শ্যামাৰ ৰহস্য নহয়তো ? কিন্তু পুনৰ সেই বিষয়ে প্রশ্ন কৰাৰ সাধ্য মোৰ নাছিল।

প্রৌঢ়াক দেখুৱাই ক'লো, "তেওঁ ?"

আগৰ দৰে হাঁহি শ্যামাই ক'লে, "মোৰ সতিনী।"

"আৰু আন দুগৰাকী ?"

"এগৰাকী মোৰ সতিনীৰ ভনীয়েক, আনজনী চাকৰণী।"

মোৰ মনলৈ বহুবোৰ প্রশ্ন আহিল। কিন্তু বহুবোৰ আহিলেইতো নহব। দমাই ৰাখিব লাগিব। সুধিলো. "তোমালোকৰ জাত কি ?"

শ্যামাই উত্তৰ দিলে. "ভুঁইহাৰ।"

'ভুঁইহাৰ'। মই জানিছিলো ভুঁইহাৰসকল ব্রাহ্মণ-কায়স্থৰ দৰেই বর্ণহিন্দু। শুনিছো, তেওঁলোকৰ কৌলীন্যপ্রথা বৰ প্রবল। উপযুক্ত পাত্র নাপালে বহু সময় ছোৱালী আজীৱন কুমাৰী হৈ থাকিব লগাত পৰে। বঙালীৰ জীৱনতো এয়া নতুন একো নহয়। কৌলীন্য প্রথাৰ কাৰণে বহু বঙালী কুমাৰীয়ে নিজকে আহুতি দিছে। ভুঁইহাৰ সকলৰ কথা যেতিয়া শুনিছিলো, তেতিয়া বঙ্গৰ কৌলীন্যপ্রথাৰ লগত তুলনা কৰিব পৰা নাছিলো। আজি চকুৰ সন্মুখত দেখিছো সেই বাস্তব চিত্র।

কিন্তু শ্যামাৰ এনে কি বয়স হৈছে যে, কুমাৰীত্ব গুচাবলৈ এই বৃদ্ধৰ

অঙ্কশায়িনী হৈ। ভুলকৈ ভাবিলো। অঙ্কশায়িনী হোৱা নাই, কৰা হৈছে। শুনিছো, এওঁলোকৰ অৰ্থৰ অভাব নাই। অধিকাংশ ভুঁইহাৰ পৰিবাৰেই ধনী। সান্ত্বনা বোধহয় সেইখিনিতে। মাত্ৰ সেইখিনি!

আকৌ শ্যামাৰ ফালে চাবলৈ সাহস ন'হল। এবেলাৰ পৰিচয়। পুণ্যাৰ্থী নহয়, বোধহয় সামান্য এজন মুচাফিৰৰ বাহিৰে তেওঁৰ ওচৰত মোৰ আন কোনো পৰিচয় নাই। আমি বহুতৰে জীৱন ধাৰণৰ ৰীতি নাজানো। পথত হোৱা সামান্য হৃদ্যতা। এই হৃদ্যতা চলি থাকিলে বন্ধুত্ব হয়। বোধহয় তাৰেই ক্ষীণ সূত্ৰপাতও হৈছে। তাৰোপৰি শ্যামাৰ দৰে ছোৱালীৰ অপৰিচয়ৰ বাধা ভাঙি পেলাবলৈ বেছি সময় নালাগে।

তথাপিও চাবলৈ নোৱাৰিলো। তেওঁৰ মুখত যি বিজুলীৰ দৰে উজ্জ্বল হাঁহি দেখিছিলো, সেই হাঁহিৰে সকলো পুৰুষ জাতিৰ হৃদয় পুৰি পেলাব পাৰে। আকাশৰ বিজুলী যেতিয়া বজ্ৰ হৈ নামি আহে, তেতিয়া সিয়েই জুই হৈ ধ্বংসলীলাত মতলীয়া হৈ পৰে।

সৰুকৈ অথচ তীব্ৰ কণ্ঠেৰে শ্যামাই ক'লে, "ক'তা, আৰু একো নুসুধিলা?" কৈ খিলখিলাই হাঁহি দিলে।

কিন্তু পুনৰ সেই হাঁহিত মুগ্ধ হোৱাৰ কাৰণ একো নাই। যি বলিষ্ঠ ঘোঁৰাৰ দুৰন্ত দৌৰৰ কাণ ফটোৱা খট্‌খট্ শব্দ শুনি ভাবিছিলো—মুক্তিৰ দূত দৌৰি আহিছে, এতিয়া দেখো যে সেয়া চাৰ্কাচৰ ঘোঁৰা। তাঁবৰ বেৰৰ মাজত আছে সেই ঘোঁৰা; গতি তাৰ নিৰ্দ্ধাৰিত চাবুকৰ নিৰ্দেশত।

শ্যামাৰ হাঁহি শুনি প্ৰৌঢ়াই সুধিলে, "কি হৈছে শ্যামা?" মুহূৰ্ত্ততে মুখভঙ্গী সলনি কৰি শ্যামাই ওঁঠ বেঁকা কৰি মোৰ প্ৰতি বিদ্বেষৰ দৃষ্টি নিক্ষেপ কৰি ক'লে, "চোৱানা, মোক কিমান কথা সুধিব ধৰিছে। তেওঁ কোন, এই কোন, কি জাত? কিয়বা?"

"হয় নেকি?"

তেওঁলোক সকলোৱে একেলগে হাঁহি উঠিল। যেন মোক অপমান কৰাৰ কাৰণেই শ্যামাই এগৰাকী গাৱঁলীয়া ছোৱালীৰ দৰে হৈ উঠিল। যেন মই কৰা কোনো অপৰাধৰ প্ৰতিশোধহে লব খুজিলে!

মই অপ্ৰস্তুত হৈছিলো। কিন্তু শ্যামাৰ এই হঠাতে বঙ সলনি

হোৱাৰ বহুৰূপিনী ৰূপে মোক অকণো বিচলিত কৰা নাই। তেওঁলোকৰ সশব্দ হাঁহিৰ লগতে ময়ো নীৰবে হাঁহিলো।

শ্যামাৰ বিদ্বেষটো মোৰ প্ৰতি নহয়। বিতৃষ্ণা তেওঁৰ এই সংসাৰৰ প্ৰতি! অসতৰ্ক মুহূৰ্ত্তত নিজকে সামান্যতম প্ৰকাশ কৰি পেলোৱাত তেওঁৰ মৰ্য্যাদা হানি হৈছে। সেই অপমানৰ যন্ত্ৰণা তেওঁ থৈ গ'ল।

শ্যামাই হয়তো আৰু কিবা কবলৈ খুজিছিল। কিন্তু তেওঁলোকৰ টাঙ্গা এৰি দিলে।

মনে মনে প্ৰাৰ্থনা কৰিলো, কওক, শ্যামাই কৈ যাওক তেওঁৰ যি কবলৈ ইচ্ছা যায়। এই জনাৰণ্য তেওঁৰ ওচৰত হৈ উঠক দুৰ্গম বন-জঙ্গল, মই থাকিলো সেই বনৰ বিষ হৈ। ইয়াত তেওঁৰ সঞ্চিত বিষ পেলাই দি তেওঁ যাওকগৈ অমৃতকুম্ভত ডুব দিবলৈ। পুণ্য সঞ্চয়ত উটি যাওক প্ৰাণসঞ্চাৰৰ সঙ্গম।

কিন্তু সেয়া নহ'ল। তেওঁলোকৰ টাঙ্গাৰ চকা দুটাই এটা তীব্ৰ শব্দ কৰি আগুৱাই গ'ল। ধূলিৰ ওপৰত আৰু ধূলি উৰুৱাই দি গ'ল।

অলপ সময়ৰ কাৰণে জনাৰণ্যৰ কোলাহল মোৰ কাণৰ ওচৰত স্তব্ধ হৈ গ'ল। উৎকৰ্ণ হৈ শ্যামাৰ ফালে চাই আছিলো। আকৌ এবাৰ সেই মিলিত হাঁহিৰ ঝঙ্কাৰ শুনিম বুলি।

শ্যামাই এই ফালেই চাই আছিল। গাড়ী চলিবলৈ আৰম্ভ কৰোঁতেই ওঁঠৰ কোণত লাগি থকা বিদ্বেষ নোহোৱা হৈ গ'ল। বিদ্বেষ নাই, আনন্দ নাই, হাঁহিও নাই! হঠাতে তেওঁৰ মুখ ভাবলেশহীন হৈ উঠিছে, দৃষ্টি শূন্যত। চকুত তেওঁৰ তীব্ৰতা নাই, জ্যোতি নাই। তেওঁ যেন অন্ধ হৈ গৈছে। হঠাতে চকুত পৰিল, বৃদ্ধৰ চকুৰ মণি দুটি যেন জ্বলিব ধৰিছে। তাৰ পিচত ধূলিৰ মাজত তেওঁলোকৰ টাঙ্গা হেৰাই গ'ল।

হাঁহি আৰু শুনা নগ'ল। ধূলি-ধূসৰিত এই যানবাহন আৰু জনতা-পূৰ্ণ প্ৰান্তৰ যেন পাতালৰ বন্ধ হৈ থকা পানীৰ আবৰ্ত্তৰ মাজত নিঃশব্দে ছটফটাই উঠিল।

উঃ, কি ধূলি। ধূলিৰে মোৰ চকু ঢাক খাই গৈছে। বিষাদত মুখ ভৰি উঠিছে. গা ধূলিৰ কাৰণে খিচ্‌খিচাইছে।

জীৱন-যুদ্ধত প্ৰাণ তিক্ত হলাহলেৰে পূৰ্ণ। পথলৈ ওলাই আহিছো নিতান্ত অকলে। নিজ হৃদয়ত সুৰ তুলি আহিছো। তাতো যে আনন্দ থাকিব কোনে জানে? সুৰত যদি মাজে মাজে বেসুৰা নাবাজে, তেনেহলে বজাই ফুৰাৰ প্ৰয়োজন ক'ত? অলপ পিছতে ৰিক্সাৱালা আহিল। ধূলি-পথাৰৰ পৰা বাটলৈ ওলাই আহিল। বান্ধৰ দুয়োফালে ব্যৱসায়ী সকলে বিপণি সজাই বহিছে। এটি দুটিকৈ ইফালে সিফালে লাইট জ্বলিব ধৰিছে। লগে লগে কোলাহল বাঢ়িছে।

চকু ভৰাই চোৱাৰ ইচ্ছা আছিল। কিন্তু ইমান সময়ে ক্লান্তি আহি পৰিছে। চকু মুদ খাই আহিব খোজে। বুজিছো গন্তব্য আগত-প্ৰায়। তথাপিও মনে কৈছে আৰু কিমান দূৰ?

ৰিক্সা ৰ'ল। ক'লে, "বাবু, এয়া পালোহি।"

চাই দেখো, সন্মুখত পথ বন্ধ। বান্ধৰ ওখ মাটি উত্তৰ-দক্ষিণ কোণাকোণিকৈ গৈছে। বান্ধৰ আনটো পাৰলৈ যাব লাগিব।

ৰিক্সাৱালাক পইচা দি বান্ধৰ ওপৰত থিয় হ'লোঁহি। অদূৰৈত গঙ্গা। উত্তৰৰ পৰা দক্ষিণলৈ তীব্ৰ সোঁতত বৈ গৈ আছে। বাৰমাহে অন্ধকাৰৰ গঙ্গাৰ তীৰ আজি বিজুলী পোহৰত জ্বলমলাই আছে। তাৰেই কিৰণত গঙ্গাৰ পূব পাৰৰ বেঁকাকৈ বোৱা সোঁত তৰোৱালৰ ঝিকমিকনিৰ দৰে জ্বলিব ধৰিছে।

আনটো পাৰত আধা অন্ধকাৰ আধা পোহৰত দেখিবলৈ পাইছো তম্বুৰ অজস্ৰ শাৰী। গাঢ় অন্ধকাৰে পিছৰ বিস্তৃত অঞ্চল চকুত নপৰা হৈছে। আৰু পূবত দেখা গৈছে গাওঁ। হয়তো তাতেই ক'ৰবাত আছে সমুদ্ৰগুপ্তৰ ওখ টিলাৰ ওপৰত কটা কুপ।

এতিয়া বিশেষ একো চকুত পৰা নাই। দক্ষিণত দেখা পাইছো ৰূপৰ পাত্ৰৰ দৰে এটা জলন্ত জলধাৰা।

এই প্ৰয়াগ (প্ৰ=প্ৰকৃষ্ট, যাগ=যজ্ঞ)। যজ্ঞ অনুষ্ঠানৰ প্ৰকৃষ্ট স্থান হ'ল প্ৰয়াগ। পুৰাণ শাস্ত্ৰৰ প্ৰজাপতি ব্ৰহ্মাৰ যজ্ঞদেবী, যজ্ঞৰ মধ্যবেদী এই প্ৰয়াগ। প্ৰজাপতেৰ্ব আসীৎ প্ৰয়াগে। ভাৰতৰ আদিম যুগৰ ধৰ্মীয় ইতিহাসৰ লীলাক্ষেত্ৰ। পৃথিবীৰ প্ৰথম যজ্ঞৰ ধূম সঞ্চাৰিত হৈছিল ইয়াৰ মূৰৰ ওপৰৰ আকাশত। প্ৰয়াগ সেই পুণ্যভূমি।

সিতাসিতে সৰিতে যত্ৰ সঙ্গতে
তত্ৰাহপ্লু তাসো দিবমুৎপতন্তি।
যে বৈ তন্বং বিসৃজন্তি ধীৰাঃ
তে বৈ জনাসোঽমৃতত্বং ভজন্তে॥

কিন্তু সেয়া তো হ'ল। সংসাৰী মানুহ, পথলৈ ওলাই আহিছো। মূৰ গুঁজিম ক'ত। ঠাই ঠিক কৰি ওলোৱা নাই, বিচাৰি লব লাগিব। কিন্তু এই মুক্ত আকাশৰ তলত, তম্বুৰ শাৰীত ঠাই পাম ক'ত, সেয়াতো এবাৰো ভবা নাছিলো। এতিয়া যদি কোনো আচ্ছাদন নাপাওঁ তেন্তে এই প্ৰচণ্ড শীতত মৰিব লাগিব।

সকলো এৰিব পাৰো, কিন্তু প্ৰাণ হলে এৰিব নোৱাৰো। ঠাই বিচৰাৰ কাৰণে বান্ধৰ তললৈ নামি আহিলো।

বান্ধৰ তললৈ নামি আহি দেখিলো, চকুত-লগা ব্যৱস্থা। সেই চকুত-লগা ব্যৱস্থা চাবলৈ বৰ্তমান মোৰ চকু বা মন নাই। কালি এনেকুৱা সময়ত ঘৰ এৰিবলৈ যো-জা কৰিছিলো, আৰু আজি ইয়াত ক'তো মূৰ অকমান সুমুৱাৰ ঠাই বিচাৰি পোৱা নাই। চকু আৰু মনক দোষ দিব নোৱাৰো।

সন্মুখত মানুহ, পিছত মানুহ, সোঁৱে-বাওঁৱে মাথোন মানুহ। গতি একমুখী নহয়। সকলো ফালে মানুহৰ সোঁত বৈ গৈ আছে। সকলোৱে আশ্ৰয়ৰ সন্ধানত ওলাইছে। মই টোপোলা লৈ এবাৰ ইফালে, এবাৰ সিফালে খুন্দা খাওঁ। বেছি ভাগেই গঙ্গাৰ আনটো পাৰলৈ গৈছে।

আনটো পাৰলৈ যোৱাৰ কাৰণে অস্থায়ী ভাঁহি থকা এখন সাঁকো আছে। আধুনিক যুদ্ধ-বিগ্ৰহৰ কাৰণেই এইবোৰ সাঁকোৰ প্ৰয়োজন। ওচৰত সামৰিক বাহিনী আৰু পি ডব্লিউ. ডি'ৰ কেম্প আছে। দেখিলো দলঙৰ ওপৰত সৈনিকে যানবাহন নিয়ন্ত্ৰণ কৰিছে। দলঙৰ ওপৰত লাইটৰ ব্যৱস্থাও আছে। লাইটৰ পোহৰৰ প্ৰতিবিম্ব তীব্ৰ সোঁতত হেৰাই গৈছে, ভাব হ'ল দুখন দলং যেন ওচৰা-ওচৰিকৈ আছে।

আনটো পাৰলৈ গৈয়ে বা কৰিম কি ? যাম কলৈ ? দেখিবলৈ পাইছো সিপাৰে অজস্র লাইট জ্বলি আছে, আছে শ শ তম্বু। শ শ মানুহ আহিছে কিন্তু হাজাৰ হাজাৰ গৈছে। দুয়ো পাৰতে মাইকত স্তোত্র, ভজন, কীৰ্ত্তন আৰু পুণ্যাৰ্থীৰ চিঞৰ-বাখৰত দিগন্ত মুখৰিত। কিন্তু মই যাওঁ কলৈ ?

মন মোৰ পাগল হৈ উঠিছিল, কিন্তু এতিয়া পাগল হৈ ঠিয় হৈ থাকো কেনেকৈ ? সন্মুখত এডাল গছৰ তলত থাক-থাককৈ খোৱা বস্তু সজাই থোৱা। সৰ্বনাশ ! খোৱা বস্তু দেখি মন উন্মাদপ্রায় হৈ উঠিল আৰু চকুত পৰিল, "খাঁটী ঘিউকে পুৰী, দুধকে মালাই, লাড্ডু, পেড়া, সন্দেশ...।" পঢ়ি লাভ নাই। এইবোৰ দেখি জিভাৰ পানী পৰাৰ উপক্রম। এই প্রয়াগকা লাড্ডু এতিয়া দিল্লীকা লাড্ডুৰ সমান। খালে বমি হোৱাৰ আশঙ্কা আছে, নাখালেও জিভাৰ পানী পৰাৰ হাত সৰা টান।

ইফালে "ইদ্‌ৰে যাও," "উধাৰ হটো", নানান প্রাদেশিক কথা আৰু খুন্দা খাই খাই বহুদূৰ আঁতৰি আহিছো। সন্মুখৰ তম্বু এটাত দেখিলো লেখা আছে 'এনকোৱাৰি'। চাওঁছোন এনকোৱাৰিত এনকোৱাৰি কৰি কিবা লাভ হয় নে নাই।

আগতে একো গম পোৱা নাছিলো। ভাবিছিলো ভাৰতবৰ্ষৰ ধৰ্মীয় পীঠস্থান প্রয়াগ। পাণ্ডাৰ অত্যাচাৰত স্থিৰ হৈ থাকিব নোৱাৰিম। এনেয়ে ঠাই পাম। কথাতে কয় যমে ধৰিলেও এৰিব পাৰে। পাণ্ডাই হলে এৰি নিদিয়ে।

কেইবছৰমান আগতে এবাৰ এসময়ত পুৰীলৈ যাবলগীয়া হৈছিল। শুনিছো কোনো কোনো সময়ত ৰজা-মহাৰাজৰ পৰা আৰম্ভ কৰি কেৰাণী, মহৰী, শুভ্রা-শিপ্রা বাহিনী, আওৱাৰা গেং, বাগ্মী অধ্যাপক, লিখক, সকলোৱে পুৰীৰ পাৰত কিছুদিনৰ কাৰণে বতৰৰ ফুল হৈ ফুলি থাকে। বতৰৰ ফুল হৈ থকাৰ সুযোগ পোৱা নাছিলো। মেঘাচ্ছন্ন আকাশ আৰু ক্ষিপ্ত ভয়ঙ্কৰ মূৰ্তিৰ সমুদ্রৰ উত্তাল ঢৌত মোৰ দৰে অনামী ফুলৰ সকলো পাপৰি সৰি পৰিছিল।

যাওক সেই কথা। পুৰী ষ্টেচনত দেখিছিলো, যাত্রীৰ দ্বিগুণ পাণ্ডা-বাহিনী আমাৰ ওপৰত জপিয়াই পৰিছিল। যেন এজাক মানুহৰ

ওপৰত ভোকাতুৰ সিংহবাহিনী! কোনে কাক লৈ যাব সেই চিন্তা। মই অকলশৰীয়া মানুহ, কোনো ৰকমে পাণ্ডাবাহিনী ভেদ কৰি বিস্নাত উঠিলোহি। অলপ দূৰ গৈছো মাথো, এনেতে আধাবয়সীয়া এজন পাণ্ডা মোৰ বিস্নাত জাপ মাৰি উঠিলেহি। সুধিলো, "কি ঘটনা?" হাঁহি এটা মাৰি তেওঁৰ নাম-ধামৰ পৰিচয় দিলে। বুজিলো, তেওঁ এজন পাণ্ডা আৰু বুজিছিলো দেশৰ বহু নাম থকা পৰিবাৰবো তেওঁ পাণ্ডা। গতিকে তেওঁৰ নিজস্ব মন্দিৰতেই মোৰ প্ৰথম প্ৰৱেশ। কিন্তু কোনো ৰকমে যদিও তেওঁৰ অতি পিচল নাদৰ পাৰৰ পৰা ৰক্ষা পাইছিলো কিন্তু খাবলৈ বহি কান্দি দিবৰ ইচ্ছা গৈছিল।

হালধীয়া বৰণৰ ফেন হ'ল দাইল আৰু কচুৰ আঞ্জা দি মোক বুজাই দিলে যে আলুৰ আঞ্জা! দেখিলো, কচু খুৱাই আলুৰ দাম লোৱাৰ চেষ্টা।

শুনিলো ইয়াৰ দাম দেড় টকা, দুবেলাত তিনি টকা হয়, কিন্তু আঠঅনা গ্ৰেচ দিয়া হব। ইয়াৰ বাহিৰে জগন্নাথ মন্দিৰ দৰ্শন কৰোৱাৰ দৰ্শনীতো আছেই।

জগন্নাথ ঠাকুৰে কচুক আলু কৰিব পাৰে নে নোৱাৰে নাজানো। তেওঁৰ লীলাভূমিৰ মাটি মূৰত তুলি ললো। দেড়টকা দি ডিঙিৰ পোৰণিৰে সৈতে সমুদ্ৰ পাৰলৈ যাবলৈ আহিলো। কপাল ভাল আছিল, আকাশত মেঘৰ পৰিবৰ্তে পাতল ৰ'দ আছিল। দিগন্তহীন শান্ত সমুদ্ৰ, প্ৰাণ ভূলোৱা হাঁহিৰ লহৰ তুলি সম্বোধন আৰু সম্বৰ্দ্ধনা মোক জনাইছিল। সেয়াই আছিল মোৰ কাৰণে সান্ত্বনা, মোৰ কচুৰ কাৰণে পোৰা ডিঙিত অমৃতৰ প্ৰলেপ, মোৰ জগন্নাথ দৰ্শন।

যাওক। একেবাৰে গল্প কবলৈ আৰম্ভ কৰি দিছিলো। প্ৰয়াগৰ পৰা সমুদ্ৰলৈ আহিছিলো। গল্প কোৱাৰ বেয়া অভ্যাস এৰিব পৰা নাই। কথা হৈছিল পাণ্ডালৈ। কিন্তু ইয়াত পাণ্ডাৰ প্ৰাদুৰ্ভাৱ অন্ততঃ মোৰ চকুত নপৰিল। পৰাহেঁতেন সদগতি বা দুৰ্গতিয়ে হওক, গতি হলে লাগিলহেঁতেন।

'এনকোৱাৰি' কেম্পতে সোমাই দেখিলো, এজন পুলিচ অফিচাৰে বহি কিবা লিখি আছে আৰু এজন কনিষ্টবল ওচৰত থিয় হৈ আছে। সুধিলো, "চাওক ডাঙৰীয়া, আপোনাক কথা এটা—"

অকিচাৰজনে লেখা বন্ধ কৰি মোৰ ফালে এবাৰ চাই পুনৰ নিজৰ কামত মন দি কলে, "আপ ফটো খিচনে মাংতা হ্যায় ? আই এম ছবি, মেলাকা ফটো খিচনা বিলকুল মনা হ্যায়।"

মেলা কা ফটো! সন্মুখত আয়না নাই, তথাপিও নিজক এবাৰ চালো। ধূলি-মাকতিৰে ভৰা কাপোৰৰ আচল ৰঙ চিনা টান হৈ পৰিছে। তেনেহলে চকু মুখৰ ৰঙ যে কেনেকুৱা হৈছে সেয়া অনুমান কৰি লব পৰা যায়। কান্ধত ওভাৰকোট, দুহাতত বেগ। ডিঙিত কেমেৰা ওলোমাই লোৱা নাই, তথাপি ফটোৰ কথা যে কিয় কলে ভাবি আচৰিত হলো। বুজিলো মেলাত ফটো তোলাতো নিষিদ্ধ কৰা হৈছে। কলো, "ফটোৰ কথা কোৱা নাই। কৈছিলো, ইয়াতে থাকিবলৈ ক'ত আশ্ৰয় বিচাৰি পাম?"

এইবাৰ আচৰিত হৈ অকিচাৰজনে মোলৈ চালে। ক'লে, "কিয়, আপুনি যতে ইচ্ছা কৰে তাতেই থাকিব পাৰে। কোনোবা আশ্ৰমত নাইবা কোনোবা পাণ্ডাৰ ঘৰত। নহলে আপুনি নিজেই বেৰাৰ চাউনি কৰি আশ্ৰম কৰি লব পাৰে। ক'ৰপৰা আহিছে?"

কলো, "কলিকতা।"

এক মুহূৰ্ত্তৰ কাৰণে ভাবি অকিচাৰজনে ক'লে, "আপুনি ৰামকৃষ্ণ আশ্ৰম নাইবা ভাৰত সেবাশ্ৰমৰ কেম্পত আশ্ৰয় বিচাৰিলে সুবিধা হব পাৰে।"

কিয় সুবিধা হব পাৰে, সেয়া উহ্য ৰাখি তেওঁ পুনৰ কামত মনোযোগ দিলে। কিন্তু পুনৰ মই সুধিবলগীয়াত পৰিলো, "কব পাৰেনে সেবাশ্ৰম সংঘ ক'ত? নাইবা ৰামকৃষ্ণ আশ্ৰম?"

মূৰ নদঙাকৈয়ে কলে, "এটা বান্ধৰ সিপাৰত, এটা এই পাৰতে।"

মোৰ প্ৰশ্নৰ উত্তৰদি চিপাহীজনক কিবা নিৰ্দ্দেশ দিবলৈ ধৰিলে, বুজিলো মোৰ এনকোৱাৰি শেষ হ'ল। এইবাৰ মই হয় বান্ধৰ সিপাৰলৈ নহলে গঙ্গাৰ আনতো পাৰৰ যিকোনো এটা বাছি লব লাগিব।

ভাগৰ লাগিছিল। ভাব হৈছিল যেন মই বহুদূৰ আহিছো। কিন্তু সেয়া যে কিমানদূৰ কোনে জানে।

বাহিৰলৈ ওলাই আহিলো। বাহিৰত ভয়ানক ঠাণ্ডা। ঠাণ্ডাত

শৰীৰ কঁপিবলৈ ধৰিলে। ঠাণ্ডা যে ইমান হব পাৰে সেয়া ভবা নাছিলো। হাতত থকা ওভাৰকোটটো পিন্ধি ললো।

সন্ধ্যাৰ সময়খিনি অদ্ভুত হৈ উঠিছে। চাৰিওফালে ধূলি আৰু ধোঁৱাৰে ঢাক খাই পৰিছে। পোহৰ থকা সত্ত্বেও মানুহবোৰক ছায়ামূৰ্তি যেন লাগিছে। আধা অন্ধকাৰ মঞ্চৰ এক গোপন ৰহস্য দৃশ্য হৈ উঠিছে সঙ্গমৰ উন্মুক্ত আকাশতলী। তাৰ মাজতে ছায়ামূৰ্তিৰ খেলা।

এইবোৰ ক্লান্ত শৰীৰ-মনৰ সপোন নেকি বুজিব পৰা নাই। ওচৰতে ইমান ভিৰ, ঠেলাঠেলি, চিঞৰ বাখৰ। তথাপিও ভাব যেন সকলো হৈছে বহু দূৰৈত। যেন শীতৰ কোনোবা ৰাতি কোনো এখন গাৱঁৰ সীমান্তত মই ঠিয় হৈ আছো। মোৰ কাণলৈ ভাঁহি আহিছে সেই গাৱঁৰ কোলাহল। অস্পষ্ট অথচ বৰ স্পষ্ট। সকলো যেন দৃশ্যমান।

হঠাতে মোৰ মন বিৰক্তিত ভৰি উঠিল। থাওক, নাযাওঁ কোনো আশ্ৰমৰ সন্ধানত। এবাৰো নিজৰ লন বিচৰাৰ চেষ্টা নকৰিলো। মাত্ৰ ভাব হ'ল, এইয়া চেৱাৰ কাৰণেইতো আহিছিলো। এতিয়া আৰু প্ৰাণ ভৰি চাম। কেনেকৈ মনত এই ভাবৰ উদয় হয় নেজানো। এয়া কিহৰ হতাশা, কিহৰ গ্লানি, নেজানো। এয়া জানো নিজৰ মনৰ পৰাই কোনো অভিমানৰ সৃষ্টি, নে নিজকে পীড়ন কৰাৰ একা ভয়াবহ বিলাস-বাসনা মোৰ মনৰ মাজত সুপ্ত হৈ আছে? সেয়াও মই আন্দাজ কৰিব পৰা নাই। দূৰৈত থৈ আহিছো জীৱনধাৰণৰ সংগ্ৰাম। য'ত প্ৰতি মুহূৰ্ত্ততে জীয়াই থকাৰ অভিযান! ইয়াতে জীৱন লৈ খেলাৰ কোনো নিৰ্দয় ইচ্ছা নাই, তথাপিও ভাবিলো এই বালু প্ৰান্তৰতে পৰি থাকিম নেকি? কিয় বাৰু নিজৰ ভাবনাত অস্থিৰ হৈ ইয়াতো দৌৰাদৌৰি কৰিম। ৰাতি পাৰ হৈ যাব, লগে লগে সম্ভৱতঃ ইয়াত থকাৰ হিচাবৰ দিনবোৰো পাৰ হৈ যাব।

"মই নহয়", হঠাতে চমকি উঠিল মোৰ কাণৰ পৰ্দা। কি শুনিলো! কাৰ মাত শুনিলো! মুহূৰ্ত্ততে অৱশ হৈ পৰা শৰীৰ টান হৈ পৰিল। ভিৰৰ ফালে আকুল আগ্ৰহেৰে চাই থাকিলো।

নেদেখিলো, কিন্তু পুনৰ শুনিবলৈ পালো ফলা বাঁহৰ যেন শব্দ —"পুনৰ মোক নজলাবি পেল্লাদ। এইবাৰ মই গঙ্গাত ডুব দি প্ৰাণ দিম।"

উত্তৰত পেল্লাদৰ মাত শুনিলোঁ, "যি খুচী কৰগৈ। মই মোৰ পৰিবাৰক লৈ কালিলৈ গুচি যদি নেযাওঁ……"

"খবৰদাৰ পেল্লাদ. দেৱতাৰ থানত শপত নাখাবি।"

"খাম, হাজাৰ বাৰ খাম। চাওঁ মোক কোনে কি কৰিব পাৰে।"

"খা, শপত খা। চাই লবি ময়ো গঙ্গাত জাপ দিব পাৰো নে নাই।"

কিন্তু পেল্লাদৰ সেই একে কথা, "খাম, শপত খাম। তই জাপ দে। জনমত কোনোদিন বেজি লোৱা নাছিলোঁ। তোৰ কৃপণালিৰ কাৰণে মই লব লগাতো হলেই, লগতে মোৰ পৰিবাৰেও বেজি লব লগা হ'ল। এতিয়া যদি কিবা হয়?"

এইবাৰ কাৰ গম্ভীৰ স্বৰ এটি শুনা গ'ল, "আঃ, তোমালোকে মনে মনে নাথাকা নেকি?"

উঃ সেই নাটক। এতিয়াও শেষ হোৱা নাই। ইয়াৰ দেখিছো বিৰাম নাই, অঙ্ক নাই, বোধহয় যৱনিকাও নপৰে। মাত্ৰ বহিদৃ'শ্যৰ পৰিবৰ্ত্তন হৈ গৈ আছে।

কিন্তু হঠাতে মোৰ মনত আনন্দ লাগিল। আহা, ফটা বাঁহৰ শব্দৰ দৰে মাত, প্ৰহ্লাদৰ মাত যে ইমান মিঠা হব পাৰে, সেয়া কোনে জানিছিল। এয়া যে ডুবিবলৈ ধৰা মানুহৰ আগত খেৰ-কুটা পোৱা আশ্ৰয়ৰ দৰে। কিয় পৰি থাকিম এই বালু প্ৰান্তৰত। কিহৰ গ্লানি, কিহৰ হতাশা?

সোৱা। সোৱা দেখিছো প্ৰহ্লাদে ভিৰ ঠেলি আগুৱাই গৈ আছে। এখন হাতেৰে তেওঁৰ বুঢ়ামাকক, আনখন হাতেৰে তেওঁৰ পৰিবাৰক ধৰি লৈ গৈ আছে। হেৰাই যোৱাৰ ভয়ত হাতত ধৰাধৰি অথচ তাৰ মাজতেই গঙ্গাত জাপ দিয়া আৰু শপত খোৱাৰ ভয়ঙ্কৰ প্ৰতিজ্ঞা চলিছে। তেনেহলে তেওঁলোক তিনিওজনে ইনজেক্‌চন ল'ব লগা হৈছে। যাওক, বচা গ'ল। বেমাৰীক কোনো কোনো সময়ত সেইদৰেই জোৰ কৰি ঔষধ দিব লগা হয়।

ভিৰ ঠেলি তেওঁলোকৰ ওচৰ পালোগৈ। প্ৰথমতে বুঢ়ীমাৰ দৃষ্টিত পৰিলো। যাম কলৈ? "হৈছে, হৈছে থাকক, দাঁত উলিয়াই হাঁহিব নালাগে।"

লগে লগে দাঁত ঢাকি লোৱাৰ ব্যৰ্থ চেষ্টা কৰিলো। কি কৰিম! তেওঁলোকৰ আগতেই মই ইন্‌জেক্‌চন লৈছোঁ অপৰাধতো মোৰেই। প্ৰহ্লাদে কলে, "ডাঙৰীয়া সিহঁতে একোতেই এৰি নিদিলে। উঃ, কি যন্ত্ৰণা। মোৰ জ্বৰ উঠিছে।"

এনেতে বুঢ়ীমায়ে কলে, "পুনৰ সেই কুলক্ষণীয়া কথা। কেতিয়াও তোৰ জ্বৰ উঠা নাই।"

"মই কৈছো উঠিছে। মোৰ যদি কিবা হয়—"

হঠাতে শব্দ শুনি চাওঁ যে বুঢ়ীৰ চকুত পানী আৰু বিৰ্-বিৰ্কৈ কিবা কৈছে, "ভগবান, তাৰ কথা যেন মিছা হয়। আমি ইমান দূৰৈৰ পৰা আহিছোঁ, আৰু তুমি মোৰ পেল্লাদৰ জ্বৰ তুলি দিবা?"

প্ৰহ্লাদে গম পাইছে নে নাই নাজানো। তেওঁ কিন্তু ডিঙিৰ স্বৰ নমাইছে। জ্বৰ উঠা নাই, সেয়া আচলতে প্ৰহ্লাদৰ মনৰ জ্বৰ। এবাৰ যেতিয়া পাইছে সেয়া এবোতে পলম হব। তেওঁ মোক উদ্দেশ্য কৰি ককৰকাই গৈ থাকিল, "ডাঙৰীয়া, এনেকুৱা কৃপণ বুঢ়ী, দিনে দু'অনাকৈ পইচা দিওঁতে মাৰ আধ্যা পেলাই দিযে। দিনে নহয়, মাহে নহয়, বছৰে নহয়, মাত্ৰ এবাৰৰ কাৰণে ছটকা খৰচ কৰাহেঁতেন, কোনোৰেতো এই কষ্ট ভোগ কৰিব লগীয়া নহ'লহেঁতেন।"

কৌতূহল দমাব নোৱাৰি প্ৰশ্ন কৰিলো, "দিনে দু'অনা কিহৰ?"

প্ৰহ্লাদে হি হি কৰি হাঁহি উঠিল। পিচমুহূৰ্ততে বিৰক্তি প্ৰকাশ কৰি কলে, "নুবুধিব ডাঙৰীয়া, মেজাজ বেয়া হৈ গৈছে। যোৱা দুদিন উপবাসে থাকিব লগা হৈছে। আগতে জানিলে কোন বেটা ইয়ালৈ মৰিবলৈ আহে।"

একো নুবুজি তেওঁলৈ চালো। তেওঁ মোৰ ফালে চাই ডিঙি নমাই ক'লে, "নুবুজিলে? ডাঙৰীয়া, বাবাৰ প্ৰসাদ। যাক কয় 'কলকে সেবা'।"

মানে, গাঁজা?

বুঢ়ীমাৰ মাত শুনিলো, "মই নমৰো কিয় অ'। হেৰ, বদ্ অভ্যাসৰ বহতীয়া, তীৰ্থ কৰিবলৈ আহিও মোক জ্বলাই মাৰিছে। উঃ পাঁচ-বৈদ্য, কঁকালথে ভাঙি যোৱাৰ অৱস্থা, আৰু কিমান দূৰ?"

তেতিয়াহে সন্মুখৰ মানুহজনে মুখ ঘূৰালে। অৰ্থাৎ পাঁচ-বৈদ্য। পাঁচ-বৈদ্য কিয়. ইমান ডাঙৰ চেহেৰাৰ নাম দহ-বৈদ্য হলেও ক্ষতি নাছিল। কিন্তু মুখখন দেখি চমকি উঠিলো। ভাব হ'ল, নিষ্ঠুৰ মাৰৰ কোবত কোনোবাই মুখখন ফুলাই দিছে। মূৰটো অলপ দীঘলীয়া। কপালখন ওলমি পৰিছে। চকুৰ কোণ দুটি ভিতৰলৈ সোমাই গৈছে। চেপেটা নাক, ডাঠ ওঁঠ। নাম পাঁচ-বৈদ্য। কিয়, সেয়া নাজানো। পিন্ধিছে ফুলপেণ্ট আৰু বুচ চাৰ্ট। কোট চাদৰ একোৱে নাই। তথাপিও এই শীতত অলপো কুঁজা পৰা নাই। ক'লে, "এই পুলটো পাৰ হৈ অলপ দূৰ গলেই পোৱা যাব।"

কৈ মোৰ ফালে চালে। চকু নেদেখিলেও বুজিলো, মোৰ ফালেই তেওঁ চাইছে।

পুল পাৰ হবলৈ গৈ দেখিলো বাধা। চিপাহী দৌৰি আহি কলে, "এই পুলেৰে সিপাৰৰ পৰাহে আহিব পাৰি। সৌ পুলটোৰে যাওকগৈ।"

নিৰ্দেশিত পুললৈ আগবাঢ়িলো। যিসকল বিক্সাত, টঙ্গাত আহিছিল চিপাহীয়ে নমাই দিলে। পুলৰ ওপৰেদি কোনো যান-বাহন যাব নোৱাৰে। খোজকাঢ়ি যাব লাগিব। সেয়া লৈয়ে আৰম্ভ হৈছে চিঞৰা-বাখৰ।

ভাঁহি থকা পুল। মানুহৰ হেঁচাত পুলৰ পৰা কোঁ কোঁ শব্দ ওলাইছে। কঁপি কঁপি উঠিছে। বাধা পাই পুলৰ তলৰ পানী ফুলি ফুলি উঠিছে। মৃদু গৰ্জন তুলি গঙ্গা কিন্তু একেদৰেই বৈ গৈ আছে।

ইয়াতো মাত্ৰ যাত্ৰা। উভতি অহাৰ প্ৰশ্ন। অজানা আৰু অচিনাকি পথত নিৰন্তৰ ৰোমাঞ্চকৰ অভিযান। সেই অভিযানৰ প্ৰত্যাবৰ্ত্তন নাই।।

গঙ্গা পাৰহৈ আহি দেখিলো শীতৰ ডিগ্ৰী যেন আৰু ওপৰলৈ গ'ল। পুলৰ তলত শাৰী শাৰী প্ৰদীপ জ্বলাই কিছুমান মানুহ বহি আছে। চিঞৰিছে, "ঘিউ-কা-দীয়া। চাৰ চাৰ পয়চা। গঙ্গা-মায়ী-কী সেবা কৰো বাবু।"

দেখিলো, বহুবোৰ জ্বলন্ত প্ৰদীপ গঙ্গাৰ পানীত ভাঁহি আছে। ঘিউৰ প্ৰদীপ। পানীত প্ৰতিবিম্ব পৰি দ্বিগুণ হৈ উঠিছে তাৰ সংখ্যা।

এই প্ৰদীপ গঙ্গাই কেনে ভাবে গ্ৰহণ কৰিছে নেজানো। চকুৰে দেখিবলৈ পাইছো, নাওঠ, আধা নাওঠ কিছুমান ল'ৰাই পানীত জপিয়াই পৰিছে। দুহাতেৰে সন্তৰ্পণে লৈ গৈছে, হয়তো নিজৰ অন্ধকাৰ থকা ঠাইলৈকে। কোনোবাই তাকে লৈ খেলা খেলিছে। ঢউ লগাই প্ৰদীপ গঙ্গাৰ দূৰলৈ ঠেলি দিছে।

বলিয়াৰ দৰে গৈ আছো। চেঁচা বালিত ভৰি সোমাই গৈছে। শাৰী শাৰী তম্বুৰ ইফালে সিফালে কাটি গৈ আছো। ধূনি জলাই বালিৰ ওপৰত সাধুৰ দল বহি আছে।

প্ৰহ্লাদে মাতিলে, "ডাক্তৰমামা।"

উত্তৰ দিলে পাঁচ-বৈদ্য, "কোৱা।"

"আৰু কিমান দূৰ ?"

"এই আহি পাইছোঁ। সেই যে দক্ষিণ-পূবত দেখিছা বহুতো পোহৰ, সেয়াই আমাৰ আশ্ৰম।"

প্ৰহ্লাদ আনন্দিত হৈ ক'লে, "বাঃ, বেচ দেখিছো আশ্ৰমখন। মাইকত গানো হৈছে দেখিছো ডাক্তৰমামা।" বুজিলো, ফ্ৰাঙ্কেন-ষ্টাইনৰ দৰে পাঁচ-বৈদ্যৰ আৰু এটা নাম ডাক্তৰমামা। যেনে গম্ভীৰ দেখিছো, ডাক্তৰ বুলিয়েই ভাব হয়।

ক'লে, "হু, এয়া যাৰে তাৰে কাম নহয়। চাই মেলি এনেকুৱা ঠাই লৈছো, বুজিলা খুৰীদেউ, ভাব হ'ব যেন ঘৰতে আছা।"

খুৰীদেউ হ'ল প্ৰহ্লাদৰ বুঢ়ীমাক। "তুমি নাথাকিলে এই যাত্ৰাত মোৰ অহাই নহ'লহেঁতেন, তোমাৰ বাদে মোৰ কোন আছে ?" বোধ-হয় অভিযোগৰ মাজেদি প্ৰহ্লাদৰ প্ৰতি অভিমান প্ৰকাশ কৰিলে।

বুঢ়ীৰ ভাগৰ লাগিছে। বোধহয় প্ৰহ্লাদৰ পৰিবাৰেও কোঁপাইছে। প্ৰহ্লাদৰ পৰিবাৰৰ খুব বেছি বয়স যদি হয়, হ'ব তেৰ দৈৰ্ঘ্য। ঠাণ্ডাত বেচেৰীৰ ওৰণি খুলি খুলি পৰিছে। প্ৰহ্লাদৰ হাতত নিজেকে এৰি দি অন্ধৰ দৰে গৈ আছে।

পাঁচ-বৈদ্যই পিচলৈ নোচোৱাকৈ সুধিলে, "খুৰীদেউ, সেই ল'ৰাটো কোন ?"

ল'ৰা। ওচৰে-পাজৰে চাই দেখিলো কোন ক'তো নাই।

বুঢ়ী মায়ে মোৰ ফালে চাই কলে, "জানো, মইতো চিনি নাপাওঁ।"

মোকেই কৈছে নেকি ? সৰ্বনাশ, প্ৰথমতেই ল'বা। কি আশ্ৰয় পাম বুজি পালো।

পাঁচ-বৈষ্ণৱই মোৰ ফালে চাই ক'লে, "কলৈ যোৱা হব ?"

কলো, "কৰবাত অলপ আশ্ৰয় দৰকাৰ।"

প্ৰায় দাবি দিয়াৰ সুৰত ক'লে, "আমাৰ লগত কিয় ?"

অভ্যৰ্থনাৰ প্ৰথম বাক্য দেখিয়ে প্ৰায় থমকি ৰলো। ক'লো, "কৰবাত থাকিব লাগিবতো। অন্ততঃ আজিৰ ৰাতিটো।"

পাঁচ-বৈষ্ণৱই পুনৰ বিৰক্তিৰ সুৰত কলে, "যোৱা, চালাকি বহুতো দেখিছো। এতিয়া আঁতৰি যোৱাগৈ।"

নতুন ঠাই। নিয়ম-কানুন নেজানো। নেজানো ৰীতি-নীতি. কিন্তু পাঁচ-বৈষ্ণৱৰ কথাতে বা কলৈকে আঁতৰি যাম ?

আশা লৈ প্ৰহ্লাদৰ ফালে চালো। প্ৰহ্লাদে হাঁহি হাঁহি ক'লে, "বেচ আহিছিল, বাধা পালে। যাওক, এতিয়া আঁতৰি যাওকগৈ।"

এনেভাবে কলে যেন আঁতৰি যোৱাটো তেওঁৰ ওচৰত একোৱেই নহয়। তেওঁ বুঢ়ীমাৰ ফালে চালে। বুঢ়ীমায়ে মোৰ ফালে অপ্ৰসন্ন ভাবে চাই কলে, "এনেয়ে যে দৌৰি আহিছা, ক'তো থকা ঠাই অকমান ঠিক কৰি লব নোৱাৰিলা ?"

সঁচা। ভগবানক পাম বুলি বুঢ়ীমাৰ দৰে পাগল হৈ অহা নাই। অহা নাই পুণ্যসঞ্চয়ৰ কথা ভাবি। বৈষয়িক বুদ্ধি-বিবেচনা থকা মোৰ উচিত আছিল। কিন্তু ঘটনা ঘটিছে বিপৰীতে। কিবা কব গলে বিপদ হ'ব বেছি।

ফটাবাঁহৰ শব্দৰ দৰে মাত কিছু কোমল কৰি বুঢ়ীমায়ে ক'লে, "পাঁচুগোপাল, দেশৰ ল'ৰা। তীৰ্থক্ষেত্ৰত কুকুৰ-মেকুৰীকো খেদি নপঠিয়ায়। ল'ৰাটোক খেদি দিবি জানো ?"

পাঁচ-বৈষ্ণৱই ক'লে, "সেইবোৰ খুৰীদেউ তুমি নুবুজিবা। ইয়াৰ নাম কুম্ভমেলা, বুজিলা ? মানুহ শুই থাকিলে মানুহসহ চুৰি হৈ যায়। ৰাতি যদি কিবা কৰি গুচি যায়, তেতিয়া ?"

কথাষাৰ মোৰ বাবে অপমানজনক। কিন্তু প্ৰতিবাদ নিৰৰ্থক। ইফালে আশ্ৰমৰ গেট পাইছোহি। আশ্ৰম বোলোতে, সুদীৰ্ঘ বেৰৰ মাজত দেৱতাৰ মঞ্চ আৰু দহোটামান যাত্ৰীৰ তম্বু। মঞ্চৰ ওপৰত

কেইজনমান গেৰুৱাধাৰীয়ে মাইকৰ সন্মুখত গান গাইছে। ভস্ম আচ্ছাদিত একজন সাধু কাঠৰ সিংহাসনৰ ওপৰত বহি আছে। বহুবোৰ পুৰুষ-মহিলাই চাৰিওকাষে বহি গান শুনি আছে।

আশ্ৰমত সোমোৱাৰ আগতে বুঢ়ীমায়ে সেৱা কৰি ললে। নমস্কাৰ কৰি ভিতৰলৈ সোমাব খুজি থমকি ৰ'ল। কলে, "পাঁচু, ল'ৰাটোক লগত ল। এই ৰাতিথন যাব কলৈ?"

"য'লৈকে খুচী যাওকগৈ, তোমাৰ ইমান ভাবনা কিহৰ? ইয়াতে সি থাকিব ক'ত?"

কৈয়ে তেওঁ আগুৱাই গ'ল। বুঢ়ীমায়ে মোলৈ চাই ক'লে, "আহ, সোমাই আহ।"

পাঁচ-বৈদ্যৰ হুঙ্কাৰৰ ওচৰত এই ফটা-মাতৰ আশ্বাস আৰু বিশ্বাস বহুতো বেছি। কোনে ভাবিছিল, এলাহাবাদ ষ্টেচন প্ৰাঙ্গণৰ সেই বুঢ়ী এনেকুৱা মহীয়সী মূৰ্তিত মোৰ ওচৰত দেখা দিব। ইচ্ছা হ'ল, লগে লগে ভৰিৰ ধূলি মূৰত লওঁ। কিন্তু আবেগক বাধা দিব লগা হ'ল। কাৰণ, এতিয়াও সংশয় দূৰ হোৱা নাই।

এবাৰ প্ৰহ্লাদেও ক'লে, "সোমাই আহক ডাঙৰীয়া, ডাক্তৰমামাই তেনেদৰেই কথা কয়। মূৰৰ দোষ আছেতো।"

নেজানো কাৰ মূৰৰ দোষ। অলপ দূৰ যাওঁতেই দেখিলো পাঁচ-বৈদ্যই লগত এজন সাধু লৈ আহিছে। দেখি ভাব হ'ল বৈষ্ণৱ। নাকৰ ওপৰৰ পৰা মূৰলৈ তাত পুত্ৰৰেখা টনা। ডিঙিলৈ চুলি। পিন্ধনত গেৰুৱা কাপোৰ। বোধহয় এই আশ্ৰমৰ অধ্যক্ষ। মোক কৰে, "অকল পুৰুষৰ কাৰণে কোনো তম্বু আমাৰ নাই। আপুনি সপৰিবাৰে অহাহেঁতেন আমি কিবা এটা ব্যৱস্থা কৰিব পাৰিলোহেঁতেন। ইয়াত সকলোৱে পৰিয়াল লৈ আছে। আমিতো আপোনাক থাকিবলৈ দিব নোৱাৰো।"

নাজানো, কেনেকৈ বুঢ়ীৰ বুকুৰ মাজত মই ঠাই পাইছিলো। বুঢ়ীয়ে চিঞৰি কলে, "পাঁচু, এয়া তোৰ বৰ অন্যায়! ল'ৰাটোক তই অকলে ক'ত দেখিলি? এতিয়া সি আমাৰ তম্বুত আমাৰ লগত থাকিব। যদি নহয় কৈ দে আমি আন ঠাই বিচাৰি লম।"

পাঁচ-বৈদ্যৰ ভয়ঙ্কৰ মুখখন কোমল হৈ উঠিল। সাধুও অবাক

হৈছিল। তেওঁলোক দুয়ো আচৰিত হৈ মুখ চোৱা-চুই কৰিলে। আচৰিত ময়ো কম হোৱা নাছিলো। বুঢ়ীমা যে ইমানলৈ আগবাঢ়িব মন ভাবিবই পৰা নাছিলো।

মাজতে প্ৰহ্লাদেও কলে, "ওঁ, কৈ দিয়া, আমিও আঁতৰি যাওঁ। দেখা নাই জানো ল'ৰাটোৰ চেহেৰা ভদ্ৰলোকৰ চিনিনা।"

সাধুই কলে, "নাই, আপোনালোকৰ লগত যদি থাকে, আমাৰ আপত্তি নাই।"

তাৰ পিচত মোৰ ফালে চাই কলে, "আপুনি এওঁলোকৰ লগত ব্যৱস্থা কৰি লব। মই মাত্ৰ সাধাৰণ নিয়মৰ কথা কলো।"

কথাষাৰ কৈ তেওঁ আঁতৰি গ'লগৈ। সকলোৱে মনে মনে আছে। পাঁচ-বৈদ্যই মোৰ ফালে এবাৰ ক্ৰুদ্ধ দৃষ্টিৰে চাই বুঢ়ীমাক ক'লে, "আহা, তোমালোকৰ তম্বু দেখুৱাই দিওঁ।"

এটা তম্বুৰ মাজত পাৰ্টিচন দি দুটাকৈ পৰিয়াল ৰখাৰ ব্যৱস্থা কৰা হৈছে। মাটিৰ ওপৰত গদি পাৰি ৰাখিছে। ইলেকট্ৰিক পোহৰৰ ব্যৱস্থা আছে। সঁচাকৈয়ে সুন্দৰ ব্যৱস্থা।

মনে মনে সঙ্কুচিত হলেও বুঢ়ীমাৰ লগতে তম্বুৰ ভিতৰলৈ সোমাই লগত নিয়া বস্তবোৰ নমাই থৈ গদিত বহি পৰিলো।

সকলোৰে সেই একে অৱস্থা। মাত্ৰ পাঁচ-বৈদ্য যোৱাৰ আগতে কৈ গ'ল, "এনেকুৱা জনাহলে এই আপদ মই চপাই নললোহেঁতেন বাট, ইও ছোকৰা,—"

মোক লক্ষ্য কৰি কৈছে। তেওঁলৈ চালো। পাঁচ-বৈদ্য এটা অদ্ভুত ভঙ্গী কৰি বুকু দেখুৱাই ক'লে, "মাই নেম ইজ ডক্টৰ পাঁচুগোপাল ৰায়। অলপ ইফাল-সিফাল কৰিবিতো ডিঙি শেষ কৰি দিম। আজিৰাতিতো বাৰু থাক, কালিলৈ তোক মই চাই লম।" কৈ তেওঁ ওলাই গ'ল। মই ভীত সন্ত্ৰস্ত সৰু ল'ৰাৰ দৰে বহি আছিলোঁ। সকলো সময়ৰহে কথা পাঁচ-বৈদ্যকো উত্তৰ দিয়াৰ এদিনাখন সময় পাম। বৰ্ত্তমান মই তেওঁৰ চকুৰ বিষ। সেই বিষ বুঢ়ামায়ে বুকুত লৈছে।

উভটি চাই দেখো বুঢ়ীমায়ে বোৱাৰীক লৈ কোঠাটো সজোৱাত লাগি গৈছে। বুঢ়ীমাক দেখি এটি কথা ভাবিছিলো। সেই কথা —তেওঁৰ ৰূপত তেওঁক নিচিনো। ডুব দিম তেওঁৰ হৃদয়ৰ সাগৰত।

ৰূপৰ পিচত যি ৰূপ লুকাই থাকে। মনৰ অন্ধকাৰত। ক্লান্ত ক্ষুধাৰ্ত দেহ। তথাপিও চকুপানী ওলাল। উঠিব খুজিলো। জড়তা আহি পৰিছে। বোধহয় ইয়াকে চাবলৈ আহিছিলো,। যি চাবলৈ আহি-ছিলো, সেয়াতো দেখিবলৈ পাইছো নিজৰ অপমানৰ মাজত, অসহায়তাৰ মাজত, মোৰ চকুপানীত।

অলপ পানীৰ কাৰণে অস্থিৰ হৈ উঠিল। কোনোমতে বাহিৰলৈ ওলাই আহিলো। দেখিলো তম্বুৰ পিচত পানীৰ কল আছে। পুৰুষ-মহিলা সেই ঠাইত গোট খাই আছে। বাচন-বৰ্তন মাজিছে, হাত-ভৰি ধুইছে।

কোনোবাই কৈছে, "বিনু, আপ্পাবোৰ সেই যথিনীজনীয়ে দেৱাই পেলাইছিল।" কোনোবা এজনে খিলখিলাই হাঁহি উঠিল। বোধহয় বিদ্রূপে। আন এজনে চিঞৰি উঠিল, "বাচন-বৰ্তনবোৰ আঁতৰাই নিয়া বাপু, ঠিয় হৈ থাকিব নোৱাৰা হৈছো।"

ওচৰৰ তম্বুৰ ভিতৰৰ পৰা নাৰীকণ্ঠ শুনিবলৈ পাইছো, "অনিলৰ শহুৰেকৰ কথা কৈছাতো? তেওঁ বোলে বৰ ডাঙৰ চাকৰি কৰে। সেই কাৰণেইতো অনিলৰ ঘৈণীয়েকে ইমান বাহাদুৰী কৰে।"

হঠাতে মোৰ ভাব হ'ল যেন দেশৰ কোনোবা গাৱঁলীয়া পৰিবেশৰ মাজত আছো। চাৰিওফালে গোলমাল, গান, চিঞৰ-বাখৰ, সাংসাৰিক লেঠা।

পাহৰি গলো তীৰ্থক্ষেত্ৰ। ঠিক হৈ আছো গোৱঁৰ কোনোবা এটা অঞ্চলত। মন উৎফুল্ল হৈ উঠিল। পানী দেখি আৰু উৎফুল্ল হৈ পৰিলো। উঃ, যেন কিমানদিন গাত পানী পৰা নাই। থাওক শীত, তথাপিও গাত পানী নোলোৱাকৈ নেথাকো।

থাওক পাঁচ-দৈন্য। কোনে জানে, বাহ্যিক ৰূপত তেওঁক চিনি নাপালো। মনৰমাজৰ অন্ধকাৰত সেই ৰূপ আৰু কিমান ভয়ানক, সেয়া নোচোৱাকৈ গলে যে মোৰ চোৱা সম্পূৰ্ণ নহব।

এটি স্বস্তিৰ নিশ্বাস পেলাই পুনৰ তম্বুৰ ভিতৰলৈ সোমাই গলো।

তম্বুৰ ভিতৰ সোমাই মোনাৰ পৰা চাবোন আৰু গামোছা উলিয়াই ললো। প্ৰথমতে দেহ আবৰ্জনামুক্ত কৰি লওঁ, তাৰ পিচত অন্য কথা।

কিন্তু ওলাই হলে আহিব নোৱাৰিলো। বুঢ়ীমায়ে তম্বু কঁপাই চিঞৰি উঠিল, "এয়া কেনে মেলেছৰ কাণ্ড।" কৈছে কাক? চাই দেখো মোলৈ বক্র দৃষ্টি নিক্ষেপ কৰি চাই আছে। শৰীৰ মোৰ কঁপি উঠিল, আৰু এটা কেলেঙ্কাৰীৰ লাজ আৰু ভয়ত শিহৰণ উঠিল। ক'লো, "কি হ'ল?"

"কি হ'ল?" কৈ পুনৰ ডিঙিৰ স্বৰ বঢ়াই দিলে। অৰ্থাৎ মই যি ভয় কৰিছিলো সেইটোৱে হ'ল, কলে, "ইনজেক্চন বাৰু লৈ আহিলা, নহলে যমে এৰি নিদিলেহেঁতেন; কিন্তু দেবতাৰ থানত চাবোন লগায় কি বুলি? তীৰ্থক্ষেত্ৰ তেল-চাবোনেৰে অপৱিত্ৰ হয়, সেয়াও জানো নেজানা বাছা?"

ইমান ডাঙৰ কথা জনা নাছিলো। প্ৰতিবাদো নিৰৰ্থক। কোনে জানিছিল যে তেল-চাবোনে দেৱতাৰ মাহাত্ম্যও ধুই লৈ যাব পাৰে?

কিন্তু মানুহ চিনি পোৱাৰ বাহাদুৰী পুনৰ এই জীৱনত নকৰো। কেইমুহূৰ্ত্তমান আগতে যিজনৰ ভৰিত ধৰি কৃতজ্ঞতা প্ৰকাশৰ কাৰণে উন্মুখ হৈছিলো, এতিয়া তেওঁৰ ওচৰৰ পৰা পলাব পাৰিলেই ৰক্ষা পাওঁ। স্নেহ আৰু ভালপোৱা, খং আৰু বিৰাগ, এই উভয় ভাব প্ৰকাশৰ মাজতো জানো এওঁলোকৰ ভাবৰ তাৰতম্য নঘটে? বহু মানুহৰ নঘটে তাৰ উদাহৰণ দি লাভ নাই। আৰু নিজেও সেই বিষয়ে বিশেষ ভুক্তভোগী নহওঁ। সেই কাৰণে মন খুব সহজতেই জ'য় পৰি যায়।

ইচ্ছা থাকিলেও এতিয়া ইয়াৰ পৰা পলোৱাৰ উপায় নাই। এইখিনিয়েতো মোৰ ভাগ্য যে, বুঢ়ীৰ চিঞৰ শুনি ডাক্তৰ পাঁচুগোপাল ৰায় তেওঁৰ ভয়ঙ্কৰ মূৰ্তি লৈ খেদি অহা নাই।

বিশ্ৰামৰ আৰামত প্ৰহ্লাদৰ মাত গদ্‌গদ্ হৈ ওলাইছে। মোৰ কাণে চাই ক'লে, "গম পালানে যে ল'ৰাজনে একেবাৰে ভদ্ৰলোক।"

বুঢ়ীমায়ে কলে, "তাকেইতো ভাবিছো।"

সেয়েই অপৰাধ। চাবোন থৈ গামোছা লৈ ওলাই আহিলো। মুখ-হাত ধুই উভটি আহিব নোৱাৰা যেন পালো। দাঁতে দাঁতে লগাৰ উপক্ৰম। উঃ, বৰ ভুল কৰিছো। এয়া যে কঁপনি উঠি জ্বৰ উঠাৰ নিচিনা। মেলেৰিয়াৰ কঁপনিৰ নিচিনা।

উত্তৰপ্ৰদেশৰ বতাহে একো কৰিব পৰা নাছিল, পানীয়ে কিন্তু একেবাৰে কঁপাই তুলিলে। কোনো ৰকমে কঁপি কঁপি তম্বুলৈ আহি ভাল লাগিল। বাঃ, প্ৰহ্লাদৰ বুঢ়ীমাক দেখিছো টাকি মুৰগীৰ দৰে বহুৰূপিনী। মোৰ ধাৰণা আছিল এয়া তৰুণীসকলৰ একচেটীয়া। ক্ষণে ক্ষণে ৰঙ সলনি হয়। দেখিছো, মোৰ মোনাৰ পৰা কাপোৰ উলিয়াই গদিত পাৰি দিছে। মোনাখনেবে গাৰু কৰা হৈছে। গাত লোৱা কম্বলখন ভাজ কৰি ভৰি শিতানত থোৱা আছে। একেবাৰে শুই পৰাৰ ব্যৱস্থা।

যাওক, ইয়াতকৈ বেছি নিবিচাৰো। দেখিয়েই মন গৰম হৈ উঠিছে। শৰীৰ গৰম হোৱাতে যা কিমান সময়? খৰ্‌ধৰকৈ মুখ-হাত মচি গাত ওভাৰ-কোটটো সুমুৱাই ললো। কোটৰ সৈতে বিছনাত দীঘল দি কম্বলখন টানি ললো।

কিন্তু ইমান সময় প্ৰহ্লাদৰ পৰিয়ালে, অৰ্থাৎ বুঢ়ীমা সহ মোৰ ফালে বিস্ফাৰিত চকুৰে চাই আছিল। বুঢ়ীয়ে শ্লেষ্মাজড়িত মাত আৰু হাঁহিৰে ক'লে, "ও ভাল মানুহৰ ল'ৰা, চাবোন ঘঁহিব খুজিছিলা যে তোমাৰ আকৌ ইমান কিহৰ চুৰা-ভাল?"

"কিহৰ চুৰা-ভাল?"

"এয়া যে গাত পানি ঢালি অহা। বাৰে কুৰি জাতি চুই মেলি আমিও আহিছো, সেই বুলি জানে আমি পানী ঢালিবলৈ গৈছো?"

বুজাবলৈ যোৱা নিৰৰ্থক যে চুৰা খিণৰ কাৰণে নহয়, পৰিষ্কাৰ হোৱাৰ কাৰণেই পানী লোৱা হৈছে। হয়তো বিশ্বাস নকৰিব। চিঞৰৰ বাখৰ যাতে নহয় সেই কাৰণে মাত্ৰ হাঁহি এটা মাৰিলো।

বুঢ়ীমাযে আকৌ ক'লে, "সোৱা বাপু, শেষত গৈ নিমুনিয়া যাতে নহয়, সেইবোৰৰ বিপদ হলে আমি লব নোৱাৰো।"

মনে মনে ভাবিলো, ৰাতি পুৱালেই যিজনক বেহাই দিব, সেই-জনৰ বাবে তেওঁলোকৰ ভাবনাৰ প্ৰয়োজন কি? ইফালে খোৱাৰ বন্দোবস্তও হৈছে বুলি গম পালো। ৰন্ধা-বঢ়া কৰাতো এতিয়া সম্ভৱ নহয়। চিৰা-মুড়ি টিনৰ পৰা উলিয়াইছে। মই অস্বস্তি বোধ কৰিলো অন্ততঃ খোৱাৰ সময়খিনিত বাহিৰত থাকিব পৰা হলে ভাল আছিল। ইফালে মই শুই আছো

আকৌ বুঢ়ীমাৰ মাত, "লোৱা, দুটা চোবাই লৈ শুই থকা।"

এওঁলোকে নেজানে বাৰু, নিজেতো জানো, কিংবা চোবোৱাৰ স্পৃহা এতিয়া মোৰ অলপো নাই। যোৱা কালি ৰাতিপুৱাই বিছনা এৰিছিলো। পথৰ কষ্টৰ অৱসান লোৱাৰ কাৰণে বিছনাত পৰিছোহি। এই বিশ্ৰামৰ ভোগ এতিয়া খোৱাতকৈও ডাঙৰ। কিন্তু পৰিস্থিতিয়ে মোৰ এই সত্য ভাষণৰ মৰ্য্যাদা নিদিব।

কথা নবঢ়াই যিখিনি পাৰিলো চোবাই শুই পৰিলো। এতিয়াও এই আশ্ৰমৰ মাইকত দেবমাহাত্ম্য আলোচিত হৈছে। গোটেই কুম্ভ-মেলাতে গোলমাল চলি আছে। যেন মইহে অকলে বহু দূৰৈত আছো। ওচৰে-পাজৰে থকা তম্বুবিলাকতো গুঞ্জন শুনিবলৈ পাইছো। কিন্তু সকলো অস্পষ্ট। এইবোৰ নেথাকিলে হয়তো গাঢ় টোপনিৰ আলিঙ্গনত অচেতন হৈ পৰিলোহেঁতেন।

অৰ্দ্ধ অচেতন অৱস্থাত মোৰ কাণলৈ ভঙা ভঙা অৰ্দ্ধস্ফুট এটি ডিঙিৰ গুঞ্জন শুনিবলৈ পালো—

শ্ৰীনন্দ ৰাখিল নাম নন্দৰ নন্দন।
যশোদা ৰাখিল নাম যাদু-বাছাধন॥

বুঢ়ীমাৰ মাত। বোধহয় তন্দ্ৰাচ্ছন্ন মাত। মোৰ কাণৰ শিৰাবোৰ এটা মুহূৰ্ত্তৰ পৰা জাগি উঠিল। তাৰ পিচত কাণৰ পৰ্দাৰ পৰা এটি বিচিত্ৰ শিহৰণে মোৰ সৰ্বাঙ্গ ৰোমাঞ্চিত কৰি তুলিলে।

কৃষ্ণৰ শতনাম জীৱনত কোন দিনাখনে মুখস্ত হোৱা নাছিল। কিন্তু ভঙা মাতৰ এই বিচিত্ৰ সুৰ, মোৰ শৈশবৰ নিদ্ৰাহীন চকুৰ উদ্ভট সপোনৰ, মোৰ দুষ্টামিৰ, মোৰ, বিস্ময়ৰা কৌতুহলৰ সমাপ্তি আনি দিছিল। মোৰ শিশুমনৰ তেজৰ শিৰাই শিৰাই টোপনি মায়া হৈ লুকুৱাই আছিল। এনেকুৱা আছিল ৰাতিৰ টোপনি, ৰাতিপুৱাৰ জাগৰণ। যি সুৰত টোপনি আহিছিল, আকৌ সেই সুৰতেই অলপ অলপকৈ চকুৰ পতা খুলি গৈছিল।

তাৰ পিচত জীৱনৰ নৈৰ সোঁতত মই উটি গৈছিলো এটি বৃন্তহীন ফুলৰ দৰে। অসহ্য বেদনা আৰু সংগ্ৰাম লৈ যৌবন আহিছিল। ভৰিৰ তলৰ মাটি বচাওঁতেই সেই সুৰ হেৰাই গৈছে। মা'ৰ ৰূপ লৈছিল এই কঠিন পৃথিবীয়ে।

কিন্তু সেই হেৰাই যোৱা সুৰ যে মোৰ এই সুদীৰ্ঘ জীৱনৰ ৰক্ত-প্ৰবাহত অজানিতে অনুসৰণ কৰি আছে, সেয়াতো জনা নাছিলো। সকলো কোলাহল স্তিমিত হৈ আহিল। গাঢ় নিদ্ৰাৰ কোলাত মই ঢলি পৰিলো। তেতিয়াও অলপ অলপ কাণলৈ আহিছে, কৃষ্ণ নামৰ বৰ্ণনাৰ গীত……

হঠাতে টোপনি ভাঙি গ'ল। কাণৰ ওচৰতে খচ্ খচ্ শব্দ শুনিবলৈ পালো। কিমান ৰাতি হব কোনে জানে। শুইছিলো বাহিৰৰ পৰ্দাৰ ওচৰত। প্ৰথমতে চকু মেলিব পৰা নাছিলো। পৰ্দাৰ তলেদি অহা বতাহে তীব্ৰভাবে গাত বিন্ধিছেহি। ভাব হ'লযেন সৰ্বাঙ্গ তিতি গৈছে। হাত ভৰিৰ তেজ যেন গোট মাৰি গৈছে, এনে হেন লাগিল।

বোধহয় এই ভয়ানক শীতৰ কাৰণেই টোপনি ভাঙি গৈছে। মেলা নিস্তব্ধ। কোলাহল নাই। মাজে মাজে দুই এটা সংক্ষিপ্ত কণ্ঠস্বৰ দূৰৈৰ পৰা ভাহি আহিছে। মাজে মাজে শুনিবলৈ পাইছো স্খলিত ঘণ্টাধ্বনি। আকৌ নীৰৱতা। মাত্ৰ কানৰ ওচৰত খচ্ খচ্ শব্দ।

চকু মেলিলো। চকু মেলিয়েই চমকি উঠিলো। পৰ্দাৰ ওচৰত এযোৰা বুট। তম্বুৰ ভিতৰত পোহৰ আছে। লাহে লাহে বুটৰপৰা ওপৰলৈ দৃষ্টি তুলি দিলো। বুটৰ ওপৰত মোটা খাকি পেণ্ট। আঁঠুৰ ওপৰৰ পৰা কলা কম্বল।

সৰ্বনাশ! ফ্ৰাঙ্কেনষ্টাইন ছবিৰ মনষ্টাৰ! পাঁচ-বৈদ্য! ভয়ঙ্কৰ মুখ লৈ ঠিয় হৈ আছে ডক্টৰ পাঁচুগোপাল ৰায়। গম পোৱা নাই যে মোৰ টোপনি ভাগি গৈছে। দেখিলো ডক্টৰ পাঁচুগোপালে ৰীতিমত ৰাতিৰ প্ৰহৰীৰ দৰে তীক্ষ্ণ দৃষ্টিৰে চাৰিওফালে নিৰীক্ষণ কৰিছে। কি চাইছে কোনে জানে। কিন্তু এপাট বুট যদি ডিঙিৰ ওপৰত পৰে!

নীৰৱে কেইটিমান মুহূৰ্ত্তপাৰ হৈ গ'ল। তাৰ পিচত শুনিবলৈ পালো, "নো জায়গা, নট কিচ্ছু। চলো বাহাৰ।"

পিচ মুহূৰ্ত্তত পৰ্দা ডাঙি তেওঁ ওলাই গ'ল। লগে লগে এচেৰেঙা ঠাণ্ডা বতাহে মোৰ গাত কোবাই গ'লহি। কোনো ৰকমে ঠাণ্ডা বতাহ হজম কৰিলো।

কিন্তু ডক্টৰে এই ঠাণ্ডাখনত কিয় বাক ঠাই বিচাৰি ফুৰিছে? "নো জায়গা, নট কিচ্ছু"ৰ অৰ্থতো বুজায়। ঘটনাটো কি বুজিব

নোৱাৰিলো। টোপনি আৰু নাহিল। বহু সময় এনেয়ে পৰি থাকিলো। ইকাটি সিকাটি কৰিও টোপনি আনিব নোৱাৰিলো। বহু সময়ত অতিৰিক্ত ক্লান্তিত দেহতন্ত্ৰী যেন টান টান হৈ থাকে। লগতে মনো। হঠাতে টোপনি ভগা মনতো মোৰ কোনো অৱসাদ নাই। মন যেন ফটা পালৰ দৰে থৰ্‌থৰকৈ কঁপিছে। হয়তো ইয়াৰ কোনো অৰ্থ নাই, আশা নাই। তথাপিও মনে নামানে কাৰণেইতো দৌৰি আহিছো। হওক উদ্ভট, অদ্ভুত, আচৰিত কাণ্ড। তথাপিও শুই থাকিব নোৱাৰো। উঠিলো, উঠি দেখো প্ৰহ্লাদক মাজত লৈ এফালে তেওঁৰ পৰিবাৰ আনফালে বুঢ়ীমাকে টোপনিত লালকাল। এই টোপনি দেখি হঠাতে বুজিবৰ উপায় নাই এওঁলোকে ঘৰ এৰি আহিছে। আহিছে তীৰ্থ কৰিবলৈ।

ওভাৰ-কোটৰ বুটাম মাৰি বাহিৰলৈ ওলাই আহিলো। কিন্তু কেই মুহূৰ্ত্তৰ কাৰণে চলন শক্তি ৰহিত হৈ গ'ল। ভাবিলো, মনৰ আশা মনত মাৰ নিয়াই তম্বুৰ ভিতৰলৈ সোমাই যাওঁ। শুনিছো, ইউৰোপ শীতপ্ৰধান দেশ। সেই ঠাইত ঠাণ্ডাত পানী গোট মাৰি বৰফ হয়। সকলোতে বৰফ। মানুহে বাটত ফুৰিবলৈ ভয় খায়। কিন্তু মোৰ হাড় যে উত্তৰপ্ৰদেশৰ গঙ্গাৰ পাৰতেই শিল হৈ যোৱাৰ উপক্ৰম।

মাফলাৰখন পকেটতে আছিল। সেইখনো উলিয়াই লৈ মূৰত মাৰিলো। জোতা-মোজা পিন্ধিয়েই শুইছিলো। গতিকে ঠাণ্ডা ৰোধ কৰিবলৈ আন কোনো উপায় নাছিল।

আশ্ৰমৰ বাহিৰৰ লাইটবোৰ নুমাই গৈছে। মঞ্চৰ পিছতেই অস্থায়ী মন্দিৰ সজাই লৈছে। মন্দিৰৰ দুৱাৰ বন্ধ। মঞ্চৰ ওপৰত আৰু তলত কিছুমান মানুহে মূৰে গায়ে কাপোৰ লৈ শুই আছে। কোনোবা সাৰে আছে বুলি ভাব নহ'ল।

আশ্ৰমৰ প্ৰধান গেটেৰে বাহিৰলৈ ওলাই আহিলো। তলৰ বালি কুঁৱলীয়ে তিয়াই পেলাইছে। খোজকঢ়াৰ লগে লগে শব্দ হৈছে। ভৰি মাটিত লাগি যায় গৈ। বহুতো বালি জোতাৰ ভিতৰতে সোমাইছে।

পশ্চিমফালে গৈ আছো। আনটো পাৰত অস্পষ্টভাবে এলাহাবাদ দুৰ্গই অন্ধকাৰত মূৰ দাঙি ঠিয় হৈ আছে। এডাল গছৰ ফাকেৰে দুৰ্গৰ ওপৰত থকা পতকাখনো দেখা গৈছে। মাত্ৰ চকুত নপৰে সতৰ্ক প্ৰহৰী।

সম্ভৱতঃ অলপ আগতেই জোন দুৰ্গত ঢাক খাই গৈছে। সেই কাৰণেই পশ্চিমৰ আকাশত পোহৰৰ ক্ষীণ আভাষ দেখা গৈছে। নাইবা এলাহাবাদ চহৰত পোহৰৰ আভাস মাত্ৰ।

লাখ লাখ মানুহৰ মেলা এতিয়া নীৰব, নিস্তব্ধ। এই নিস্তব্ধতাৰ লগত চিঁ চিঁ পাৰুৱাৰ মত আৰু মোৰ পদশব্দ মিলি গৈছে। সদ্য-প্ৰবাহিত গঙ্গাৰ কলকল ধ্বনি এই নিঃশব্দ ৰাতিৰ সঙ্গীতপ্ৰবাহৰ দৰে ভাঁহি আহিছে।

সন্ধ্যাৰ সেই পোহৰৰ খেলা আৰু নাই। মাত্ৰ ইফালে-সিফালে দুই এটা প্ৰোহৰৰ ৰেখা দেখা গৈছে। দিগন্ত জুৰি থকা তম্বুবোৰ দেখা গৈছে সমুদ্ৰৰ পাৰত নিশ্চল নীৰৱ অসংখ্য চৰাইৰ দৰে।

আকৌ সেই স্খলিত ঘণ্টাধ্বনি। কাণৰ ওচৰত শব্দ শুনি থমকি ৰলো। দেখিলো কেই হাতমান দূৰৈত এটা হাতী বন্ধা আছে। সুঁতৰ মাজত ডুব দি মানুহে যেনেকৈ দুলি থাকে, হাতীটোও ঠিক তেনেদৰে অগাপিছাকৈ দুলি আছে। তাৰেই তালে তালে ঘণ্টাটোও বাজিছে।

অদূৰত পোৰা কাঠৰ পৰা অলপ অলপ ধোঁৱা ওলাই আছে। জুই জ্বলোৱা হৈছিল, নুমাই গৈছে। অগ্নিকুণ্ডৰ কাষতেই কেইজনমান মানুহ আপদ-মস্তক ঢাকি শুই আছে। ভবাটোও আচৰিত, এই প্ৰচণ্ড শীতত মানুহ উন্মুক্ত আকাশৰ তলীতে কেনেকৈ শুই থাকিব পাৰে?

ওঠাতে গুম-গুমনি শুনি চমকি উঠিলো। উত্তৰফালে চাই দেখিলো গঙ্গাৰ ওপৰত থকা ৰেলৰে ব্ৰীজৰ ওপৰেদি ট্ৰেন গৈছে। ভাব হ'ল যেন নীৰৱতা ভেদ কৰি গম-গমাই শব্দ চাৰিওফালে বিয়পি পৰিল। এতিয়াই যেন সাৰ পাই উঠিব লক্ষ মানুহৰ মেলা।

কিন্তু ট্ৰেনৰ বিলীয়মান শব্দৰ লগে লগে বালুচৰ একেবাৰে স্তব্ধ হৈ গ'ল। ট্ৰেন চোৱাৰ কাৰণেই বৈ গৈছিলো। এই গাঢ় নিস্তব্ধতাৰ মাজতেই এটি ভঙা ভঙা মাত শুনিবলৈ পালো। যেন কোনোবাই কাৰোবাক কিবা কৈছে। এই সমুদ্ৰ সদৃশ তম্বুৰ মাজত কোনোবাই কথা কৈছে। কিন্তু ক'ত? মানুহ তো দেখা পোৱা নাই।

কৌতূহল হ'ল। কাণ পাতিলো হিন্দীত কথা কৈছে। কি কৈছে? অলপ দূৰ আগুৱাব গৈ থমকি ৰলো। কথাতো নহয়, কোনোবাই কান্দিছে। কান্দি কান্দি কৈছে, "বহুত বহুত পাপ কিয়া

ভগবান। হে ঈশ্বৰ, মোৰ অৰ্থ লোৱা, মোৰ সোণ লোৱা, মোৰ খোৱা-বোৱা লোৱা, মোক বিবস্ত্ৰ কৰা। মোৰ সকলো লোৱা, মোক মৃত্যু দিয়া। মোৰ এই পাপৰ প্ৰাণ মই তোমাৰ চৰণত সঁপি দিছোঁ। গ্ৰহণ কৰি তুমি মোক মুক্তি দিয়া।"

মোৰ হাত-ভৰি একেবাৰে নিশ্চল হৈ গ'ল। অন্ধকাৰত অকলে থিয় হৈ মই কাৰ পাপৰ স্বীকাৰোক্তি শুনিছোঁ? কাৰ মৃত্যু কামনা শুনিছো? মই কলৈ আহিছোঁ, য'ত মানুহে অসঙ্কোচে প্ৰকাশ কৰিছে তেওঁৰ পাপ। নিবেদন কৰিছে প্ৰাণ।

পাহৰি গ'লো, মই যে এক সভ্য দেশৰ সৃষ্টি আৰু কৃষ্টি ভৰা নগৰৰ নাগৰিক। মই যেন হাজাৰ বছৰ অতীতলৈ উভটি গৈছোঁ। অদৃশ্যৰ পৰা মোক দুহাতেৰে এই বালুচৰৰ নিশাই যে আলিঙ্গন কৰিছে। পকুৱাই পোৱা মানুহৰ দৰে মই বিভ্ৰান্ত হৈ পৰিলো।

সেয়া যে দূৰৈৰ অগ্নিকুণ্ড আৰু ধোঁৱা, হয়তো ভৰদ্বাজ মুনিৰ যজ্ঞৰ কাঠ তাতেই পুৰিছে। দিনৰ পিচত দিন ধৰি শ শ মানুহে প্ৰয়াগৰ গঙ্গাত জাপ দি প্ৰাণনাশ কৰিছে। প্ৰাণনাশৰ সেই ভয়াবহ মহাপুণ্য-লীলাই আজি মোক আগুৰি ধৰিলে। বহুতো মানুহ, বহুতো মানুহৰ ছায়াই মোক চাৰিওফালৰপৰা আগুৰি ধৰিলেহি। ওভাৰকোট পিন্ধা একজন ক্ষীণ মানুহৰূপী জীৱৰ ফালে সিহঁতে বিস্ময়েৰে চাই আছে। পুঙ্খানুপুঙ্খ ৰূপে চাইছে—এয়া কোন দেশৰ মানুহ? গঙ্গাতীৰত সিহঁতৰ শ শ বছৰৰ এই নিৰ্জন বিচৰণক্ষেত্ৰত এই নিশা কোন এইজন তেজ-মঙহৰ জীৱ? বহুতো পৰিৱৰ্ত্তন সিহঁতে দিনৰ পিচত দিন ধৰি লক্ষ্য কৰি আহিছে। যিজোপা অক্ষয় বটগছৰ পৰা জপিয়াই পৰি ভগবানৰ ওচৰত সিহঁতে প্ৰাণ দান কৰিছিল, সিহঁতৰ সেই অক্ষয় বট আকবৰ বাদশাহে নিঃসঙ্কোচে কাটি পেলাইছে। গঙ্গা-যমুনাৰ সঙ্গমত থিয় হৈ সিহঁতে দল বান্ধি সকলোৱে সেই নিষ্ঠুৰ কাম চাই আছিল। তাৰ পিচতো শ শ বছৰ ধৰি সিহঁতে দেখি আহিছে, মৰ-জগতৰ লক্ষ লক্ষ নৰনাৰীক, সিহঁতৰ সেই অক্ষয়বটৰ স্মৃতিচিহ্নত মূৰ দোৱাই অহা। সেয়া দেখি অট্টহাঁহিত সিহঁত ফাটি পৰিছে। সেই হাঁহি কোনোৱে শুনিবলৈ নেপায়। গঙ্গা যমুনাৰ তলত সেই হাঁহি তল পৰি যায়। সিহঁতৰ মুখত বিদ্ৰূপৰ হাঁহি দেখা যায়, যেতিয়া মৰ-জগতৰ

মানুহ জীয়াই থকাৰ স্পৃহা দেখে। পাপ গোপন কৰিবলৈ মানুহৰ কিমান চেষ্টা। মুদ্ৰা দলিয়াই দি কিমান সহজতে ঈশ্বৰৰ কৃপা লাভ কৰিব বিচাৰে। সিহঁতে দেখিবলৈ পাইছে, সিহঁতৰ অক্ষয়বটৰ পৰিৱৰ্ত্তে অন্য এডাল গছৰ ডাল দেখুৱাই পাণ্ডাই মানুহৰ পৰা পইচা লোৱা।

সিহঁতে ফুচ্‌ফুচাই কথা কৈছে আৰু বতাহৰ লগত উটি ফুৰিছে। কোনোৱে নেজানে, কিন্তু সিহঁতে জানে প্ৰয়াগৰ ৰন্ধ্ৰে ৰন্ধ্ৰে ভাৰতৰ কি ইতিহাস লুকুৱাই আছে।

কিন্তু সিহঁতৰ এই অবাধ মুক্ত বিচৰণৰ সময়ত এয়া আকৌ কোন জীৱ। গঙ্গাৰ বুকুৰ পৰা সিহঁতে একজন এজনকৈ উঠি আহিছে। সিহঁতৰ কোনোবা হাজাৰ বছৰৰ, কোনোবা পাঁচশ বছৰৰ আৰু কোনোবা দুশ বছৰৰ।

মই কথা ক'ব খুজিছিলো। কিন্তু মোৰ কথা হেৰাই গৈছে। সিহঁতে পৰস্পৰে পৰস্পৰ গা টিপি হাঁহিছে। মোক আঙুলিয়াই দেখুৱাইছে। তাৰ পিচত, সিহঁতৰ সমবেত কণ্ঠৰ হাঁহিৰ দৰে মোৰ কাণলৈ আহিল গঙ্গাৰ কলকল ধ্বনি।

দেখিলো, মোৰ ভৰিৰ ওচৰত পানী। গঙ্গাৰ ওচৰ পাইছোহি। দূৰ-গঙ্গাৰ স্ৰোতত হঠাতে কোনোবাই নিঃশব্দে হাঁহি উঠিছে। ছায়া-বোৰ গুপ্ত শত্ৰুৰ দৰে চকুৰ আগতেই পানীত ডুব দি দি পলাইছে।

কোনোবাই যেন গান গাইছে। নাৰীকণ্ঠৰ গান। পকৰাই পোৱা মন আন এফালে উটি গ'ল। বেহেলাৰ মৃদু সুৰৰ দৰে মিঠা মাতৰ গানে হঠাতে এক নতুন স্বপ্নজাল বালিচৰত ৰচনা কৰিলে।

নহয়, গান নহয়। আবৃত্তি কৰিছে,

চিৰং নিবাসং ন সমীক্ষতে যো
হ্যদাৰচিত্তঃ প্ৰদদাতি চ ক্ৰমাৎ।
কল্পিতাৰ্থংশ্চ দদাতি পুংসঃ
স তীৰ্থৰাজো জয়তি প্ৰয়াগঃ॥

কণ্ঠ লক্ষ্য কৰি অলপ আগুৱাই গৈ থমকি ৰৈ গলো। দেখিলো, গঙ্গাৰ ফালে মুখ কৰি এগৰাকী নাৰী ঠিয় হৈ আছে। ভাব হ'ল শাৰী পিন্ধিছে। আলুলায়িত কেশৰাশি পিঠিত পৰিছে। দূৰৈৰ অস্থায়ী ভাঁহি থকা দলঙৰ সামান্য পোহৰ আহি তেওঁৰ মুখত পৰিছেহি।

সেই পোহৰ সামান্য। তাতেই তেওঁৰ মুখমণ্ডল সুস্পষ্ট হৈ উঠিছে। তেওঁৰ সু-উচ্চ নাক, কম্পিত ওঁঠ, নিস্পলক চকুৰ ঘনপল্লব।

কেইটিমান মুহূৰ্ত্তৰ পিছত দেখিলো, আপদমস্তক-আবৃত এজন পুৰুষ তেওঁৰ ওচৰত ঠিয় হ'লহি। তেৰেঁ। নাৰীকণ্ঠৰ লগত মিলাই প্ৰয়াগস্তোত্ৰ আবৃত্তি কৰিবলৈ ধৰিলে।

আৰু অলপ সময় পিছত আন এজনী ছোৱালী এজন ল'ৰাৰ হাতত ধৰি আহিল। আগতে যি গৰাকীক দেখিছিলো তেওঁতকৈ এওঁৰ বয়স কম যেন অনুমান হ'ল। পুষ্ট যৌবনৰ চিহ্ন তেওঁৰ সৰ্বাঙ্গত উদ্ভাসিত। মুখত হাঁহিৰ আভাস। ল'ৰাজনৰ লগতে তেৰেঁ। আবৃত্তিত যোগ দিলে।

তেওঁলোকৰ মৃদু আবৃত্তিৰ সুৰ গঙ্গাৰ কলকল ধ্বনিৰ সতে একাত্ম হৈ মিলি গ'ল। কেইমুহূৰ্ত্তমান পিছত তেওঁলোক সকলোৱে দক্ষিণৰ সঙ্গমৰ ফালে গ'ল।

মইও গলো। আনহাতে যিমানে সময় গৈছে সিমানে উত্তৰৰ পৰা বোৱা বতাহ এজাক বলিয়া হৈ উঠিছে।

মানুহ দেখা পাই ময়ো বহুখিনি পকৰাই পোৱাৰ পৰা মুক্ত হৈ পৰিছো। আকৌ মোৰ চাৰিওফালে পৰিষ্কাৰ হৈ পৰিছে।

হঠাতে ভাব হ'ল, কোনোবা যেন মোৰ পিছে পিছোআহি আছে। চাই দেখিলো, হঠাতে যেন এটা মূৰ্তি তম্বুৰ আঁৰত হেৰাই গ'ল। হয়তো কোনোবা মানুহ বাটলৈ ওলাই আহিছে। পুনৰ মই তেওঁ-লোকৰ পিছে পিছে যাবলৈ ধৰিলো।

এতিয়া ৰাতি কিমান অনুমান কৰিব পৰা নাই। দুৰ্গৰ পিছৰ আকাশ ক্ৰমাগত গাঢ় অন্ধকাৰত ঢাক খাই পৰিছে। দূৰ আকাশত পাহাৰৰ দৰে ওখ ভূমিৰ অস্পষ্ট ৰেখা যেন লাহে লাহে ফুটি উঠিছে। বিশাল ক'লা পটত কোনো এক অদৃশ্য শিল্পীয়ে যন্ত্ৰৰ দ্বাৰা ফুটাই তুলিছে নতুন নতুন দৃশ্য।

মোৰ আগে আগে মন্থৰ গতিত তেওঁলোক আগবাঢ়ি গৈ আছে। দুগৰাকী নাৰী, এজন পুৰুষ আৰু এটি শিশু। তেওঁলোকে মিলিত কণ্ঠস্বৰে প্ৰয়াগমাহাত্ম্য আবৃত্তি কৰি আছে। মৃদু সুৰ, আবৃত্তিও মন্থৰ। সুস্পষ্ট সংস্কৃত উচ্চাৰণ। এই ভয়ানক শীততো তেওঁলোকৰ কণ্ঠস্বৰ বিকৃত শুনা নাই।

মই তেওঁলোকৰ পিছে পিছে গৈ আছো। কিয় গৈ আছো তাৰ সঠিক অৰ্থ নেজানো। জানো কিঞ্চিৎ প্ৰয়াগৰ ইতিহাস। অলৌকিক কীৰ্তিৰ মাহাত্ম্য নেজানো। আহি পোৱাৰ লগে লগে গঙ্গাজল গাত লোৱা নাছিলো। মুঠি মুঠি বালি নিজৰ গাত লোৱা নাছিলো। তথাপিও তেওঁলোকৰ পিছে পিছে গৈ আছো।

অশৰীৰীৰ দলে মোক পাইছে। সুৰে মোক মাতিছে। ইতিহাসে মোৰ কাণে কাণে কথা কৈছে। মই প্ৰয়াগৰ মন্ত্ৰ নুবুজো।

শাওন মাহত গাৱঁৰ জীয়াৰী-বোৱাৰীয়ে পূজা কৰে। পূজা কৰে মাটি আৰু গছ-গছনিক। তাৰ অৰ্থ মই বুজি পাওঁ। হে ধৰিত্ৰী, তুমি উৰ্বৰ হোৱা। তোমাৰ প্ৰতিডোখৰ মাটি সেউজীয়া শস্যৰে ভৰি উঠক। আমাৰ পূজা লৈ তুমি তৃপ্তি পোৱা, তুমি সিক্ত হোৱা, আমি ওৰেটি জীৱন তোমাক পূজা কৰিম।

এই আদিম সংস্কাৰৰ মাজত দেখো মানুহৰ জীয়াই থকাৰ অভিযান। লখিমী চপোৱা উৎসৱত শুনো জীৱনৰ জয়গান। শচইৰ গুণ-কীৰ্তন।

কিন্তু এই বালিচৰ? ভাৰতীয় প্ৰাচীন ইতিহাসৰ লীলাভূমি। ধৰ্মীয় ইতিহাসৰ স্মৃতিভূমি। কিন্তু কোনোৱে সেই স্মৃতিসাগৰত ইয়াত ডুব নিদিয়ে। নকৰে জ্ঞানৰ সন্ধান জনপদ আৰু জীৱনৰ পৰা বিচ্ছিন্ন এই বালিচৰৰ গুণানুকীৰ্তন কিয় নুবুজো। মই মাত্ৰ মানুহৰ ৰূপত মুগ্ধ। অলৌকিক অনুভূতি মোৰ মনত নাই।

তথাপিও মই মোহপাশত আবদ্ধ হৈছো। মোহ নহয়, মুগ্ধ প্ৰাণ লৈ মই আহিছো। এই মৌন ৰাতি, আধা-পোহৰ আধা-এন্ধাৰত এই নাৰী আৰু পুৰুষ, আৰু কি বিচিত্ৰ মিলিত তেওঁলোকৰ ডিঙিৰ মাত। সেই সুৰৰ লগত সুৰ মিলাইছে চিৰপ্ৰবাহিনী গঙ্গাই।

লাহে লাহে তম্বুৰ শাৰী শেষ হৈ আহিল। যেন বহুদূৰত এৰি থৈ আহিলো লোকালয়। এইবাৰ বালি আৰু বালি। গভীৰ বালিত ভৰি সোমাই গৈছে। ভাব হ'ল, যেন বহু দূৰৈত এৰি আহিছো কুম্ভ-মেলা। হেৰাই পেলাইছো পথৰ দিশ। কেতিয়াবা পাইছো তিতা বালি। অলপ অলপ ঘাঁহ-বন। আকৌ বালি।

বতাহত ঘাঁহবোৰ কঁপি উঠিছে। লাহে লাহে বতাহৰ কোব বাঢ়ি আহিছে। বতাহ উন্মাদ হৈ উঠিছে। কাণ বিন্ধি হোৱা অৱস্থা।

আকৌ সেই সুৰ কাণত পৰিছেহি। সুৰ ক্ৰমে ওপৰলৈ উঠি গৈ আছে। বেহেলাৰ মৃদু সুৰ যেন মুক্ত আৰু ব্যস্ত হৈ পৰিছে।

পুৰুষজনৰ কম্বল বতাহত উৰিব ধৰিছে। ছোৱালী দুগৰাকীৰ চুলিবোৰ শূন্যত উৰি আছে যেন অনুমান হয়।

বতাহ নহয়, যেন নিষ্ঠুৰ এডাল চাবুকহে। মোৰ হাত-ভৰি যেন ফাটিবৰ উপক্ৰম হৈছে। অসহ্য এই যন্ত্ৰণা।

কিছু সময়ৰ পিছত সন্মুখৰ চাৰিজনৰ গতি কমি আহিল। সন্মুখৰ বালি তললৈ নামি গৈছে। বিশ-ত্ৰিশ হাত দূৰৈত আছিলো। ধৰিব নোৱাৰিলো কিমান তলত পানী। তলতো কিছুখিনি সমতল। তাৰ পিছতেই দূৰৈৰ পোহৰৰ আভাস পৰি পানী চিক্‌মিকাই উঠিছে।

তেওঁলোক চাৰিওজন সেই সমতল ঠাইখিনিলৈ নামি গ'ল। মই দূৰৈত ৰৈ গলো। তেওঁলোক চাৰিওজনো ৰৈ গ'ল। এইবাৰ তেওঁলোকৰ ডিঙিৰ সুৰ কমি আহিছে, যেন দূৰৈৰ পবাহে গুণগুণনি শুনা গৈছে।

কেইমুহূৰ্ত্তমান ঠিয় হৈ দুজন আঁতৰিগ'ল। বালিৰ চৰে বাওঁফালে ভাঁজ লৈছে। কম্বলধাৰী সেই ফাললৈ নামি গ'লগৈ। বুজিব নোৱাৰিলো সেইফালে চৰ আৰু নামি গৈছে নে নাই। কিন্তু তেওঁক আৰু দেখা নগ'ল। তাৰ পিছত এগৰাকী মহিলাও গ'লগৈ। তেৰেঁা এন্ধাৰত হেৰাই গ'ল।

ল'ৰাজনক লগত লৈ আনগৰাকী মহিলা থাকিল। কিন্তু ল'ৰাজনো এই ভয়ানক শীতত কাপোৰ খুলি পানীৰ ফাললৈ আগুৰাই গ'ল।

শিশুৰ এই দুঃসহ পীড়ণত হৃদয় বিস্মিত আৰু বেদনাত চমকিত হোৱাৰ পিচ মুহূৰ্ততেই নতুন দৃশ্যই মোৰ সৰ্ব চেতনা আড়ষ্ট কৰি পেলালে। দেখিলো, সেই মহিলা গৰাকীও বিবস্ত্ৰা হৈছে। ইমান প্ৰচণ্ড শীততো কোনো খৰধৰ নাই। সকলো কাম মন্থৰ ভাবে হৈ আছে। বিবস্ত্ৰা হৈ কেইটিমান মুহূৰ্ত্ত ঠিয় হৈ ৰ'ল।

একেবাৰে স্পষ্ট নহয়, কিন্তু অস্পষ্টও নহয়। মোৰ সুসংস্কৃত সভ্য মন থমকি ৰ'ল। নিজকে লুকুৱাবলৈ ইয়াত একো নাই। চকু এবাৰ তললৈ গৈও পুনৰ অবাধ্য হৈ উঠিল। একো পাপতো কৰা নাই। পলাম কিয়!

কিন্তু তেওঁ জানো মোক দেখা পোৱা নাই ? মুক্ত আকাশৰ তলীত, ভীষণ ঠাণ্ডা বতাহে কোবাই থকা এই চৰত। মনটো মোৰ অস্পষ্ট ভয়ে আগুৰি ধৰিলোহি।

শূন্যত উৰি থকা কাল নাগিনীৰ দৰে তেওঁৰ উৰন্ত দীর্ঘ কেশৰাশি, তেওঁৰ বলিষ্ঠ দেহৰ সুস্পষ্ট ৰেখা, দেখা, তেওঁৰ মৃদু গুণগুণনি, সকলো পৃথিৱীৰ চেহাৰা মোৰ চকুত সলনি হৈ গ'ল।

তেওঁ পানীত গৈ নামিল। গুণগুণনি বৈ গ'ল। কিন্তু মই আড়ষ্ট আৰু স্তম্ভিত। চাই দেখো, চাৰিওফালে পোহৰ উদ্ভাসিত হৈ উঠিছে। পোহৰ, ইমান পোহৰ ক'ৰ পৰা আহিল ? পশ্চিম ফাললৈ মুখ কৰি ঠিয় হৈ আছিলো। উভটি চাই দেখিলো পূবৰ আকাশ পোহৰত উদ্ভাসিত হৈ উঠিছে। দূৰ পশ্চিমৰ ফালে চাই দেখো, ক'লা অথচ তীব্ৰ আলোকময়ী পানীৰ সোঁত মোৰ পিনে আহি আছে। আহি আহি হঠাতে বেকাহৈ দক্ষিণলৈ গৈছে। গৈছে এই প্ৰাক উষা মুহূৰ্ত্তত গঙ্গাৰ অস্পষ্ট নিয়ৰসনা অথচ মুক্তাৰ দৰে জলমল কৰা তৰঙ্গৰ সোঁতে সোঁতে। এই মুহূৰ্ত্ততে নীলা যমুনাৰ ৰঙ হৈছে ক'লা। দূৰ পশ্চিমত ৰেলৰে দলং। উত্তৰ কোণত পানীৰ পৰাই উঠিছে দুৰ্গৰ পাথৰৰ ইমাৰত। কি বতাহ! ঠাণ্ডা বতাহত যমুনাৰ উত্তৰ তীৰৰ ওখ গছবোৰ কঁপি উঠিছে। যেন বতাহে যমুনাত জাপহে দিব খুজিছে, আৰু ক'লা যমুনাৰ বেঁকা সোঁতত যেন বেঁকা হাঁহি। সেই হাঁহি খন্তেক জিলিকি দূৰলৈ নোহোৱা হৈ গৈছে।

কিছুসময় পিছত পুনৰ গঙ্গাৰপৰা ভাহি আহিল সেই কণ্ঠৰ সুৰ :

দেৱি সুৰেশ্বৰি ভগবতি গঙ্গে
ত্ৰিভুবনতাৰিণী তৰল তৰঙ্গে।

গঙ্গাৰ অদৃশ্য কোলাৰ পৰা সেই শিশু উঠি আহিল। সি থৰথৰকৈ কঁপিছে। হাড় কঁপোৱা ঠাণ্ডাত এইবাৰ তাৰ উচ্চাৰণ বিকৃত শুনা গৈছে। সি শুকান কাপোৰ চোঁ মাৰি লৈ গাত মেৰুৱাই ললে। শিশুটিৰ পিছতেই তেওঁ উঠি আহিল। পৃথিৱীৰ সকলো বস্তুৰ দৰে তেওঁ আৰু সুস্পষ্ট। মুখ কৰি আছে পূবফালে। উষাৰ সেন্দুৰকণা তেওঁৰ সৰ্বাঙ্গত সিঁচৰিত হৈ পৰিছে। তিতা চুলি ডিঙিৰ দুয়োকাষে ওলমি পৰিছে। শৰীৰ তেওঁৰো অকম্পিত নহয়। ডিঙিৰ সুৰো তেওঁৰ কঁপি উঠিছিল।

চকু ওভোটাই লোৱা উচিত। ললোঁও। ধাৰ্মিকৰ ভক্তি নাই। চকুত আছে কিঞ্চিৎ নিতান্ত মানবিক মোহৰ অঞ্জন। আহিছো বাণত উটি যাম বুলি। ডুব দিম বুলি। কিন্তু আচল সত্বাইতো পিছ এৰা নাই। নিজকে পাহৰি যাওঁ কেনেকৈ ?

তথাপিও, মোৰ নগৰীয়া সভ্য চকুত বহুতো ছবি দেখিছো। বিদেশী শিল্পীৰ অসংখ্য ভেনাচ, দেখিছো দেশী শিল্পীৰ অঁকা হৃদয়মাধুৰী মিহলোৱা নগ্ন বৈচিত্ৰ্যৰ অসংখ্য ছবি। তাৰ উপৰি এই সভ্য চকুই দেখিছে দেশৰ দিগন্তযোৰা দেৱালৰ নগ্ন ছবি। দেখিছো চেলুলয়েডৰ বুকুত বীভৎস নগ্নতা।

কিন্তু এই নগ্নতা ! সেই আকাশৰ দৰে, এই বালুচৰৰ দৰে, এই গঙ্গা আৰু যমুনাৰ দৰে দ্বিধামুক্ত নগ্নতা। নগ্নতা পৰিৱেশ-অন্ধ। নগ্নতা কেনে ভয়ঙ্কৰ অথচ কেনে অপৰূপ !

বোধহয় পথ ভুল কৰিছো। কিন্তু ভুলকৈ আহিছো কোন যুগলৈ। ভাৰতৰ কোন বিগত শতাব্দীত যেতিয়াৰ পৰা চাবলৈ শিকিছিলো, দেখিছিলো বিষ-ক্ষতত ভৰা দেশ—শোভাযাত্ৰা, অবিশ্বাস, ভয়, নিষ্ঠুৰতা আৰু হাহাকাৰ।

তথাপি আৰু চাবলৈ বুলি দৌৰি আহিছিলো। কিন্তু কোন যুগৰ হাত ধৰি এই ছবি মোৰ চকুৰ সন্মুখত ভাঁহি উঠিল ? এয়াওতো দেশৰ ৰূপ ! বাচ-বিচাৰৰ বা এনে কি আছে। যি ভাবিব পৰা নাছিলো সেয়াই দেখিলো। তাকেইতো দেখিম। ঘূৰি ফুৰি এয়া যে নিজকে চোৱা। নেদেখিলে চিনিম কেনেকৈ ? বিস্ময় আৰু সন্দেহ ? সেয়া মনৰ মাজৰ পৰা নোহোৱা হব পিছত।

আকৌ চাৰিওজন আহি লগ লাগিছেহি। নিজকে কাপোৰতে আবৃত কৰি লৈছে। গঙ্গাস্তোত্ৰ শেষ কৰি নতুন সুৰত আবৃত্তি কৰিছে :

প্ৰাতঃ স্মৰামি ভৱভীতিমহাৰ্ত্তিশান্ত্যৈ
নৰায়ণং গৰুড়বাহনমজনাভম……

আবৃত্তি কৰি কৰি তেওঁলোক আগুৱাই আহিছে। লগে লগে যেন পোহৰ হবলৈ আৰম্ভ কৰিছে। পুৰুষজনক দেখি কিছু পৰিমাণে হতভম্ব হৈ পৰিলো। এয়া যে এবোজা ৰুক্ষ চুলি আৰু একোচা বিৰাট গোঁফৰ পুৰুষ। চকুও বেচ ৰঙা। মনত যে লাজ নাছিল এনে

নহয়, কিন্তু এওঁ যে ভয় লগাই দিলে! যদি খং কৰে যাম কলৈ? তাৰ উপৰি কুম্ভমেলাৰ সম্পৰ্কে নানা কথা শুনি মনৰ ভিতৰতো কিছু পৰিমাণে ভয়ো আছিল।

মোৰ ওচৰ পাই পুৰুষজনে মোক তুৰাধমান বেঁকাকৈ চালে। সন্দিগ্ধ আৰু সপ্ৰশ্ন দৃষ্টি। ডিঙিত তেওঁৰ ৰুদ্ৰাক্ষৰ মালা। বুকু লোমেৰে ভৰ্তি। হাতত ৰুদ্ৰাক্ষৰ মণিবন্ধনী। কাণৰ ফুটাতো ৰুদ্ৰাক্ষৰ কুণ্ডল।

তেওঁৰ পিছত থকা মহিলা দুগৰাকীৰো সেয়া। ভাব হ'ল দুয়ো গৰাকীয়ে যুৱতী। তেওঁলোকৰ গাতো ৰুদ্ৰাক্ষৰ মালা। শিশুটিৰো।

মোৰ ওচৰত আচৰিত হৈ ঠিয় দি পুৰুষজনে মোক নিৰীক্ষণ কৰিবলৈ ধৰিলে। তেওঁৰ মুখত অবিশ্বাসৰ হাঁহি। সঙ্কোচৰ হাঁহি। গম্ভীৰ মাতেৰে হিন্দীত সুধিলে, "আপুনি চিপাহী নেকি?"

মই? কি দুখত? মানুহজনে বোধহয় মোক চিপাহী বুলি ধৰি লৈছে। ওভাৰ-কোটৰ গুণ আছে! কলো, "নহয়।"

মোৰ উত্তৰ শুনি পুনৰ তেওঁ কলে, "মহাৰাজ, মই ভাবিছিলো আপুনি চিপাহী। নমস্কাৰ মহাৰাজ, নমস্কাৰ। সন্ন্যাসীক প্ৰতাপ দান কৰক।"

কি ভাবিছিলো, কি হ'ল। এওঁ দেখোন দান বিচাৰে? যুৱতী নাৰী, শিশুৰে বেৰি থকা এওঁ আকৌ কেনে ধৰণৰ সন্ন্যাসী নুবুজিলো, ক'লো, "তু—আপ—আপুনি সন্ন্যাসী?"

তেওঁ হাঁহি দিলে। এয়া যে অট্টহাঁহি! ভাব হ'ল, শিশুটিয়ে মনে মনে মন্ত্ৰ আবৃত্তি কৰিছে।

তেওঁ হাঁহি হাঁহিয়ে কলে, "জী মহাৰাজ, মই সন্ন্যাসী। মই অবধূত।"

অবধূত! জীৱনত কেইবাবাৰো শব্দ শুনিছো। কিন্তু অৰ্থ হলে নাজানো। তথাপিও অবধূতৰ লগত এওঁলোক কোন? সুধিলো, "সন্ন্যাসীজী, অবধূত কাক কয় নুবুজিলো।"

সন্ন্যাসীয়ে হাঁহি পিচলৈ চালে। ময়ো চালো। মহিলা দুগৰাকীৰ যিজনে ল'ৰাজনৰ হাতত ধৰি আছিল তেওঁ মূৰ তল কৰি হাঁহি আছিল। সলাজ মিঠা হাঁহি তেওঁৰ মুখত। চকু মুখত কুণ্ঠজড়িত লাজ। তেওঁৰ বয়স মোৰ যি ধাৰণা সোতৰ-ওঠৰৰ ওপৰ নহয়। আন গৰাকীয়েও

হাঁহিছিল। তেওঁৰ মুখত অৰণ্যে লাজ নাই। মুখত অকুণ্ঠ হাঁহি লৈ চাই আছিল। তেওঁৰ বয়স অনুমান কৰিব পৰা নাই। দেখাত তেওঁ অলপ চাপৰ, কিন্তু বলিষ্ঠ শৰীৰ। কিছু পৰিমাণে স্থূলতাৰ লক্ষণো আছে। আন গৰাকীতকৈ তেওঁৰ বয়স বেছি বুলি ভাব হ'ল। ল'ৰাজন নিতান্ত শিশু। বোধহয় আঠ-ন বছৰৰ বেছি নহয়। তাৰ কঁপনি, তাৰ মন্ত্ৰ, তাৰ বিস্ময়, সকলো মিলি সি এক নিৰ্বিকাৰ অংশ বিশেষ।

ৰুদ্ৰাক্ষৰ মালা খুলি পেলাই দি যদি কাপোৰ পিন্ধাই দিয়া হয়, তেতিয়া হৈ পৰিব জীয়াৰী-বোৱাৰী বা পুত্ৰ। হাঁহি-উদ্ভাসিত মুখৰ ওপৰত ওৰণি টানি দিলে এই মুখৰ পৰিচয় মুহূৰ্ত্ততে সলনি হৈ পৰিব। সন্ন্যাসীয়ে ক'লে, "মহাৰাজ, মোৰ এতিয়া সময় নাই। অৱধূতৰ বহু কথা। গৈ থাকাতো শুআযাব বাৰু কৈ যাম।"

মোৰ কৌতূহল শুনিবাৰ। পেটত পৰা সন্তান ওলাইয়ে আচৰিত হৈ চাই থাকে। দুৰ্বোধ্য মনৰ কৌতূহলেও সৰু সৰু বিস্ফোৰিত চকুৰে চাই থাকে।

এৰি দিওঁ কিয়? শুনা যাওকছোন। তেওঁলোকৰ লগত পুনৰ উত্তৰলৈ বুলি আগবাঢ়িলো।

ইতিমধ্যে মেলাই সাৰ পাই উঠিছে। হৈ-হল্লা, গণ্ডগোল লাহে লাহে আৰম্ভ হৈছে। ইতিমধ্যে কোনো কোনো আশ্ৰমত মাইক যোগে গীতাপাঠ আৰু প্ৰাতঃস্তোত্ৰ প্ৰচাৰ আৰম্ভ হৈছে।

সন্ন্যাসীয়ে ক'লে, "এক কথাত অবধূত কাক কয় জানে? সন্ন্যাসীকেই অৱধূত বুলি কয়। শৈৱ উদাসীনকেই অৱধূত বুলি কোৱা হয়। তাৰ মাজতো সম্প্ৰদায় আছে। কোনোবা হংসাৱধূত, কোনোবা ব্ৰাহ্মাৱধূত। কিন্তু এইবোৰ একো নহয়। এইবোৰত গণ্ডগোল আছে। আচলতে মহাৰাজ দুটা দল। ভগবান মহাদেৱৰ বাৰু আপুনি কেইটা ৰূপ দেখিবলৈ পায়?" কৈ মোৰ ফালে সপ্ৰশ্ন হাঁহি এটি মাৰি চালে। মই? মইতো নাজানো। কলো, "আপুনিয়ে কওক।"

সন্ন্যাসী পুনৰ হোঁ হোঁ কৈ হাঁহি উঠিল। ক'লে, "যেতিয়া তেওঁ ঘৰলৈ যায় তেতিয়া তেওঁ গৃহী। যেতিয়া তেওঁ বাহিৰলৈ যায়, তেতিয়া উদাসীন। ময়ো গৃহাৱধূত। মই ঘৰতো থাকিব পাৰো, বাহিৰলৈকেও যাব পাৰো। মই কৌপীন পিন্ধিবও পাৰো, ইচ্ছা, কৰিলে নিপিন্ধিবও

পাৰো। যি কোনো নাৰীকে মই সঙ্গিনী কৰি লব পাৰো। নাৰী মহাদেৱী মহাৰাজ, মোৰ দৰে অৱধূত সিদ্ধিলাভত শিৱত্ব প্ৰাপ্ত হয়।"

হয়তো হয়। কিন্তু গৃহাৱধূতৰ দৰে ইমান বিচিত্ৰ কথা আগতে কেতিয়াও শুনা নাছিলো। সুধিলো, "এওঁলোকআপোনাৰ কোন?"

সন্ন্যাসীয়ে অলপ বয়সীয়াল মহিলা গৰাকীক দেখুৱাই ক'লে, "মোৰ অৱধূতানী। মোৰ পৰিবাৰ, আৰু আনজনী ছোৱালী আৰু ল'ৰা। সিহঁতৰ দীক্ষা নাই, হ'ব।"

তেওঁৰ কথা শুনি মোৰ সকলো খেলিমেলি হৈ গ'ল। দেখিলো, ছোৱালীজনীয়ে লাজ পাই মুখখন ঘুৰাই ললে। কিন্তু ল'ৰাজনে বোধ-হয় স্তোত্ৰ পাহৰি গৈছে। সি মুখ মেলি মোলৈ চাই আছে। আৰু অৱধূতানী যে এগৰাকী খাটি মাতৃ, সেয়া বুজা গৈছে তেওঁৰ স্নেহমুগ্ধ চকু দুটি দেখি। ক'তা, এওঁলোকৰ গাত সন্ন্যাসৰ কোন প্ৰতিবিম্বই দেখা নাপালো।

সুধিলো, "আপোনাৰ জানো দান লৈ সংসাৰ চলে?"

সন্ন্যাসীয়ে ক'লে, "সাধুক দান কৰাৰ মানুহ ক'ত মহাৰাজ? মোৰ ঘৰ আছে। আছে কিছু খেতি। তাৰে দিন যায়। এতিয়া তীৰ্থ কৰিবলৈ আহিছো। ভিক্ষা মাত্ৰ সাৰ।"

খেতি-বাতিৰ কথা শুনি আচৰিত হলো। ক'লো, "কিন্তু এই ৰাতিপুৱাতো আন কোনো সাধুকে স্নান কৰা দেখা নেপালো।"

সন্ন্যাসীয়ে পুনৰ হাঁহি দিলে, "দেখা নাই, কিন্তু বহুতেই কৰিছে। সকালো জানো দেখা পোৱা যায়? শাস্ত্ৰবিধি অনুযায়ী ইয়াৰ নাম মাঘব্ৰত, কল্পবাসীৰ কৰণীয়।"

"নুবুজিলো।"

"নুবুজিলে? মকৰ সংক্ৰান্তিৰপৰা গঙ্গাৰ চৰত বাস কৰিব লাগে। উপবাসে থাকিব লাগে। শুনিব লাগে ধৰ্মৰ কথা। আপোন সাধন কৰিব লাগে। আৰু ব্ৰহ্মমুহূৰ্ত্তত নগ্ন হৈ স্নান কৰিব লাগে। তেতিয়া পৰমব্ৰহ্ম তুষ্ট হয়।"

পৰমব্ৰহ্মক তুষ্ট কৰিবলৈকেএই ভয়াবহ শীততো স্নান! অৱধূতানীৰ কথা বাক বাদ দিলো, কিন্তু এই যুৱতী আৰু শিশুটি, তেওঁলোকে

কেনেভাবে দ্বিধামুক্তভাবে নগ্ন হৈ স্নান কৰে? আকৌ মই তেওঁলৈ চাওঁতে অৱধূতানীৰ ছোৱালীৰ মুখ আৰক্তিম হৈ উঠিল। তেওঁ এক ভাবী অৱধূতানী, কিন্তু গৃহকন্যাৰ চাৰিত্ৰিক অলঙ্কাৰ তেওঁৰ আপাদমস্তক আবৰি আছে। তেওঁৰ বৈ পৰা চুলিৰ যোগেদি তেওঁ মুখ আৰু বুকু ঢাকি ৰাখিছে। তেওঁৰ সন্মুখত যে পৰপুৰুষ আছে!

মোৰ ভাব হ'ল, সন্ন্যাসী অৱধূতেই হওক বা গৃহাৱধূতেই হওক, মই দেখিছো, তেওঁ পৰম ধাৰ্মিক, সদাহাস্যময়, প্ৰেমিকা স্ত্ৰীৰ স্বামী, স্নেহশীল পিতৃ।

এতিয়া পুনৰ আৰু মোৰ দ্বাৰা আগুৱাই যোৱা নহয়। আকৌ তম্বুৰ শাৰী আৰম্ভ হৈছে। লোকালয় আহি পাইছোহি। সন্মুখত পায়খানাৰ শাৰী। ফেনাইল আৰু ব্লিচিং পাউডাৰৰ গোন্ধ আহি নাকত লাগিছেহি।

পকেটৰ পৰা বেগ উলিয়ালো। দেখিলো অৱধূতানীৰ চকুত কৃতজ্ঞতাৰ হাঁহি। শিশুটিয়েও অপলক দৃষ্টিৰে মোৰ বেগটো চাইছিল। আৰু কুমাৰীয়ে তেওঁৰ সিঁচৰিত হৈ থকা চুলিৰ মাজেৰে মই কি কৰো লুকাই চাই আছিল।

সন্ন্যাসীক পইচা দি কলো, "মোৰ ক্ষমতা একোৱে নাই। এই সামান্য……।"

লগে লগে সন্ন্যাসীয় মোক বাধা দি ক'লে "খবৰদাৰ মহাৰাজ, সেই কথা নকব। আপোনাৰ যি কৃপা, ভগবানৰো সেই কৃপা। মই গোটেই দিন কৃপা ভিক্ষা কৰিম। মহাৰাজ, আজি স্নান কৰি উঠিয়েই আপোনাক দৰ্শন কৰিছো। এদিনাখন হয়তো তেওঁ এনেদৰে আমাৰ আগেদি গুচি গৈছে নাইবা যাব, কিন্তু মইতো কোনোদিনাখনে জানিবলৈ নিবিচাৰো। কৃপাভিক্ষাই আমাৰ ভিক্ষা।"

সন্ন্যাসীৰ হাঁহি থকা মুখ গম্ভীৰ হৈ উঠিল। ৰঙা চকু চিন্তামগ্ন। ঠিক চিন্তামগ্ন নহয়, যেন বলিয়াৰ দৰে দিগভ্ৰান্ত হৈ উঠিছে।

"মহাৰাজ, মই এতিয়া আহো।"

সন্ন্যাসীয়ে ক'লে, "আপুনি ক'ত থাকে?"

আশ্ৰমৰ নাম কলো। তেওঁ ক'লে, "তুলসীমাৰ্গৰ পথ আপুনি চিনি পায়নে?"

তুলসীমার্গ? ভাবিলো হয়তো মেলাৰ বাহিৰত হব। উত্তৰত কলো, "নেপাওঁ।"

সন্ন্যাসীয়ে ক'লে, "দুই নম্বৰ পুলৰ পথেদি পূবলৈ অলপদূৰ গলেই নিৰ্বনী আশ্ৰম। সেই পূবৰ পথেই তুলসীমাৰ্গৰ পথ। সেই পথেৰে গৈ থাকিলেই ১০৮ শঙ্কৰচাৰ্য্যৰ আশ্ৰম পাব। সেই আশ্ৰমৰ পিছতে মোৰ অস্থায়ী ঘৰ। সন্ধ্যাবেলা আপুনি আহিব। কৃপা কৰি যেন আহে।"

হঠাতে তেওঁৰ কিয় এই ব্যাকুলতা বুজি নেপালো। মোৰ নিচিনা ধৰ্মবিমুখ আৰু বস্তুবাদী মানুহৰ লগত তেওঁ কি কথা কব! ক'লো, "সময় পালে যাম।"

"আচ্ছা মহাৰাজ, আপ-কা-কৃপা।"

তেওঁলোক সদলবলে আগুৱাই গ'ল। অৱধূতানীয়ে ডিঙি বেঁকা কৰি বিদায় নমস্কাৰ জনালে। শিশুটিয়ে মোৰ পিচফালে ঠিয় হৈ মোলৈ চাই আছিল। বায়েকে গম পাই পিচলৈ চাই মিচিকিয়াই হাঁহি এটি মাৰিলে। ভায়েকৰ হাতত ধৰি টানি লৈ গ'ল।

বিদায় দিও ঠিয় হৈ আছিলো। গৃহাৱধূত। সেয়া কেনেকুৱা নেজানিলো। কিন্তু এয়া যে সম্পূৰ্ণ মানুহ। হওক তাৰ নাম গৃহাৱধূত। তেওঁৰ পিতৃত্ব, তেওঁৰ স্বামীত্ব, তেওঁৰ ঘৰ আৰু সংসাৰ, এই সকলো লৈ তেওঁলোক সুন্দৰ হৈ উঠে। আজি তাৰ বাহিৰে তেওঁৰ প্ৰতি মোৰ কি শুভেচ্ছা থাকিব পাৰে।

তেওঁলোক তম্বুৰ মাজত হেৰাই গ'ল। নেহেৰাল মনৰ পৰা। মানুহৰ প্ৰতি থকা মোহৰ কাজলখিনিয়ে এক অপৰূপ ৰঙৰ ছাপ লগাই মনৰ মাজত আৱদ্ধ হৈ ৰ'ল। ইয়াৰ লগত কিছু পৰিমাণে বিস্ময় আৰু সংশয়।

ভাবিলো, কোনখিনি সত্য? এফালে অপৰিসীম উদাসীনতা আৰু এফালে সীমাহীন সাজ। যেন লাজুকী লতাৰ দৰে। লাজুকী লতাই সৰ্বাঙ্গ উদাস কৰি আকাশলৈ চাই থাকে। অথচ স্পৰ্শ কৰা মাত্ৰেই মুখ ঢাকি মাটিৰ বুকুত জাপ খাই যায়।

কিন্তু লতা নহয়, মানৱী যে। তেওঁ সন্ন্যাসী-বালা। ঘৰত, বাহিৰত, জীৱন-মৰণত নাৰী আমাৰ সঙ্গিনী। নানান বেশত আৰু নানান সম্পৰ্কত পৰস্পৰৰ অসঙ্গতি চকুত লাগে। বৈচিত্ৰ্যত কৌতূহলী হোৱা

যায়। মুখত সমবেদনা জনাওঁ, মুখত সঙ্গ দিওঁ। মনৰ চাৰিওফালে সমাজৰ প্ৰাচীৰ আছে। সেই কাৰণেই ভাবো—ঘৰ এৰি পথলৈ ওলাই আহিছো। 'কোনো বান্ধোন নেৰাখো' বুলি গাই গাই পথলৈ ওলাই আহিলেও মন মাজে মাজে থমকি ৰয়। নহলে আকাশ-বতাহ সকলো যে সমান হৈ গ'লহেঁতেন। ফুল, পানী, পাত, চৰাই, সকলোৱে ভিন্ ভিন্ বেশত ভিন্ ভিন্ অনুভূতি জগায়। গান আৰু সুৰে বৈচিত্ৰ্য আনে। নহলে চকু থাকিও কণা। মন থকা স্বত্ত্বেও শিল হ'লহেঁতেন।

সেই কৰণে ভাবো, যি ছোৱালী লাজুকী, সেই ছোৱালীৰেই অকুণ্ঠ উদাসীনতাত প্ৰকৃতিৰ দৰে নগ্ন। কোনটো সত্য ?

ৰূপ দেখি বুজা নেযায়। বুজা নেযায় হাতেৰে স্পৰ্শ কৰিলে। মনেৰে ছুব লাগে। নেজানো ক'ত নিৰ্বানী আশ্ৰম, আৰু ক'ত তুলসী মাৰ্গৰ পথ। বালিচৰৰ কোন সীমাত আছে অৱধূতৰ কৰ্ণকুটিৰ। তথাপিও এনেয়ে দেখা নহয়, ভালকৈ চাবৰ কাৰণেই চোৱা যাওক। নহলে চোৱাৰ শেষ নাই। সেয়া হওক ভাৰতৰ গৌৰৱ নাইবা হওক কলঙ্ক।

পূব দিগন্তত বিয়পি পৰিছে সোণালী ৰ'দ। ৰ'দতো নহয়, মৃতকৰ প্ৰাণসঞ্জীৱনী। শীতৰ ব্যথিত আড়ষ্ট দেহত উষ্ণ দেহৰ আলিঙ্গন। কেনে মিঠা, কেনে সুন্দৰ, কিমান আৰাম। দুদিন যাওক, এই ৰ'দকে মনে মনে হয়তো গালি পাৰিম। এয়াই নিয়ম।

ৰ'দ উঠিছে। তম্বু এৰি বহুত নৰ-নাৰী ওলাই আহিছে। মাইলৰ পিছত মাইল জুৰি কোলাহলৰ গুঞ্জন উঠিছে। নিত্যনৈমিত্তিক স্নানৰ কাৰণে সকলোৱে পানীৰ ফালে আগবাঢ়ি গৈছে। এফালে মাইক-যন্ত্ৰত যান্ত্ৰিক চিঞৰত মুখৰিত হৈ উঠিছে। আৰু আশে-পাশে দেখিছো স্নানাৰ্থী অৰ্দ্ধনগ্ন সাধুই স্তোত্ৰ মাতি মাতি গৈ আছে। কেতিয়াবা কাণ ফাটি যোৱা শব্দ উঠিছে, "জয় মহাদেব কী জয় !" ৰাম, ৰাম সীতাৰাম"। মাজে মাজে শিঙাধ্বনিও শুনিবলৈ পাইছো।

মেলা জাগি উঠিছে। আৰু ঠিয় হৈ থাকিব নোৱাৰো। নইতো পুনৰ উভটি যাব লাগিব সেইবুঢ়ীমা আৰু প্ৰহ্লাদৰ তম্বুলৈ। তাতকৈ আশ্ৰম বিচাৰি লওঁ। কিন্তু কোনফালে যাওঁ ? কোনফালে যাওঁ

বুলি ভাবি পিচলৈ ঘূৰি চাওঁতে দেখিলো আপদমস্তক কম্বলেৰে ঢকা পাঁচ-বৈষ্ণক। মোৰ পিছতেই যেন গুপ্ত আততায়ী। কি সাংঘাতিক। পাঁচ-বৈষ্ণতো নহয়, ফ্ৰাঙ্কেনষ্টাইনৰ কিতাপৰ সেই দৈত্য! কিন্তু কিয়, কি কৰিছো, কাৰো পানী খোৱা পুখুৰীত তো বিষ ঢলা নাই! তেনেহলে মোৰ পিছত লাগিছে কিয়? চিকাৰৰ পিছত যেন বাঘ। ৰাতি নৌপুৱাতেই এয়া কি বিভ্ৰাট! মনটো বেয়া হৈ গল। তথাপিও কথা নকলে বেয়া দেখি। গতিকেই হাঁহি কলো, "ডাক্তৰ দেখোন!"

ডাক্তৰ বৈয়ে আছিল। কোৱাৰ লগে লগে, মুখৰপৰা কম্বলখন আঁতৰাই ললে। জিলিকি উঠিল তেওঁৰ ভয়ঙ্কৰ মুখখন। যেন যুদ্ধৰ বাবেহে সাজু হৈছে। কিহৰ কাৰণে যে ইমান খঙ সেয়া নেজানো, প্ৰায় চিঞৰি চিঞৰি কলে, "ডাক্তৰ নহয়, সবজান্তা। সকলো বেমাৰৰ ঔষধ জানো।"

সেয়াতো ভাল কথা। অথচ প্ৰশ্ন কি, কি উত্তৰ! পৃথিৱীত এনে ধৰণৰ মানুহো আছে, যাৰ বাবে ভাল ক'লেও বেয়া কোৱা বুলি ধৰি লয়।

তথাপিও সুধিলো, "কলৈ যায়?"

ডাক্তৰে চিঞৰিয়েই ক'লে, "যলৈকে নেযাওঁ কিয় তোমাক কিন্তু ঠিক চকুৱে চকুৱে ৰাখিছো!"

এইবাৰ ময়ো অলপ খঙ কৰিয়ে ক'লো, "কিয় কওকছোন?"

"মোৰ খুচী।" বুলি কৈ ডাক্তৰে বুকুত সজোৰে হাতখন মাৰি দিওঁতে কম্বলৰপৰা ধূলি ওলাল। খঙ যিমান উঠিল লাজো লাগিল সিমান। ওচৰে-পাজৰে মানুহ। সকলোৱে কৌতূহল দৃষ্টিৰে আমালৈকে চাই আছে।

বাধা দিব খুজিলো। কিন্তু কোনে শুনে? ডাক্তৰে ঠিক আগৰ দৰেই চিঞৰি চিঞৰি কবলৈ ধৰিলে, "ভাবিছা, মই তোমাক ওলাই অহা দেখা নাই? ৰাতি কেম্পৰপৰা কিয় ওলাই আহিছা? কথা নাই বাৰ্তা নাই ওলালেই হ'ল?"

মই উত্তৰ দিলো, "ওলাই অহা জানো নিষেধ?"

"চোপ! চোপ ৰও। নকৈছিলো, তোমাক চাই লম বুলি। আই এম ডক্টৰ পাঁচুগোপাল ৰায়।"

হয়তো হব, কিন্তু এনে অপমানৰ কাৰণ কি ? খঙ উঠাৰ কাৰণে ? যদি চাই লোৱাৰ নিচিনা কিবা হয় চাই লব। কিন্তু এনেকৈ ? স্বাভাৱিকতে কৌতূহলী দুই-এজন মানুহ ওচৰত জমা হৈছেহি। মেলাৰ কথা। কোনে বাধা দিব। হায়, এয়া আকৌ কি অমৃতকুম্ভৰ সন্ধানত ওলাই আহিছিলো। কলো, "ডাক্তৰ নহয়, চবজান্তাই। কি চাই লব খোজে চাই লওক। ইমান চিঞৰিছে কিয় ?"

"আলবত চিঞৰিম।"

এজন সাধুই কোমল মাতেৰে সুধিলে, "ক্যায়া হুৱা বাবা ?" পাঁচ-বৈদ্যই সাধুক ধমকি দি ক'লে, "যো হুৱা চো হুৱা; তুমকো কোয়া ? তুম, আপনা দেখো।"

সাধুৰ বৈৰাগ্যৰ মিঠা হাঁহি হঠাতে নাইকিয়া হ'ল। বেচেৰা মনে মনে থাকিল।

ডাক্তৰে মোৰ মুখত আগত আঙুলি জোকাৰি কবলৈ ধৰিলে, "আকৌ মোক ঠাট্টা কৰিছা, চবজান্তা বুলি কৈ ?"

"কিয় আপুনিয়েতো—"

কোনে শুনে। ক'ত জুই লাগিছে নাজানিলে পানী ঢালিব ক'ত? ডাক্তৰে প্ৰায় চিঞৰি উঠিল। "জানা, মই তোমাৰ দেউতাৰৰ বয়সৰ সমান ?"

সেইটোনো তি আচৰিত হবলগীয়া কথা ? কলো, "সেয়াতো দেখিছোৱেই। কিন্তু মোক কিয়, দেউতাৰ বয়সীয়া যিহেতু ঘৰলৈ গৈ নিজৰ ল'ৰাক শাসন কৰকগৈ।"

"কিয়, মোৰ জানো ল'ৰা-ছোৱালী থাকিব নেপায় ?"

কথাৰ কেনে অদ্ভুত অসঙ্গতি। ক্ৰমে ডাক্তৰৰ মদৰ যেন পৰিবৰ্ত্তন হবলৈ ধৰিছে। শেষত গৈ বলিয়া এজনৰ হাতত হে পৰিলো নেকি ? ক'লো, "নেথাকিব কিয় ? এশটা থাকিব পাৰে।"

"এশটা ?"

"এশটা নহয়, দুশটা।"

"তাৰ মানে কোৰ কোনো নাই ? মই কি পুৰুষত্বহীন ?"

বুজিলো, কোমল হৈ লাভ নাই। উদ্ধাৰ পাবলৈ হলে ওলোটা ৰূপ লব লাগিব। উপায় নাই। খং কৰি কিবা কবলৈ শেষবাৰৰ কাৰণে সাৱধান কৰি দিব খুজিলো।

কিন্তু কাক কম? ডাক্তৰ ইতিমধ্যে কম্বলখন কাষলটিত লৈ বেগাই খোজ লৈছে। বলিয়া ম'হৰ দৰে খোজ কাঢ়িছে। খোজত তলৰ মাটি ছিটিকি পৰিছে। অলপ দূৰ আগুৱাই গৈ পুনৰ বৈ গ'ল। তাৰপৰাই কলে, "তোক চাই লম।"

আকৌ যাবলৈ আৰম্ভ কৰিলে। ক'ৰ পৰা কি হ'ল। যেন হঠাতে ধুমুহাহে বৈ গ'ল। আছিলো সুস্থ, কৰি দিলে উদ্‌ভ্ৰান্ত। ইমান আকস্মিক আৰু আচৰিত ঘটনা প্ৰবাহ যে মই একোৱে নুবুজিলো। একে ঠাইতে ঠিয় হৈ ৰলো। ভাব হ'ল, বোধহয় বলিয়া।

কোনে জানিছিল, পথলৈ ওলাই আহি এনেকুৱা মানুহৰ হাতত পৰিমহি? ভাবিছিলো চুচকু ভৰাই চাম। সেই চোৱাৰ আনন্দত আদেশমতে তাল দি যাম, দি যাম সুৰ। কিন্তু এয়া যে তাল আৰু সুৰ সকলো শেষ হও হও।

এটা কথা অৰণ্যে ভবা নাছিলো। ভবা নাছিলো প্ৰকৃতিৰ ঘৰত কোন ৰূপহীয়েনো মোৰ কাৰণে সজাই ৰাখিব নিৰ্মল আকাশ, ফুটি থকা ফুল আৰু সুকণ্ঠ বিহঙ্গী। পথৰ দশাই এনেকুৱা হয়।

কিমান ৰূপ। কিন্তু ক'তা, কালিতো ডাক্তৰক ইমান বলিয়া মানুহ বুলি ভাব হোৱা নাছিল। অলপ মনতে ভাব হৈছিল, কিন্তু একেবাৰে ইমান যুক্তিহীন বুলি ভাব হোৱা নাছিল। এই বলিয়ালি অকল মোৰ ওচৰতেনে? মানুহজনৰ মাজত ইমান অসঙ্গতি।

অসঙ্গতি! মনত পৰিল, ৰাতি নিঃশব্দে ডাক্তাৰৰ তম্বুত প্ৰবেশ। ঠাইৰ অভাবত আঁতৰি যোৱা। তাৰ পিছত ইমান কথা। তেওঁৰ শেষৰ কথাবোৰ! শেষৰ কথাবোৰত অকল খঙেই নহয়, চকু তেওঁৰ যন্ত্ৰণাত ৰঙা হৈ উঠিছিল। এই অসঙ্গতিৰ মাজতো ক'ৰবাত সঙ্গতি আছে। বেসুৰৰ মাজতো সুৰ। ডাক্তৰ গুচি যোৱা নাই, যেন পলালহে। অসহায়ৰ দৰে পলাল।

মন মোৰ গধুৰ হৈ উঠিল। যি কোৱা, কোৱা। লাজ, ঘৃণা, ভয়, তিনিওটা থাকিব নালাগে। ডাক্তৰ যোৱাৰ ফালে চাই থাকিলো। সেয়া এতিয়াও দেখা গৈছে। বৰ দীঘল মানুহ। ক্ৰমান্বয়ে সৰু দেখা হৈ আহিছে। গৈছে গঙ্গাৰ উত্তৰ পাৰেদি। ভুল কৰিছো। এৰি নিদিওঁ, ডাক্তৰক ধৰিম। ধৰিমেই।

মোৰ কি ভাগ্য! ওচৰত পুৰুষ-মহিলা গোট খাইছে। নিজৰ মাজত কথা হৈছে। আবিষ্কাৰ কৰিছে ডাক্তাৰ আৰু মোৰ মাজৰ সম্পৰ্ক। একে মানুহ, কাজিয়া কৰিছে। হয়তো ভায়েক-ককায়েক, নহলে বাপেক-পুতেক।

ঠিক কথা, ঠিয় হৈছো মঞ্চত, ভূমিকা লব নেলাগে জানো? নললে জানো দৰ্শকে এৰিব?

সেয়াই ভাল। ডাক্তৰৰ লগত বুজা-পৰা এটা কৰিম। আগ-বাঢ়িলো। ডাক্তৰৰ চেহেৰা মিলি যোৱাৰ উপক্ৰম। মাতিলে ডাক্তৰে নুশুনিব। বেগাই খোজ কাঢ়িবলৈ ধৰিলো। আশ্ৰয় পিছতো বিচাৰিম।

দোকান-পোহাৰ খুলিবলৈ আৰম্ভ কৰিছে। নানা তৰহৰ নানা দোকান। চোৱাৰ সময় নাই। পদে পদে বাধা। মানুহে মানুহ। অকাই-পকাই যাবলগীয়া হৈছে।

বহুদূৰ আগুৱাই আহিছো। ডাক্তৰ ঠিক পোনে পোনে গৈ আছে। ডাক্তৰে শুনিব নে নেজানো, তথাপিও এবাৰ মাতিলো, "ডাক্তৰবাবু।"

ঠিক শুনিছে। থমকি ৰৈ গ'ল ডাক্তৰ। তালগছৰ দৰে বিৰাট চেহেৰা। হঠাৎ দেখিলে ভাব হব যেন নিগ্ৰো সৈনিকহে। মোলৈ এবাৰ চালে। আকৌ অগবাঢ়িল।

মহো মাতিলো, "ডাক্তৰবাবু।"

ইতিমধ্যে ডাক্তৰে দলঙত ভৰি দিছে। সিটো পাৰলৈ যাবলৈ ওলাল। যাওক, ডাক্তৰক এবাৰ লগ ধৰিমেই।

আনতো পাৰৰ দুৰ্গৰ পেৰেড গ্ৰাউণ্ডত ডাক্তৰক লগ ধৰিলো। পেৰেড গ্ৰাউণ্ড, সঙ্গমৰ ত্ৰিকোণ ভূমি। এতিয়া মেলা বহিছে। কিহবাৰ কাৰণে ভিৰ জমিছিল। এই ভিৰৰ ওচৰতেই ডাক্তৰক লগ ধৰিলো।

বোধহয় ভিৰৰ কাৰণেই ডাক্তাৰ ৰৈ যাবলগীয়া হৈছিল। মোলৈ এবাৰ বেঁকাকৈ চালে। মুখেৰে এটিও শব্দ কিন্তু উচ্চাৰণ নকৰিলে।

কিন্তু ক'ম কি? আচৰিত। ইমান দূৰ আহিলো অথচ মোৰ মুখৰ পৰা কথা নোলাল। কি কথা কম?

সন্মুখত ভিৰ। ভিৰৰ ওচৰত এখন মটৰ। গাড়ীখনত ৰেকৰ্ডত গান বাজি আছে। "হম্ পী-কে আয়ে।" গাড়ীখনৰ পৰা কিবা যেন

আগবঢ়াই দিছে। কি দিছে? চাহ। ভালকৈ চাই দেখো যে গাড়ীখনত লিখা আছে, অন্নপূর্ণা উইমেনচ্ ৰেষ্টুৰেণ্ট।

চৌৰঙ্গীৰ কাফেটেৰিয়া। ক'ৰপৰা আহিছে? দিল্লী নে লক্ষ্ণৌ? সন্মুখত যমুনা, আৰু এই চলন্ত কাফেটেৰিয়া? ফ্লোল্ডিং চকী-মেজ পাতি সঁচাকৈয়ে জমাই তুলিছে এই বালিচৰত। প্ৰতি টেবুলতে গৰম চাহৰ ধোঁৱা। শীতৰ আবেশত সুন্দৰী ছোৱালী আৰু সুসজ্জিত পুৰুষৰ দলে চাহ খাইছে। এফালে কুপন আৰু কেছ লৈ কেছিয়াৰ বাবু বহি আছে। শীতত তেওঁৰ হাত কঁপিছে।

অলপ যে ভয় লগা নাছিল সেয়া নহয়। তথাপিও সুধিলো, "চাহ খাব ডাক্তৰবাবু?"

ডাক্তৰৰ মুখত কথা নাই। কেৰাহীকৈ অন্নপূৰ্ণাৰ গাড়ীৰ ফালে এবাৰ চালে। চালে চাহৰ মজলিচৰ ফালে। তাৰ পিছত গাড়ীৰ য'ত খোৱা বস্তু সজাই থোৱা আছিল সেই ফাললৈ চাই থাকিল।

মৌন হৈ থকাটো সন্মতিৰ লক্ষণ নে নাজানো। কিন্তু মুখৰ পৰা কথা হ'লে নোলায়। যেন যি কবলগীয়া আছিল, সেয়া কোৱা হৈছে। পুনৰ মুখ নোখোলে।

তেওঁৰ অলপ ৰ'বলৈ কৈ কুপন কাটি দুহাতত খোৱা বস্তু লৈ আহিলো। আহি চাওঁ যে ডাক্তৰ নাই। হতাশ হলো, মনটোও বেয়া লাগিল। ডাক্তৰে একদৃষ্টিৰে খোৱা বস্তুৰ ফালে চাই আছিল। মই কুপন কটাৰ সময়তো সেয়া লক্ষ্য কৰিছিলো। এই সময়ৰ ভিতৰতে তেওঁ গ'ল কলৈ! মজলিচৰ ফালে চাই দেখো যে ডাক্তৰ এখন চকীত বহি আছে। চকু পকাই চাই আছে তেওঁৰ মেজৰ একমাত্ৰ সঙ্গিনীৰ ফালে। পাঁচ-বৈছৰ বহাৰ ভঙ্গী আৰু চকু দেখি বোধহয় বেচেৰীৰ মুখলৈ চাহৰ কাপ আৰু যোৱা নাই।

মই খোৱা বস্তুৰ প্লেট দুখন ডাক্তৰৰ সন্মুখত থৈ পানী আৰু চাহ আনিবলৈ গলো।

চাহ আনিবলৈ গৈ দেখো বৰ দীঘল শাৰী শাতি মানুহ ঠিয় হৈ আছে। লাইনৰ শেষত ঠিয় হলোগৈ। অস্বস্তিবোধ কৰিলো। অস্বস্তি লাগিল ইয়াকে ভাবি যে আকৌ যদি ডাক্তৰ হেৰাই যায়। তথাপিও লাইনত ঠিয় হৈও আনন্দ পাইছো।

সচাকৈয়ে মেলাই যেন নতুন ৰূপ পাইছে। সকলো মতলীয়া। বোধ হয় ইয়াকেই মেলা বুলি কয়। ইংৰাজীত যাক 'মুড' বুলি কয়, সকলোৱে সেয়া আহিছে। মেলাৰ মুড। অন্ততঃ মোৰ গুচৰে-পাজৰে তাকে দেখিবলৈ পাইছো।

অন্নপূৰ্ণাৰ গাড়ীৰ ৰেকৰ্ডত 'হম্ পী-কে আয়ে'ৰ মতলীয়া সুৰ শেষ হৈছে। হঠাতে বাজি উঠিল মান্ধাতা আমোলৰ বঙালী ৰেকৰ্ড। জুইতকৈ যেন ধোঁৱা বেছি। ৰেকৰ্ডৰ গানৰ কথা প্ৰায় শুনা নেযায়। যন্ত্ৰসঙ্গীতৰ অস্পষ্ট অথচ কাণ ফাটি যোৱা ধ্বনি শুনা গৈছে। তাৰ মাজৰ পৰাই গান শুনা গৈছে।

সেয়া হওক। কোনো এটা শব্দৰ প্ৰয়োজন হৈছে। গান শুনিছেই বা কেইজনে? বান্ধৰ ওপৰলৈ যিমান মানুহ গৈছে তাতোকৈ নামি আহিছে বেছি। যেন পিল-পিলাই পকৰাৰ শাৰীহে নামি আহিছে। মালপত্ৰ লৈ আহিছে। টাঙ্গা, ৰিক্সা, ঘোঁৰা, গাধ, লৰী আৰু প্ৰাইভেট কাৰ। চাৰিওফালে মানুহ। নৰ আৰু নাৰী। ৰঙ আৰু ৰঙ। কথা আৰু কথা। গান আৰু গান। মাইকৰ কথা আৰু কিমানবাৰ কম।

চাৰিওফালে চিঞৰ-বাখৰ। কিন্তু ধন্য সেই আৰ্তস্বৰ, "হেই বাবু ভাইয়া পঞ্চ লোকসকল, হেই ধৰ্মীবাবা!"......এচব পাজৰৰ সকলো গোলমাল তল পেলাই সেই অদৃশ্য ভিখাৰীৰ তীব্ৰ চিঞৰ শুনা গৈছে। চিঞৰ শুনা গৈছে খোৱা বস্তু ফেৰীকৰা ফেৰীৱালাৰ। আমৰূদ্। লে সস্তা আমৰূদ। অমিতাৰ নাম আমৰূদ। আমৰূদ আৰু পুৰি। পুৰি আৰু পেৰা। পেৰা আৰু মোম্ফালি। মোম্ফালি হ'ল চীনা-বাদাম। চকুত পৰিল ফেৰীৱালাৰ পিছত পুলিচ। লাইচেন্সৰ কথা। হেজাৰ হেজাৰ টকা জমা দি মহাজন সকলে দোকান লৈছে। ফেৰীৱালাৰ অনধিকাৰ প্ৰৱেশত বাধা দিবই। কিন্তু খেদিব কিমান? গেট নাই, কোনো বাধা নাই। মুক্ত সঙ্গম; চাৰিওফালে খোলা। খেদিব কলৈ? ইপাৰৰ পৰা যাব সিপাৰলৈ, যিফালেই যাব সেইফালেই পাব মানুহ। মানুহ থাকিলেই পেট থাকিব। তাৰো-পৰি মেলাৰ মানুহৰ পকেটত পইচা আছে।

যিসকল শাৰী পাতি ঠিয় হৈছিল, সেই সকলৰ অন্য ৰূপ। কুম্ভ-মেলাৰেই ভিন্ন ৰূপ। শাৰী পাতি ঠিয় হৈছে পুৰুষ মহিলাই। চকুত-



৬

চমক লগাই যোৱা কাপোৰ পিন্ধি আহিছে। পুৰুষ মহিলাই আধুনিক ধৰণৰ পোছাক পিন্ধিছে। খুব দামী, নিঃসন্দেহ এই খল পুৰাতেই ওঁঠ আৰু নখত ৰঙ লগাই আহিছে। পৰিপাটি এলবাৰ্ট ফেচনৰ চুলি।

তেনেকুৱা চুলি দেখিলেই মোৰ কথা এটা মনত পৰি যায়। মনত পৰে মজুৰী কাম কৰা বস্তিৰ কথা। বাপেকে পুতেকক শাসন কৰিছে। দুয়োজনেই কাৰখানাৰ মজুৰী কাম কৰে। শাসন নহয়, বোধ হয় বিদ্ৰূপ কৰিছিল বাপেকে ল'ৰাক। ল'ৰাৰ পোছাক বৰ পৰিপাটি। সেই কাৰণে বাপেকে কৈছিল, "বড়বাজাৰৰ ফোকট্ কা পতলুন, চোৰাবাজাৰ কা জুত্তা, ঔৰ চুলকো চিঙ্গাৰা বনা কৰ কাহাঁকা লাটচাহিব কা ভাতিজা আইলান তু?"

বৰবজাৰৰ পেণ্ট আৰু চোৰবজাৰৰ জোতাৰ অৰ্থ বুজি পাওঁ। কিন্তু চুলিক চিঙ্গাৰা বনোৱা? সেয়া আকৌ কি! পিছত শুনিছিলো, এই এলবাৰ্ট ফেচন হ'ল চিঙ্গাৰা। হাঁহিছিলো, কিন্তু চিঙ্গাৰাৰ লগত এলবাৰ্টৰ এই আঙ্গিকগত সাদৃশ্য সঁচাকৈয়ে লক্ষ্যণীয়।

যাওক সে কথা। পৰিবেশ নতুন লাগিছে। ফেচন স্বাভাৱিকতে আজিকালিৰ ছায়াছবিৰ পৰা নকল কৰা। গ্ৰেগৰী পেক আৰু চুচান হেৱাৰ্ড, দিলীপকুমাৰ আৰু···। এৰি দিলো, নাম বঢ়াই লাভ নাই। ফেন্সকল আহত হব পাৰে। এই বিষয়ে এলাহাবাদ বিশ্ববিদ্যালয়ৰ এজন প্ৰবীণ অধ্যাপকৰ বক্তব্য কোৱাৰ ইচ্ছা থাকিল। কিউত মোৰ দৰে ব্যতিক্ৰমো আছে ৰাজস্থানী নাগৰা আৰু গলাবন্ধা, চৈধ্য হাত দীঘল শাৰী আৰু তিন ইঞ্চি ডায়মিটাৰৰ নখ। তেওঁলোকৰ হাঁহিৰ অন্ত নাই। 'টিকিট' কাটি চাহ কিনিব লাগে, আচৰিত কাণ্ড! এয়া তিৰোতাসকলৰ চাহৰ দোকান? আৰে ৰাম ৰাম কহো। আহা, চাৰি পইচা দিয়া টিকেট কটা আৰু শাৰী পাতি চাহ লোৱা।

চাহ খোৱাৰ এই অভিনব পন্থা চোৱাৰ কাৰণেই বহুতো মানুহ জমা হৈছে। পুৰুষ আৰু মহিলা। এয়া কি বিস্ময়! তিৰোতাইও শাৰী পাতি চাহ খাইছে। দিন যোৱাৰ লগে লগে আৰু ক'ত কি হ'ব। তবোপৰি বেপৰোৱা ছোৱালীৰ কাপোৰ কেনেকুৱা? সকলো মেমচাহাব হৈ গৈছে।

খুব গাঢ় গা লগাই হাঁহিৰ ধুম চলিছে। আনকি পুৰুষৰ মাজত।

মোৰ সন্মুখত আধুনিক কাপোৰ পৰিহিত এজন যুৱক। তেওঁৰ সন্মুখত এগৰাকী আধুনিকা। সম্ভৱত ধৈণীয়েক। ভাবিছিলো, গান কোনোৱে শুনা নাই, কিন্তু এওঁলোক দুয়োজনে শাৰী পাতি থকা অৱস্থাতো সেই আলোচনা লৈয়ে ব্যস্ত। তেওঁলোকে কাণ পাতি আৱিষ্কাৰ কৰিছে, ৰেকৰ্ডত কি গান বাজিছে! আধুনিকাই কলে, "বোধহয় উড়ীয়া গান।" উত্তৰত যুৱকে কলে, "মোৰ কিন্তু মাদ্ৰাজী বুলি ভাব হয়।"

আৰু মই তেওঁলোকৰ ধাৰণা দেখি আচৰিত। যিমানেই অস্পষ্ট নহওক কিয়, সেই বুলি যিটো বঙালী গান বাজিছে সেয়া উড়ীয়াও নহয়, একেবাৰে মাদ্ৰাজী ভাষা! ধন্য আমাৰ শ্ৰোতা!

মেলা গৰম হৈ উঠিছে। এই পৰিবেশ, চকী-মেজ সজোৱা। ৰেকৰ্ডত কি বাজিব? ঘৰ এৰি অহা মানুহৰ এনেয়ে গুণগুণনি উঠে। এই পৰিবেশ দেখি অৱধূতৰ কথা পাহৰা যায়। কুম্ভমেলাৰ বিস্মৃতি আহে। নগৰীয়া জীৱনৰ এক নতুন পৰিবেশ।

চাহ লৈ আহিলো। ছিঃ ছিঃ, ডাক্তৰে এতিয়াও সেই মহিলা গৰাকীলৈ তীক্ষ্ণ দৃষ্টিত চাই আছে। নিঃসন্দেহে আন প্ৰদেশৰ মানুহ। চিকাৰীৰ চকুত বন্দী হৈ পৰিছে চিকাৰ। মহিলা গৰাকীৰো অৱস্থা প্ৰায় তেনেকুৱা।

মই আহোতেই বোধহয় বেচেৰীয়ে উশাহ পালে। তেওঁৰ চকুত পুৰণি চুৰ্মাৰ দাগ। চকু দাঙি চালে। ভাব, কেনে মানুহ? পাগল এজন ইয়াত বহাই থৈ গৈছে!

অপৰিচয়ৰ মাজতো মানুহে কথা কয়। নীৰৱতাই কথা কয় চকুৱে চকুৱে। মহিলা গৰাকীয়ে কটাক্ষ হানি উঠি গ'ল। দেখিলো, চাহ কাপ এনেয়ে পৰি আছে। খোৱা আৰু ন'হল।

চকী এৰি মহিলা গৰাকী উঠি যাওঁতে ডাক্তৰেও স্বস্তিৰ নিশ্বাস পেলালে। কম্বলখন মেজৰ ওপৰত থৈ মহিলা গৰাকী যোৱাৰ ফালে চাই থাকিল। পিছত মোলৈ চালে। বলিয়ালি এতিয়াও যোৱা নাই। একো কথা নোকোৱাকৈ চাহত মুখ দিলে। খোৱা বস্তু নাখায় নেকি? যেনে মানুহ!

ঠিক তেনেতে ডাক্তৰে খোৱা বস্তুত হাত দিলে। যিমানে খোৱা বস্তুত হাত দিয়ে সিমানে ডাক্তৰৰ মুখৰ ভয়ঙ্কৰ মুখৰ নিষ্ঠুৰ ৰেখা-

ৰিলাক অদৃশ্য হবলৈ ধৰিছে। আচৰিত ধৰণে ডাক্তৰৰ মুখ কোমল হৈ আহিছে। ফ্ৰাঙ্কেনষ্টাইনৰ মনষ্টাৰৰ মুখত মানৱিক স্ফুৰণ। মই খাবলৈ পাহৰি গলো। ডাক্তৰৰ মুখত কি অদৃশ্য যাদুদণ্ডৰ স্পৰ্শ লাগিছে, মই সেয়া বিচাৰিছো। অকল কোমল নহয়, তৃপ্তিত, আনন্দত ডাক্তৰৰ মুখ ভৰি উঠিছে।

মানুহে, বিশেষকৈ গৃহিণীসকলে কয়, "লোকৰ খোৱা চাইও সুখ।" সেয়া জানো এয়া খোৱা? মই মনে মনে আচৰিত হোৱাৰ লগতে আনন্দও পালো। এয়া আকৌ কেনে আনন্দ, নাজানো। খাই সদায়ে আনন্দ পাওঁ। খুৱাই কেতিয়াওতো আনন্দিত হোৱা নাছিলো।

ডাক্তৰে দুখন প্লেট শেষ কৰিছে। প্লেট দুখন শেষ কৰি ডাক্তৰ কিছু পৰিমাণে অপ্ৰস্তুত হ'ল। মোৰ ফালে চাব পৰা নাই। চাহো শেষ।

দেখিলো, ডাক্তৰৰ স্থূল ওঁঠ তিতি গৈছে। মুখৰ ছাল টান হৈ উঠিছে। মূৰত আধা পকা আধা কেঁচা চুলি। পেণ্ট আৰু চাৰ্টত তাপলি মৰা। এজন ৰীতিমত বলিষ্ঠ মানুহ। কিন্তু কেনে কৰুণ!

পুনৰ কেচিয়াৰৰ ওচৰলৈহে গলো। কুপন লৈ আকৌ খোৱা বস্তু ললো। পকেটত হিচাবৰ পইচা। বাটলৈ ওলাই আহিছো। গতিকে সাৱধানে চলিবও লাগিব।

তথাপিও এবেলা উপবাসে থাকিম। ভাবিছো, আবেগত অচৈতন্য হৈছো। বোধহয় সেয়াই হব। কিন্তু মনৰ খুতুৰনি মাৰ নিয়াম কেনেকৈ! হৃদয় আগুৰি বিষকুম্ভ। মনত অশান্তি দি পুনৰ কেনেকৈ ভৰাই দিওঁ! এতিয়াও অমৃতকুম্ভ বিচাৰি পোৱা নাই। এৰি দিওঁ কিয় আত্মতৃপ্তিখিনি।

খোৱা বস্তু দেখি ডাক্তৰ পুনৰ অপ্ৰস্তুত। অনুসন্ধিৎসুৰ দৃষ্টিৰে মোৰ ফালে এবাৰ চালে। কিজানি মোৰ খণ্ড উঠিছে, সেয়া তেওঁৰ সংশয়।

কলো, "খাওক।"

খোৱা বস্তুৰ ফালে চাই ডাক্তৰে মোলৈ চালে। এখন প্লেট ওচৰলৈ টানি নিলে। সেই প্লেটখনো শেষ হ'ল।

বাকী থকা প্লেটখন দেখুৱাই কলো, "এইখনো খাওক।"

ইমান সময়ে ডাক্তৰে মৌনব্ৰত এৰিলে। ক'লে, "তুমি?"

"মই চাহ খাম।"

ডাক্তৰে মোৰ ফালে চালে। সৰ্বনাশ। আকৌ বলিয়ালিৰ লক্ষণ দেখা দিছে। কিন্তু ঠিক থাকিল। নাখালেও। পেণ্টৰ পকেটত হাত দি সৰু ছিলিম এটা উলিয়াই আনিলে। সৰু এটি গাজাৰ ছিলিম। আনখন পকেটৰ পৰা অলপ নাৰিকলৰ জাবৰ উলিয়ালে। কিন্তু তাৰ বাহিৰে আন একো নোলাল। বিৰক্তিবোধ কৰি পুনৰ সেইবোৰ পকেটত থৈ দি মোক সুধিলে, "বিড়ি-টিড়ি আছে?"

বিড়িতো নাই। জেপৰ পৰা চিগাৰেট উলিয়াই দিলো। বুজিলো, তেওঁৰ কাৰণে এই বস্তুটো সিমান মনঃপুত নহয়। সুধিলো, "আপোনাৰ পেট ভৰিছেনে?"

উত্তৰত ডাক্তৰে কলে, "পেট জানো কেতিয়াবা ভৰে? কেনেকৈ ভৰিব?"

মই আচৰিত হৈ চালো। ডাক্তৰে কলে, "কালি প্ৰহ্লাদৰ মাকে যি দুটা খাব দিলেহেঁতেন সেয়াওতো তুমি আহি ভাগ পাতিলা।"

কলো, "মই?"

"তেনেহলে কোনে?"

"কেনেকৈ?"

ডাক্তৰ পুনৰ নিজ মূৰ্তিত দেখা দিলে। কলে, "তুমিতো বুঢ়ীৰ মন কাঢ়ি লৈ মেজাজ নষ্ট কৰি দিছিলা। কৃপণ বুঢ়ী। সকলো বুঢ়ীয়ে কৃপণ। তেনেধৰণৰ যোল্ল গৰাকী বুঢ়ীক ডিঙিত ওলোমাই লৈ দেশৰ পৰা আহিছো। তেতিয়া কিমান কথা কৈছিল। বুঢ়ীহঁত পাঁচুগোপালৰ কান্ধত ওলমি স্বৰ্গলৈ যোৱাৰ অপেক্ষাত আছে। যোৱাম সিহঁতক! ভাবিছে প্ৰয়াগলৈ আহি প্ৰায় স্বৰ্গ পাইছো, পুনৰ উভটি যাব নালাগিব।"

কলো, "আপুনি লৈ আহিছে নেকি?"

"তেনে? কোনে আনিব? পাঁচুগোপালৰ বাহিৰে এইবোৰ কোনে জানে? লৈ আহিছো, মোৰ চিনাকি আশ্ৰমত কেম্প কৰি দিছোহি।"

ডাক্তৰে যেন মোক আচামী কৰি চিঞৰি উঠিল, "এনেয়ে লৈ আহিছো নেকি? সকলোৱে মোৰ লগত ঠিক কৰিছিল যে ভাগ পাতি মোক দুবেলা খাবলৈ আৰু ৰাতি শুবলৈ দিব। দুবেলা ক'ত ঠিকমতে খাবলৈ দিব, ৰাতিত শান্তিত শুবও নিদিয়ে।"

মন মোৰ বিস্ময়ত চমকি উঠিল। দুবেলা দুটি খোৱা আৰু অলপ আশ্ৰয়ো যে ডাক্তৰৰ কপালত নাই, এয়াতো অনুমান কৰিব পৰা নাছিলো! মনত পৰিল কালি ভয়ানক শীতৰ ৰাতি ডাক্তৰৰ কেম্পত প্ৰৱেশ। সেই 'নো জায়গা, নট কিচ্ছু।' ডাক্তৰ। ব্যৱসায় আৰু বিশেষণৰ কেনে বিড়ম্বনা। ৰহস্যময় ঘটনা। এই পাঁচুগোপাল ৰায় ডাক্তৰ হ'ল কেনেকৈ?

ডাক্তৰে আপোন মনে কৈ গ'ল, "এই বুঢ়ীবিলাক স্বৰ্গলৈ যাব? এয়া জানো গাড়ীৰ টিকেট কাটি আৰু ভিৰ ঠেলি মৰিবলৈ যোৱানে যে স্বৰ্গলৈ যাব। শপত খাই সকলো আহিছিল অথচ ইয়াত মোক কোনোৱে চিনিব নোৱাৰে। নিজে নিজে খাইছে লৈছে, সাধুদৰ্শন কৰি ফুৰিছে। ভগবান যেন মেলা চাবলৈ আহিছে। চাবা তুমি, সকলো নৰকত যাব।"

কেনেকৈ জানিম? মাত্ৰ ডাক্তৰৰ অৱস্থাৰ কথা ভাবিবলৈ চেষ্টা কৰিছো। কিন্তু ডাক্তৰ ৰোৱা নাই—"সেই প্ৰহ্লাদৰ বুঢ়ীমাকৰ কাৰণে কেম্প ঠিক কৰি ৰাখিছিলো। এলাহাবাদ ষ্টেচনৰপৰা লৈ আহিছিলো। ৰাটত কলে, "পাঁচু, আজি আমাৰ লগত খাবি আৰু থাকিবিও।' কিন্তু এবাৰ জানো মাতিলে? কেম্পৰ বাহিৰত মনে মনে ঠিয় হৈ চাই থাকিলো।"

লাজ আৰু অপমানত বৰ দুখ পালো। কাৰণ, ময়ো তেতিয়া খাইছিলো। কালি মই ডাক্তৰক উপবাসে ৰাখিছিলো। নিৰাশ্ৰয় কৰিছো। সেই কাৰণে ডাক্তৰৰ খঙ উঠিছিল। মই লাজ পাই কলো, "সঁচাকৈয়ে কালি ৰাতি হৈ যোৱা ঘটনাৰ বিষয়ে—"

"তুমি?" ডাক্তৰে পুনৰ মোক দাবি দি কৈ উঠিল। "তুমি কি কৰিবা? তুমি কি ভাবিছা? আৰে যা! ইমান কোমল কলিজা পাঁচ-বৈছ্যৰ নহয়, বুজিছা? দহ বছৰ ধৰি সাধু হৈ গোটেই দেশ ঘূৰিছো। গোটেই দেশ।"

বুঢ়া আঙুলি দেখুৱাই কলে, "সকলো নখদৰ্পণত আছে, যিমান ধৰণৰ মানুহ আছে এই পৃথিৱীত। প্ৰশ্ন কৰা, কৈ দিম।"

"আপুনি সাধু হৈছিল?"

"ওঁ।"

"কিয় ?"

"কিয় আকৌ ? ঘৰৰপৰা উলিয়াই লৈ গ'ল। জোৰকৈ টানি উলিয়াই লৈ গ'ল।"

"কোনে ?"

"কোনে হব ? যিজনে নিব লাগে। যন্ত্ৰণা, প্ৰাণৰ যন্ত্ৰণা।"

"এৰি দিলে কিয় ?"

"এৰা-এৰিৰ কি আছে ? একোৱে ধৰি ৰখা নাছিলো যে এৰি দিম। কৌপিন পিন্ধিছিলো, এৰিও পেলালো। যন্ত্ৰণাই টানে, যন্ত্ৰণাই লৈও আছে। যন্ত্ৰণাই জানো কতিয়াবা এৰি দিয়ে ?"

কৈয়ে ডাক্তৰে মোলৈ চালে। লক্ষ্য কৰিলো ডাক্তৰৰ চকুৰ মণি নাই। মাত্ৰ দুটি অন্ধকাৰ গাত। চকুৰ মণি ক'ৰবাত হেৰাই গৈছে। অন্ধকাৰ গহ্বৰত এক দুৰ্বোধ্য যন্ত্ৰণাৰ চিকমিকনি, শকত ওঁঠ বিকৃত হৈ পৰিছে। বিকৃত মাতেৰে কলে, "কোৱা, যন্ত্ৰণাই জানো কেতিয়াবা ৰেহাই দিয়ে ?"

ডাক্তৰে উত্তৰ বিচাৰে। কি উত্তৰ দিম ? যন্ত্ৰণাই ৰেহাই দিয়ে নে নিদিয়ে নেজানো। কিন্তু সেই মুখলৈ চাই কেনেকৈ কওঁ যে এৰি দিয়ে!

আকৌ ডাক্তৰে মুখ খুলিলে। কোনে জানিছিল যে অজানিতে চাবি ঘূৰাই দিছো। শব্দ কৰিছো বহুদিনৰ বন্ধ দুৱাৰত। ডাক্তৰে কলে, "কলৈকো যোৱা নাছিলো। অসময়ত অকলে অকলে বৰফ ভাঙি হিমালয়লৈ গৈছিলো। মানুহ-খোৱা জন্তু পলাই গৈছিল, তথাপিও মই বৈ যোৱা নাছিলো। ভীৰু কাপুৰুষ পুৰোহিতে বন্ধ মন্দিৰৰ দুৱাৰ খোলা নাছিল। মৰণৰ ভয়ত। খাবলৈ দিয়াৰ ভয়ত। জীৱন মৰণ, ভোক-পিয়াহ, সকলো যন্ত্ৰণা হৈ গৈছে। মোক কোনে বাখিব ? কিন্তু মনে জানো শান্তি পালে ? যন্ত্ৰণা নাইকিয়া জানো হ'ল ?"

মাতিলো, ডাক্তৰবাবু।"

"ডাক্তৰবাবু ?" আকৌ সেই ভয়ানক মুখ। "মোক ঠাট্টা কৰিছা ? মই ডাক্তৰবাবু ? বাটত ফেৰী কৰো। মলম তৈয়াৰ কৰি বেচো। লৈ চোৱা, ভাল হয় নে নহয়। মাদুলি ? সেয়াও দিওঁ। সেই বুলি জানো মই ডাক্তৰ ?"

সৰ্বনাশ। আকৌ সেই মূৰ্ত্তি। এতিয়া জানো তেওঁৰ মনত আছে যে তেওঁৰ নিজৰ পৰিচয় পাঁচ-বৈদ্য ডাক্তৰ বুলি দিয়া হয়। কবলৈ গলে ওলোটাই ধৰিব। যাওক, কৈ যাওক। চাহৰ মেল গৰম। বেছি ছিঞ্চৰ-বাখৰ হলে ভিৰ জমিব। আগতেই গম পাইছিলো যে ডাক্তৰ নামৰ নিশ্চয় কিবা বিড়ম্বনা আছে। বুজিলো এয়া নিৰ্মম বিদ্ৰূপ। পাগলৰ প্ৰতি শ্লেষ। পাঁচ-বৈদ্য আৰু ডাক্তৰ পাঁচুগোপাল ৰায়। এই নামেৰে তেওঁ নিজেকেও বিদ্ৰূপ কৰে। বিদ্ৰূপ কিয় যে কৰে বোধহয় নিজেও সেয়া সঠিককৈ নেজানে। কিহৰ যন্ত্ৰণা, সেয়া জনাৰ বৰ ইচ্ছা হ'ল।

মাত লগালো, "পাঁচুগোপালবাবু।"

ডাক্তৰে মোলৈ চালে, আচৰিত কাণ্ড। তেওঁ হাঁহিছে নেকি? এয়া জানো বিশ্বাসযোগ্য? বিকশিত তেওঁৰ ডাঙৰ ডাঙৰ দন্তৰাজি। যদি হাঁহি হয় তেনেহলে কেনে ভয়ঙ্কৰ হাঁহি। কলে, "মিঠা মাতেৰে মতা হৈছে। মাত-কথাত একেবাৰে ভদ্ৰলোক। বাঢ়ি দিয়া ভাতো লৈ খাব নেজানে! ভালকৈ জানো তোমালোকৰ নিচিনা ল'ৰাবোৰক।"

মোক কৈছে, কিন্তু বাধা দিয়া নাই। বাধা দিলেই ডাক্তৰৰ খণ্ড লঠিবে।

ডাক্তৰৰ ডিঙিৰ স্বৰ নামি আহিল। কলে, "সেই যে এজনী মেজ এৰি গুচি গ'ল। টনা টনা চকু, দীঘল নাক, সুন্দৰ মুখ! যেন বৰ শান্ত ছোৱালীজনী!"

বুজি পোৱাত পলম নহ'ল যে একেখন মেজত বহা সেই মহিলা গবাকীৰ কথা কৈছে। কিন্তু বেচেৰীক সঁচাকৈয়ে শান্ত যেনই লাগিছিল। মইতো তাকে দেখিছিলো। কলো, "সেই মহিলা-গৰাকীতো—"

"সকলো কৰবি পাৰে।" ডাক্তৰে বাধা দি কলে—ইহঁত ভয়ঙ্কৰ, সাংঘাতিক। মোতকৈ তুমি বেছি জানা?"

সেয়া হয়তে নাজানো। কিন্তু বিশ্বাস অবিশ্বাসৰ প্ৰশ্নতো আছে!

ডাক্তৰে কলে, "বিশ্বাস নহ'ল?" বুলি কৈ পকেটৰ পৰা এখন লেতেৰা কাগজ উলিয়ালে। ইমান লেতেৰা যে কোঁচ খোৱা চামৰাৰ দৰে হৈ গৈছে। অতি সাৱধানে সেই কাগজখনৰ ভাঁজ খুলোতেই

এখন চক্‌-চকীয়া ফটো ওলাল। এজনী ছোৱালীৰ ছবি। ফটোখন মোৰ আগত দি সুধিলে, "চোৱাছোন কেনেকুৱা।"

সুন্দৰ, সঁচাকৈয়ে সুন্দৰ। টনা টনা শান্ত চকু। ওখ নাক। কপালৰ ওপৰলৈকে বৈ-পৰা চুলি। বয়স অনুমান কৰা কঠিন, অৱশ্যে বয়স কম, সন্দেহ নাই।

"কেনেকুৱা?"

কলো, "সুন্দৰ।"

"হুঁ, বিষ। ভয়ানক বিষ, সুন্দৰ বিষ।"

কুণ্ঠাবোধ কৰিলো। তথাপিও প্ৰশ্ন কৰিলো, "কোন এওঁ?"

ডাক্তৰে নুশুনিলে। ভয়ানক বিষ, সুন্দৰ বিষৰ ফালে সকলো পাহৰি চাই আছিল। সোমাই যোৱা চকুত তেওঁৰ বিগলিত দৃষ্টি। খোৱাৰ সময়ত তেওঁৰ মুখ যেনেকুৱা কোমল হৈ উঠিছিল, এতিয়া মুহূৰ্ত্তত তেওঁৰ মুখশ্ৰী তাতোকৈ সুন্দৰ, কোমল হৈ উঠিছে।

পিচমুহূৰ্ত্ততে ফটোখন পুনৰ কাগজত মেৰুৱাই লৈ জেপত থলে। কলে, "কোন, সুধিছিলা? মোৰ পৰিবাৰে এওঁক জন্ম দি মৃত্যু মুখত পৰিছিল।"

"আপোনাৰ ছোৱালী!"

বুজিলো, "মোৰ ছোৱালী" কথাটো উচ্চাৰণ কৰিব নোখোজে।

চাৰিওফালে কথা, হাঁহি, চিঞৰ। ঘোঁৰাৰ চিঞৰ, মটৰৰ গৰ্জন। সকলো মিলি একাকাৰ! তাৰ মাজতে পাঁচুগোপালৰ মোটা মাত অদ্ভুত কোমল শুনা গ'ল। যেন ক্লেৰিওনেটত বিচিত্ৰ ৰাগিণী বাজিব ধৰিছে।

তেওঁ কলে, "এই যে ফটোখন দেখিলা, কলে বিশ্বাস নকৰিবা, এই ফটোৰ ছোৱালীতকৈও তেওঁৰ মাক আৰু সুন্দৰ আছিল। এই পাঁচুগোপাল, প্ৰাণগোপাল ৰায়ৰ ল'ৰা তোমাৰ ওচৰত বহি আছে। চোৱা, মই কেনে কুৎসিত। মোৰ চেহেৰা দেখি মোৰ ওচৰলৈ মানুহ নাহে। তথাপিও তেওঁ মোক ভাল পাইছিল। ইমান ভাল পাইছিল যে সেই সময়ত মই চিন্তিত হৈ পৰিছিলো। মোৰ খোৱা-বোৱাৰ চিন্তাতে তেওঁৰো ভাবনাৰ চিন্তা নাছিল। এই ছোৱালী জন্ম দি তেওঁ মৃত্যুক সাৱটি লৈছিল। ভালপোৱা কি নৌ বুজোঁতেই তেওঁ

আঁতৰি গৈছিল। অন্ধ আৰু বোবাৰ দৰে মই দিনে নিশাই বিচাৰি ফুৰিছিলো। ভাব হৈছিল, কোনোবাই ষড়যন্ত্র কৰি তেওঁক মোৰ ওচৰৰ পৰা আঁতৰাই ৰাখিছিল।……মানুহৰ পাগলামী কিমানদিন থাকে? ঘৰৰ ফালে চাই দেখো যে বিছনাত শুই কান্দি আছে তেওঁ, মোৰ ছোৱালীৰ বেশত। প্ৰথমতে ছোৱালীজনীৰ ওপৰত মোৰ ভীষণ খঙ উঠিছিল। ওচৰৰ ছোৱালীবোৰেই তাইক চোৱা-মেলা কৰিছিল। নহলে কোনো উপায় নাছিল। দিনে দিনে সেই ছোৱালী লহ্‌পহ্‌কৈ ডাঙৰ হৈ আহিল। মাকৰ দৰেই। নাম দিলো শিউলি। ফুলৰ দৰেই সুন্দৰ কোমল আৰু মিঠা। চকু যেতিয়া দিলো, পুনৰ ওভোটাই আনিব নোৱাৰিলো। কাৰখানাত কাম কৰিছিলো। মন নাছিল। কেতিয়া ঘৰলৈ উভটিম, কেতিয়া শিউলিক বুকুত সাবটি লম, সেয়াই মোৰ চিন্তা আছিল। মোৰ ধ্যান-ধাৰণা, মোৰ প্ৰেম-ভালপোৱা, মোৰ স্বৰ্গ, মোৰ ভগবান, মোৰ সকলো। সকলোৱেই হাঁহিছিল আৰু ঠাট্টা কৰিছিল।…ডাঙৰ হ'ল, কথা ফুটিল। কেনে মিঠা। স্কুলত দিলো, দিনে দিনে ডাঙৰ হ'ল। মোৰ ধূলি-মাকতিৰে ভৰা বাগিছাত ফুল ফুটিল, সুবাস বিয়াপিল, ছায়াও হ'ল, চৰাইয়ে মাতিলে।…লুকুৱাই শুনিছিলো, ছোৱালী দেখি মানুহে কৈছিল, 'ও, পাঁচুগোপালৰ ছোৱালী!' কিমান মোৰ চিন্তা। বহু পঢ়াম, গান শিকাম। কিমান কি!"

অলপ ৰ'ল। মই ভাবিছিলো এনেকুৱা অভাৱনীয় সুন্দৰ কথাৰ বিন্যাস তেওঁৰ মুখৰ পৰা ওলায়। ডিভিৰ স্বৰ তেওঁৰ নামি আহিল।—"সোত্তৰ বছৰ বয়স হ'ল। ছোৱালীৰ পূৰ্ণ যৌৱন। কিন্তু কেনে শান্ত! মাকৰ নিচিনা। মই তাইৰ বাপেকতকৈও আছিলো সঙ্গী, বন্ধু। বিয়াৰ কথা কলে সদায় বুকুত মুৰ থৈ কৈছিল, 'তোমাক এৰি মই কেনেকৈ থাকিম'?"

ইমানলৈকে কৈ হঠাতে ব্ৰেক ধৰাৰ দৰে পাঁচুগোপালে কথা বন্ধ কৰিলে। চাই দেখো, গোটেই মুখখন কোঁচ খাই গৈছে, বিকৃত হৈ অন্য ৰকম দেখা গৈছে। যেনেকৈ হঠাতে ৰৈ গৈছিল তেনেকৈ হঠাতে কলে, "মিছা কথা। একেবাৰে চয়তান! সুন্দৰৰ মাজতো বিষ। আঁতৰি গ'ল। একো নোকোৱাকৈ এজন ল'ৰাৰ লগত পলাই গ'ল। ঘৰৰ ওচৰতে ল'ৰা আছিল।"

এই পৰ্য্যন্ত কওঁতেই নাটকীয়ভাবে যৱনিকা পৰিল। চলমান অন্নপূৰ্ণাৰ আদাৰ্লীয়ে চকী মেজ গোটোৱাত লাগিল। লক্ষ্য কৰা নাছিলো, আচৰ কেতিয়াবাই ভাঙি গৈছিল। ৰেকৰ্ড বন্ধ হৈছে। আমিও উঠিলো, পাঁচুগোপালৰ লগত দলওৰ ফালে আগবাঢ়িলো। বেলাও বহুত হৈছে। কিন্তু সেয়া লক্ষ্য কৰা নাছিলো। ডাক্তৰৰ ফালেই চাই আছিলো।

বোধহয় তেওঁৰ কথা শেষ হৈছিল। আকৌ কোৱাৰ দৰকাৰো নাছিল। কেনেভাবে যে পাঁচুগোপালৰ জীৱন আজি এই পৰ্য্যন্ত আহি পাইছে, কিয় তেওঁ সাধু হৈছিল, তাৰ কাৰণ ব্যাখ্যাৰো প্ৰয়োজন নাছিল। পুনৰ কোৱাৰ দৰকাৰ নাই, কিয় তেওঁৰ এই পাগলামী, কথাৰ আঁত হেৰাই যোৱা, সুন্দৰ ল'ৰা-ছোৱালী দেখিলেই এক তিক্ত সন্দেহ আৰু যন্ত্ৰণাত জ্বলি উঠে!

যন্ত্ৰণাৰ কথাতো তেওঁ নিজেই কৈছে। ঘৰত, বাহিৰত, অসীম সমুদ্ৰ আৰু বিৰাট হিমালয়, ক'তো তেওঁৰ যন্ত্ৰণাৰ উপশম হোৱা নাই। সকলো মিলি তেওঁ আজি অস্বাভাৱিক, অবাস্তব ৰূপ লৈছে!

দলং পাৰ হৈ গঙ্গাৰ পাৰত তেওঁ ৰ'লহি। তলত পানীৰ কলকল শব্দ। পাঁচুগোপাল ৰৈ গ'ল। যেন পৰশমণিৰ সন্ধানত ৰৈ গ'ল!

সুধিলো, "পাঁচুগোপাল বাবু, আপোনাৰ ছোৱালী এতিয়া ক'ত?"

কলে, "সেয়া যদি জানিলোহেঁতেন, চিন্তা কিহৰ? ভাবো, এয়া আকৌ যোৱা? খবৰ অলপ দিলে কি হ'লহেঁতেন? দহবছৰ বাহিৰত ঘূৰি আহিও একো খবৰ নেপালো।"

তাৰ পিছত বহু সময় মনে মনে থাকিল। অজানিতে মোৰ এটি হুমুনিয়াহ ওলাই আহিল। এইবাৰ আশ্ৰয়ৰ সন্ধান নকৰিলে নহব। ওৰেটি জীৱন পাঁচুগোপালৰ ঐই সন্ধান কৰাৰ কেতিয়া শেষ হব সেয়া নেজানো।

খুব উত্তেজনাৰ পিচত মানুহ যেতিয়া ঠাণ্ডা হৈ পৰে, বহুতো কন্দাৰ পিছত শোকাতুৰে যেনেকুৱা নীৰব আৰু বিহ্বল হৈ পৰে, পাঁচুগোপালো তেনেভাবে শান্ত হৈ পৰিল।

তেওঁৰ পৰা বিদায় লব খুজিলো। হঠাতে পাঁচুগোপালে প্ৰশ্ন কৰিলে, "কি কৰা?"

কি যে কৰো তাৰ উত্তৰ দিয়া বৰ টান কাম। যি কৰো, সেয়া

ভাল নে বেয়া, সহজনৰ বিচাৰ্য্য। কিন্তু কব খুজিলেই সঙ্কোচ হয়। বিশেষকৈ পাঁচুগোপালৰ ওচৰত। সাত-পাঁচে ভাবি সঁচা কথাকে কলো।

কলো, "লিখো।"

পাঁচুগোপাল আচৰিত হ'ল। সুধিলে, "কি লিখা, কিতাপ?"

পাঁচুগোপালৰ বিস্ময় দেখি আচৰিত হলো। কিয়, কিতাপ লিখা জানো পাপ? কলে "ওঁ।"

"কি কিতাপ লেখা হয়? জ্ঞানৰ কিতাপ নে গল্প-উপন্যাস?"

বুজিলো, জ্ঞানৰ কিতাপ লেখা বুলি কলে বোধহয় তেওঁ আনন্দিত হ'ব। সঁচা কবলৈ গলে পাঁচুগোপালৰ পৰা এনেধৰণৰ প্ৰশ্ন আশা কৰা নাছিলো।

উত্তৰত কলো, "হয়, গল্প-উপন্যাস লিখো।"

পাঁচুগোপালে কলে, "সেয়া বুজিছো। টকা-পইচা অৰ্জন কৰাৰ কাৰণে নিশ্চয় দেউতাৰা আছে?"

"কিয়, কওকছোন।"

"যদি নাথাকে কেনেকৈ দিন চলে?"

উত্তৰ দিব নোৱাৰিলো। চলে নে নচলে, সেই বিষয়ে নিজৰ মন্তব্য প্ৰকাশ কৰি লাভ নাই। কলো, "কিয়, দেশৰ লেখকৰ জানো দিন নচলে?"

পাঁচুগোপালে কলে, "ক'তা, আমাৰ কেষ্টকান্তইতো বাপেকৰ পয়ছাতে ল'ৰা-ছোৱালী লৈ খায়, আৰু তেওঁ কিতাপ লিখে।"

সুধিলো, "কেষ্টকান্ত কোন?"

"আমাৰ গাৱঁৰ ল'ৰা।"

কলো, "হয়তো হয়। কিন্তু মোৰ দেউতা নাই।"

পাঁচুগোপালে আৰু আচৰিত হৈ কলে, "তোমাৰতো দীঘল চুলি দেখা নাই।"

উত্তৰত কলো, "কিয়?"

"আমাৰ কেষ্টকান্তইতো তাকে কয়। কিতাপ লিখিলে বোলে মুৰৰ চুলি দীঘলকৈ ৰাখিব লাগে, চছ্‌মা পিন্ধিব লাগে, চাদৰ লব লাগে।"

পাঁচুগোপালৰ মুখলৈ চালো। নহয়, ঠাট্টা নহয়, কথাবোৰ সৰল বিশ্বাসতে কৈছে।

নেজানো কেষ্টকান্ত কোন। তেওঁৰ ৰচিত সাহিত্য পঢ়াৰ সৌভাগ্য মোৰ হোৱা নাই। কলো, "সকলোৱেতো একে নহয়। আপোনা-লোকৰ কেষ্টকান্তই হয়তো তেনেকুৱাই পছন্দ কৰে।"

পাঁচুগোপালে এটি দীঘল নিশ্বাস পেলালে। ইয়াৰ অৰ্থ বহুতো হ'ব পাৰে। আকৌ ক'লে, "এই লাইনত কিমান দিন?"

"কোন লাইনত?"

কলে, "এই তীৰ্থ কৰিবলৈ যে আহিছা?"

কলো, "এইয়ে প্ৰথম।"

"ওঁ, সেই কাৰণেই! সেই কাৰণেই বোধহয় বাত্তি অকলে ওলাই অহা হৈছিল।"

"ওলালে কি হ'ব?"

"কি হ'ব! মাৰি বালিত পুতি থব।"

"পুতি থব! অপৰাধ? কোনে? কিয় থব?"

পাঁচুগোপালে দ্বিতীয়বাৰ হাঁহিলে। কলে, "যিজনৰ দৰকাৰ তেওঁৱে ৰাখিব। পকেটত নিশ্চয় পইচাও আছে।"

পইচা? হয় অলপ, আছে। সেই কাৰণে একেবাৰে মাৰি পেলাব?

পাঁচুগোপাল হঠাতে গম্ভীৰ হ'ল। কলে, "মনত ৰাখিবা, এই কেই-মাইল মানৰ ভিতৰতে বহুতো ভয়ঙ্কৰ মানুহে সুবিধা বিচাৰি আছে। বহুতো সাধুৰ বেশতো আছে। সুবিধা পালে সিহঁতে কেতিয়াও এৰি নিদিয়ে। আৰু সাধুবিলাকৰ ওচৰলৈ বাত্তি কেতিয়াও নেযাবা।"

কলো, "ক'তা, কালি বাত্তিতো তেনেকুৱা একো......"

"গম পোৱা নাই। সদায় বাত্তি জানো এনেকুৱা হয়! তাৰ উপৰি কালি বাত্তি তোমাৰ পিচে পিচে মই আছিলো। আৰু এটা কথা কওঁ। ইয়াত বহুতো সৰ্বনাশী আছে।"

সৰ্বনাশী! পাঁচুগোপালে যে ৰীতিমত ভয় খুৱাই দিলে। কলো, "সৰ্বনাশী। সেয়া আকৌ কি?"

পাঁচুগোপালে বিকৃত মুখ কৰি কলে, "দেখিলেই সকলো পাহৰি

যাবা। অলক্ষিতে চাব, মিচিকিয়াই হাঁহিব আৰু মনে মনে হাত বাউলি বুকুৰ কাষলৈ মাতিব। সাৱধান!"

মুখ ঘূৰাই আপোন মনে কবলৈ ধৰিলে, "এনেকুৱা কিমান দেখিলো, যোৱাবাৰ হৰিদ্বাৰৰ কুম্ভমেলাত তিনিজনক এনেভাবে মৃত্যু মুখত পৰা দেখিছো। তেওঁলোকো তোমাৰ নিচিনা ভাল ঘৰৰ নিৰীহ ল'ৰা আছিল।"

মোৰ মনত ভয় সোমাল। বক্তব্য অনুযায়ী পাঁচুগোপাল এই বিষয়ত মোতকৈ নিঃসন্দেহে অভিজ্ঞ। তেওঁৰ কথা উকৱাই দিবও নোৱাৰো। কলো, "এই তীৰ্থক্ষেত্ৰতো?"

কলে, "ইয়াতেইতো সহজ। তীৰ্থক্ষেত্ৰ বুলিতো ইয়ালৈ অহাৰ কাৰো বাধা নাই। চাব খোজা? বহু, কিবা দেখিবলৈ পাবা। তোমাক দেখুৱাই দিম। মাল-টাল খোৱা নেকি?"

মাল? মানে মদ। কলো, "ওহোঁ, নেখাওঁ; কিয়?"

"সেইবোৰবো বন্দোবস্ত আছে। ইয়াত সকলো পাবা। বে-আইনী চুলাই মদো ইয়ালৈকে আহে।"

পাঁচুগোপালে যিফালে ইঙ্গিত দিছিল সেইফালে মোৰ ভয় নাই। কিন্তু তেওঁৰ কথা শুনি মই বিস্ময়ত হতবাক হৈ পৰিলো।

এই বিস্তৃত বালিচৰ। চাৰিওফালে সাধু, সন্ন্যাসী আৰু পুণ্যাৰ্থী নৰ-নাৰীৰ ভিৰ। এই মুকলি ঠাইত ক'ত থাকিব পাৰে সিহঁতৰ আস্তানা? নেজানো ক'ত থাকিব পাৰে। থকাতোও অসম্ভৱ হব নোৱাৰে। মানুহৰ অসাধ্য একো নাই।

যোৱাৰ আগতে পাঁচুগোপালক সুধিলো, "কব পাৰেনে ইয়াতে থকা ঠাই আৰু ক'ত বিচাৰিলে পোৱা যাব?"

পাঁচুগোপালে কলে, "সকলো ঠাইতে থাকিব পৰা যায়, কিন্তু কিয়?"

কলো, "মই থকা ঠাই এডোখৰ বিচাৰি লব লগে।"

"কিয়? তুমি সেই কেম্পত নেথাকা জানো?"

কলো, "কেনেকৈ থাকিম? কৈছিলো যে এটা বাত্তিৰ কাৰণে থাকিম। মই আজি নতুন ঠাই বিচাৰি লব লাগিব।"

পাঁচুগোপালে আচৰিত হৈ ব্যাকুল ভাবে কেইমুহূৰ্ত্তমান মোৰ ফালে চাই থাকিল। কলে, "ওঁ, ইমান সময়ে মনে মনে বোধহয় এইবোৰ

মতলব কৰা হৈছিল। আঁতৰি যাবা বুলিয়েই মোৰ লগত ইমান কথা পাতিছিলো ?"

হঠাতে পাঁচুগোপালৰ মুখখন বৰ করুণ দেখা গ'ল। এতিয়াও তেওঁক বুজিব নোৱাৰিলো। এতিয়াই এটা ৰূপ, অলপ পিচত আন এটা ৰূপ! কালি এই মানুহজনেই মোক আঁতৰাবলৈ কিমান চেষ্টা কৰিছিল! সেইকথা এতিয়া মনত পেলাই দি লাভ নাই। ভাবিছিলো পাঁচুগোপালে কৰা অপমানৰ প্ৰতিশোধ লম। কিন্তু যিজনৰ ওপৰত প্ৰতিশোধ লম বুলি ভাবিছিলো তেওঁৰ এইবোৰৰ প্ৰতি কোনো খবৰেই নাই। তেওঁ নিজৰ হৃদয়াবেগত চলে। হৃদয়াবেগতে চলা মানুহৰ সুখতকৈ দুখ বেছি। সেই দুখ কোনোৱে ৰোধ কৰিব নোৱাৰে। কিন্তু নিজে সেই দুখৰ বিষয়ে সচেতন নহয়। আচলতে কালি পাঁচুগোপালে মোক অপমান কৰা নাছিল। সেয়াও তেওঁৰ হৃদয়াবেগৰেই এটা ঘটনা মাত্ৰ।

পাঁচুগোপালে খুব শান্ত মাতেৰে ক'লে, "তোমাক তাৰ পৰা যাবলৈ বা কোনে কৈছে ?"

উত্তৰত কলো, "কোৱা নাই। তাৰ উপৰি প্ৰহ্লাদৰ কেম্প মই এৰি দিয়া উচিত।"

পাঁচুগোপাল কিছুপৰিমাণে গৰম হৈ উঠিল। কলে, "তোমাৰ মূৰ! য'ত উঠিছা, কপালৰ গুণত উঠিছা। এবাৰ বুঢ়ীয়ে যাকে ঠাই দিছে, এৰিও নিদিয়ে। গৈয়ে বুঢ়ীৰ হাতত খোৱাৰ পইচা দি দিয়াগৈ।"

তাৰ পিচত আপোনমনে কৈ গ'ল, "এই লাইনত প্ৰথমতো, এই কাৰণে এনে কথাবোৰ কৈছা।"

তথাপিও ভাবিছিলো। ঠাণ্ডা বতৰ। চাওঁতে চাওঁতে বেলা বহুতো হল। মেলাৰ গোলমাল, চিঞৰ, অহা-যোৱাৰ শেষ নাই। ভাবিছিলো, প্ৰাণভৰি ঘূৰিম। এতিয়াও বহু ঘূৰিবলৈ বাকী। কিন্তু সেই কেম্পত থাকিলে মোৰ মনৰ শান্তিখিনি নেযায়তো ?

কি ভাবি পাঁচুগোপালে হঠাতে উভটি মোৰ ফালে চালে। কলে, "চোৱা, কথা এটা কওঁ।" মাতত তেওঁৰ বলিয়ালি দেখা গ'ল। কলো, "কওক।"

"তোমালোকৰ দৰে এনে ল'ৰাবোৰ ভাল হয় বুলি মই বিশ্বাস নকৰো। কিন্তু তুমি যদি গুচি যোৱাগৈ, সঁচাকৈয়ে মনত বৰ দুখ পাম।"

যেনেকৈ হঠাতে উভটি মোলৈ চাইছিল, পুনৰ তেনেভাবে মুখ ঘূৰালে। বোধহয় কিবা কম বুলি উদগ্ৰীৱ হৈ ৰ'ল।

ঘটনাটো খুবেই হাস্যকৰ। কিন্তু হাঁহিব খুজিও হাঁহিব নোৱাৰিলো,. হাঁহি হঠাতে বৈ গ'ল।

এই ভঙ্গীত তেওঁক এতিয়া যিজনে দেখা পাব, তেওঁৱে হাঁহিব। সেয়াইতো হয়। পাঁচুগোপালে তেওঁৰ দুখেৰে আনক হঁহুৱাব। সেয়া বলিয়াৰ বিড়ম্বনা। মানুহ জ্বলি-পুৰিহে বলিয়া হয়। আমি বলিয়া দেখিলে হাঁহো। পৃথিবীৰ নিয়মেই এনেকুৱা।

পৃথিবীৰ বৈচিত্ৰ্যৰ দৰেই, পাঁচুগোপালৰ বিচিত্ৰ মনৰ গতিয়ে এটা সময়ত মোৰ ফালে দুহাত আগবঢ়াই দিছে। বোধহয় বন্ধুত্ব পাতিছে। ভাই পাইছে। হৃদয়ৰ গতিবেগ এনেকুৱাই।

বোধহয়, আচলতে আমাৰ নিচিনা ল'ৰা-ছোৱালীক আটাইতকৈ ভাল পায়। কোনে জানিছিল, পাঁচুগোপালৰ নিচিনা মানুহৰ লগত ইয়াতে দেখা হ'ব। কোনে জানিছিল, তেওঁ এইদৰে ক'ব "তুমি আঁতৰি গলে দুখ পাম।" কৈয়ে সৰু ল'ৰা-ছোৱালীৰ দৰে ঠিয় হৈছিল। যিয়ে এনেকুৱা কৰে, তেওঁক এৰি গলে মনত অশান্তি হ'বই।

কলো, "বলক, যাওঁগৈ।"

পাঁচুগোপালে উভটি নাচালে। কেৰাহিকৈ চালে। তাৰ পিচত লাহে লাহে যাবলৈ ধৰিলে।

চিগাৰেট এডাল আগবঢ়াই দিলো। নললে। ক'লে, "চিগাৰেটত একো নহয়। দিয়া যদি দুঅনা পইচাকে দিয়া, অলপ নিচা কৰো।"

বুজিলো, গাজা কিনিব। কিন্তু ইয়াত পাব ক'ত? পইচা দুঅনা দিলো।

ইফালে সিফালে চাই, পাঁচুগোপালে সাধু এজনক দেখা পাই মাতিলে, "হেই বাবা!"

সাধু ৰ'ল। ভিৰৰ ঠেলাঠেলি। বেচেৰা বিৰক্ত বোধ কৰি সুধিলে, "কেয়া বেটা?"

পাঁচুগোপালে কলে, "থোড়া ইধাৰ কৃপা কৰা বাবা!"

সাধু আহিল। পাঁচুগোপালে পইচা দুঅনা তেওঁক দি কলে, "থোড়া সণ্ডমী কৃপা কৰ বাবা। অব শহৰ যানা মুশকিল।"

সাধুই সুধিলে, "কোনা জমাত ?"

পাঁচুগোপালে উত্তৰ দিলে, "অব ঘৰ কি জমাত বাবা। ঢুণ্ডতেঁ হ্যায় গুৰু। পহলি গুৰুকো ছোড় দিয়া।"

সাধুই করুণা আৰু আক্ষেপসূচক ধ্বনি কৰি কলে, "বিষ্ণু ব্ৰহ্মচাৰীকো আশ্ৰমমে ভেট কৰো বাবা। গুৰু মিল যায়েগা।"

পইচা দুঅনা ললে। মোনাৰ পৰা সৰু পুৰিয়া এটা উলিয়াই দিলে। তাৰ পিচত নমস্কাৰ কৰি গুচি গ'ল।

মই আচৰিত হৈ সুধিলো, "সপ্তমীটো কি ?"

পাঁচুগোপালে কলে, "মহাদেবৰ ধূমপান। যাৰ নাম গাজা। বহুত সাধুৰ মাজত গাজাক এই নামেৰে মতা হয়।"

পাঁচুগোপালে মুখ বেঁকা কৰি কলে, "হুঁ, এইবাৰ গুৰু লম তাৰ বিষ্ণু ব্ৰহ্মচাৰীৰ আশ্ৰমত। এনেয়ে কয় নে কিমান হাতী তল গ'ল, মহে বোলে কিমান পানী। যা—যা।"

সকলো কথা নুবুজিলো। ভাবিলো সুধিম। তেতিয়া পাঁচুগোপালে গাজা বনোৱাত মনোযোগ দিছে।

প্ৰায় পোন্ধৰ মিনিট খোজকঢ়াৰ পিচত সেই কেম্প পালোহি। ৰন্ধা-বঢ়া, খোৱা-বোৱা, মাইকত ধৰ্মোপদেশ, সকলো মিলি আশ্ৰম জমি উঠিছে।

প্ৰহ্লাদ ক'ৰবাৰ পৰা দৌৰ দি আহিল, "তোমালোক যে ক'ত ঘূৰি ফুৰিছা গম পোৱাই টান। আৰু মই তেতিয়াৰ পৰাই মুখ চেলেকি আছো।"

পাঁচুগোপালে চিঞৰি উঠিল, "মনে মনে থাক। ল'ৰাজনে মোক দুঅনা পইচা দিছিল, তাৰেই কিনি আনিছো"—হাতৰ মুঠি খুলি বস্তুতো দেখুৱাই দিলে।

প্ৰহ্লাদৰ আনন্দই নধৰা হ'ল। কলে, "বাঃ, বোধহয় তেওঁৰ নচলে ? তাকে কোৱা। মই যে ইফালে তোমাৰ কাৰণে বলিয়া হৈ উঠিছো।"

পাঁচুগোপালে হাত মেলি কলে, "ক'তা চাওঁ, আগতে আচল বস্তুটো উলিওৱাছোন।"

কোৱা শেষ নৌহওঁতেই প্ৰহ্লাদে কেইঅনামান পইচা উলিয়াই



৭

দিলে। পয়চাখিনি পকেটত থৈ পাঁচুগোপালে কলে "মোৰ, লগত আহ।"

প্ৰহ্লাদৰ আনন্দই নধৰা হ'ল। পাঁচুগোপালৰ পিচে পিচে যাবলৈ ধৰিলে। বুজিলো তেওঁলোক দুজনৰ এতিয়া আন কথা ভবাৰ সময় নাই। মোৰ কথা ভবাৰ প্ৰশ্নও নুঠে। উভটিও নেচালে। তাতেই আনন্দ। মুঠিত আছে প্ৰাণৰ সাৰ। অইন আৰু একো নেলাগে।

কিমাশ্চৰ্য্যম! নিচা নহয়, পাঁচুগোপালৰ কথাই ভাবিছো। ভাবিব খুজি হাঁহিও উঠিল। হাঁহি নহয়, হাঁহিৰ নামান্তৰ। নিজৰ কথা ভাবি আনক করুণা দেখুৱাবলৈ লাজ পাওঁ। হাঁহিটো দুখৰ।

সকলোৱে মোৰ দৰে মনৰ বস্তুৰ সন্ধানত আছে। আমি সকলোৱে মনত পাগল। আমাৰ দেশ বিচিত্ৰ। পাঁচুগোপালে গাজা লৈ ব্যস্ত, যেন তাৰ বাহিৰে আন কাম্য ধন নাই। কিন্তু সকলোৰে ওপৰত থকা মনটো চায় কোনে?

হাঁহি হাঁহিয়ে উভটি চাই দেখো যে কালি দেখা সেই গেৰুৱাধাৰী! পাঁচুগোপালে যিজনক লগত লৈ আহিছিল।

গেৰুৱাধাৰীয়ে কলে, "হাঁহিছে যে?"

কলো, "পাঁচুগোপালৰ কথা ভাবি।"

তেওঁ হাঁহি কলে, "তেওঁৰ লগত আপোনাৰ পৰিচয় হৈ গ'ল নেকি?"

কলো "একৰকম।"

গেৰুৱাধাৰীয়ে এটি ৰহস্যৰ হাঁহি মাৰিলে। কলে, "একৰকমতো বুজিছো। কেনেধৰণৰ কওকছোন।"

কৈয়ে চকুৰে চকুৰে পৰাত হাঁহি দিলে। আকৌ নিজেই কলে, "থাওক, আপুনি কব নালাগে। আন্দাজ কৰি লৈছো। তেওঁ এসময়ত আমাৰ কাশীৰ আশ্ৰমত তিনিবছৰ ধৰি আছিল। তেতিয়া সাধু হৈ আছিল। আমাক যন্ত্ৰণা দি মাৰিছিল।"

সুধিলো, "কিয়, কওকছোন?"

সন্ন্যাসীয়ে আচৰিত হৈ কলে, "তেওঁতো এটা পাগল। আমাৰ মহন্তক মাৰিব খুজিছিল। কোনো কোনো সম্প্ৰদায়ৰ গুপ্ত কৰণীয় কৰ্তব্য আছে। সেইবিলাক তেওঁ সহ্য কৰিব নোৱাৰিছিল। সাধুৰ ওপৰত তেওঁৰ খুব খঙ।"

হয়তো হয়। কিন্তু তেনে কোনো কথাতো তেওঁৰ মুখত শুনা নাই। একো উত্তৰ নিদিয়াকৈ পাঁচুগোপাল যোৱাৰ ফালে চাই থাকিলো। সঁচাই হয়তো বলিয়া!

গেৰুৱাধাৰীয়ে কলে, "অৱশ্যে কালি তেওঁৰ কথাৰ কাৰণেই আপোনাৰ ওচৰলৈকে আহিব লগা হৈছিল। এয়া আমাৰ কৰ্তব্যতো।"

তেওঁ আকৌ কলে "তাৰোপৰি আশ্ৰমত আপোনালোকৰ সুবিধা অসুবিধাৰ ফালেও যে মই চকু দিব লাগে। অৰ্থাৎ কৰ্তব্য। মই আশ্ৰমৰ হিচাব-ৰক্ষক, কোটোৱাল। কব পাৰে মেনেজাৰ বুলিও।"

শুনি কৌতুহল হ'ল, সুধিলো, "আপোনালোকৰো আকৌ এইবোৰ আছে নেকি?"

"কিয় নেথাকিব?" তেওঁ কলে, "কি নাই কওকছোন? প্ৰতিষ্ঠান এটি চলাবলগীয়া হলে যি যি দৰকাৰ সেই সকলোবোৰ আমাৰ আছে। ইয়াত সকলো পাব। অফিচ চলাবলগীয়া হলে মেনেজাৰ লাগে, কেৰাণী লাগে। সংসাৰ চলাবলৈ হলে জানো নিয়মৰ দৰকাৰ নহয়? দৰকাৰ নাই সেই নিষ্ঠাৰ—আশ্ৰমতো যেনে নিয়ম আছে। বিশেষকৈ যেতিয়া আমি বাহিৰলৈ আহো। মহন্তৰ তলত পূজাৰী, কুঠাৰী, কাৰবাৰী, হিচাবৰক্ষক, কোটোৱাল, পহৰাদাৰ ইত্যাদি। নহলো এইবোৰ চলিব কেনেকৈ?"

ইমানবোৰ কথা জনা নাছিলো। দেশৰ কোনো কোনো আশ্ৰমত আধুনিক নিয়ম-কানুনৰ ব্যৱস্থাৰ কথা শুনিছো। কাৰণ ধৰ্মৰ গণ্ডী এৰাই তেওঁলোকৰ এতিয়া গতি সমাজৰ ফালে। কিন্তু সন্ন্যাসীৰ আকৌ এইবোৰ নিয়ম-কানুন? এতিয়া যে জমিদাৰী চলোৱাৰ ব্যৱস্থা।

সন্ন্যাসীয়ে ব্যাখ্যা কৰি গ'ল কাৰ কি কাম। ভাণ্ডাৰীয়ে চাব ভাণ্ডাৰ, পহৰাদাৰে দিব পহৰা। ইয়াত কি ক'ত কি হৈছে, সকলো নখদৰ্পণত আছে। পহৰাদাৰে কড়া দৃষ্টি চাৰিওফালে ৰাখিছে। অলপ ইফালে সিফালে হলে ধৰিব। টকা-পইচা? সকলো জমা আছে হিচাব-ৰক্ষকৰ হাতত। আনকি গাজা আদিৰ হিচাব ঠিকমতে ৰখা আছে। প্ৰথমতে সকলোৱে পোৱা বস্তু জমা দিব লাগিবো। তাৰ পিচতহে ভাগ লব পাৰিব। তুমিও শিষ্য, সকলোৱে আইনমতে চলিব লাগিব। সময়তে পূজা কৰিব লাগিব। অন্যায় অপৰাধো আছে। বিচাৰ হয়। সকলো মিলি

যি পঞ্চায়ত হৈছে তাত সেই বিচাৰ হব। বিচাৰকৰ্তা মহন্ত। বিচাৰত শাস্তি হয়। কিমান ধৰণৰ যে শাস্তি নহয়। সন্ন্যাসীৰ শাস্তি কঠিন। সকলোৱে সুবুজিব। শাস্তি মানিলে ভাল। নহলে বহিস্কাৰ। সন্ন্যাসী জীৱনৰ শেষ। ওলাই গলে মৃতৰ সমান। তেওঁৰ কামৰ দায়িত্ব লব কোনে? অধিকাৰ? সমানাধিকাৰ? এই কথালৈয়ে আজি সমাজত বাদানুবাদ হৈ আছে। কাম লৈয়ে দাম। মই নাৰিকল গছ। আকাশৰ বুকুত মুৰ তুলি আছো। ফল দিওঁ—ডাব, নাৰিকল। সেয়া এক ৰস। মই আমগছ। তাৰো ৰস একৰকম। এটা বস্তু আন এটা বস্তু বুলি ভাবি খালে নিজেই ঠগ খাব লাগে। সকলোতে ঘূৰি ফুৰা নহ'ব। তেনে অধিকাৰ নাই। সমান অসমান, কোনোটোৱে নহয়।

কি কৈছে এইবোৰ, এয়াতো সংসাৰৰ কথা, সমাজৰ কথা। ইয়াতো ৰাষ্ট্ৰৰ কথা। কলো, "আপোনালোকৰ ইমান নিয়ম কিহৰ? এই নিয়মবোৰতো আমাৰ। সাধাৰণ মানুহৰ।"

নিয়ম নেথাকিব কিয়? বিশ্বৰ নিয়ম আছে। দিন হয়, ৰাতি হয়, ঋতু সলনি হয়। সকলো সেই নিয়মৰ মাজতে। টকা আৰ্জিবলৈ অফিচলৈ যাব নেলাগে জানো? ৰাতিপুৱাই দোকান খুলিব নেলাগে জানো? ভগবান পোৱাৰ ক্ষেত্ৰতো এইবোৰৰ জানো ব্যতিক্ৰম হ'ব? তাতে আইন নেথাকিব জানো? সেয়া নহ'ব।

কিন্তু আমিতো জানো সিদ্ধপুৰুষৰ ভাব-গতি। সময়-জ্ঞান ৰহিত। কেতিয়া কি কৰে আৰু কেতিয়া কি কয়, আন মানুহৰ বুজি পোৱাৰ উপায় নাই।

সন্ন্যাসীয়ে হাঁহিলে। হাঁহি কলে, "সিদ্ধপুৰুষ? সেয়া কিমানজন? এই যে দেখিবলৈ পাইছে, ইমান ডাঙৰ কুম্ভমেলা আৰু দেশৰ সাধু সন্ন্যাসী যোগী, ইয়াৰ ভিতৰত কোনজনৰ সিদ্ধিলাভ হৈছে কোনে ক'ব পাৰিব? যিজনৰ হৈছে তেওঁক কোনে চিনিব পাৰিব? তেওঁ যে কি বেশত, কি ৰূপত ক'ত ঘূৰি ফুৰিছে কোনে ক'ব? তেওঁৰ নিয়ম নাই। এই বাহ্যিক জগতৰ লগত তেওঁৰ যোগাযোগ কিমানখিনি? নিয়ম তেওঁৰ আন ঠাইত। সেই নিয়মৰ খবৰ কোনে ৰাখে?

লগে লগে সন্ন্যাসী গম্ভীৰ হ'ল। চকুৰ দৃষ্টি স্বাভাৱিক বুলি ভাব নহ'ল। হাতযোৰ কৰি আপোন মনেৰে কলে, "যতেই নাথাকক কিয়,

ইয়ালৈ আহিব লাগিব। মাঘ মাহৰ প্ৰয়াগ এৰি তেওঁৰ কলৈকে যোৱাৰ উপায় নাই। কিন্তু কোনে চিনিব পাৰিব। যি মহন্তৰ লগত বছৰ বছৰ ধৰি ঘূৰি ফুৰিছো, হয়তো তেওঁৱে সেই পুৰুষ। দত্তাত্ৰেয়ৰ পাদুকা-পূজাৰী হয়তো ছদ্মবেশত তেওঁ আমাৰ লগতে ঘূৰি ফুৰিছে। কোনে জানে! কোনে জানে—"

কৈ মোৰ ফালে চাই অদ্ভুতভাবে হাঁহি কলে, "এনেকুৱা পেণ্ট আৰু অ'লষ্টাৰ পিন্ধি হয়তো ভদ্ৰলোক হৈ ঘূৰি ফুৰিছে। কেনেকৈ জানিম!"

আজি ৰাতিপুৱা অবধূতৰ মুখতো এনেভাবে কোৱা কথা শুনিছিলো। সিদ্ধিপ্ৰাপ্ত সাধক—ভগবান কেতিয়া কোন বেশত তেওঁৰ সন্মুখেৰে যাবগৈ! বিচাৰি বিচাৰি কেতিয়া যে পৰশ পাথৰ নদীৰ পানীত পেলাই দিব। এনেকুৱা বিশ্বাস এটি এওঁলোকৰ সকলোৰে মনত আছে। সেই বিশ্বাসৰ মাজত এক বিচিত্ৰ আবেগ আৰু ভক্তি আছে। সেই কাৰণে, এই কথাটো ক'বলৈ গলেই ভক্তি আৰু বিশ্বাসৰ আবেগত তেওঁ হঠাতে অন্য মানুহ হৈ উঠে। এইখিনিতে মোৰ বক্তব্য আৰু মন্তব্য, দুয়োটাই নিষ্প্ৰয়োজন।

পুনৰ সন্ন্যাসীয়ে কলে, "যাওক, এইবোৰ কথা পিচত এসময়ত পাতিম। আজি আবেলি ৰামজীদাসী আহিব। কলৈকে নেযায় যেন।"

সুধিলো, "তেওঁ কোন?"

"সেয়া আপুনি নেজানে। ৰামজীদাসীৰ কথা শুনা নাই? তেওঁ সাধিকা। আমাৰ মাইকত সেই কথাতো বহুবাৰ কোৱা হৈছে। তেওঁ প্ৰতিদিনে এখনকৈ আশ্ৰমত ঘূৰি ফুৰে। খবৰ দিছে যে তেওঁ আজি ইয়ালৈ আহিব। তেওঁ হিমাচল প্ৰদেশৰ ছোৱালী। আহিলে সকলো বুজিব পাৰিব। এতিয়া যাওকগৈ, বহুত বেলি হ'ল।"

যোৱাৰ উদ্যোগ কৰি আকৌ ৰ'ল। কলে, "আপোনাৰ তম্বু চিনিব পাৰিবতো?"

নোৱাৰিম কিয়? তম্বুৰ শাৰীৰ ফালে চালো। সৰ্বনাশ। সকলো বিলাক তম্বু দেখিবলৈ একেই। ওলাইছিলো ৰাতি। ক'ৰপৰা ওলাই-ছিলো মনত থকা কথা নহয়। ৰেল কলোনীৰ ব্লকৰ দৰে। চিনিব নোৱাৰি। আনৰ তম্বুত সোমালে কটূক্তি শুনিব লাগিব।

মোৰ বিভ্ৰান্তি দেখি গেৰুৱাধাৰীয়ে হাঁহিলে। গেৰুৱাধাৰী নহয়,

কটোৱাল বুলি কোৱা যাওক। কলে, "কেনে, ঠিক ধৰিছোতো! অৱশ্যে তুই এদিন গলে ঠিক চিনিব পাৰিব। প্ৰথমতে অলপ অসুবিধা হ'বই। সেই যে বুঢ়ী গৰাকী দেখিছে তেওঁৰ বাওঁফালে থকা তম্বুটোৱে আপোনাৰ। দেখিব হিন্দীত লিখা আছে বাৰ নম্বৰ?"

হাঁহি কলো, "সঁচাকৈয়ে, আপুনি নোকোৱা হলে বৰ বিপদত পৰিলোহেঁতেন।"

হাঁহি হাঁহি কটোৱালে আঁতৰি গ'ল। আচৰিত ধৰণৰ মানুহজন। প্ৰশ্ন নকৰাৰ অভিপ্ৰায় হাঁহি হাঁহি জনাই দি গ'ল।

মঞ্চৰ ওপৰত মহন্ত। তেওঁৰ কাষত এহি গায়কে গান গাইছে। সুৰ মিলাইছে তানপুৰাৰ লগত। এটি গান গায়, আৰু গানৰ শেষত মহন্তই উপদেশ দিয়ে, ধৰ্মৰ কথা কয়।

ভিৰ বহুত হৈছে। বেছিভাগেই এই আশ্ৰমৰ নৰনাৰী নহয়। যা'ৰ পৰাই হওক ইয়ালৈকে আহিছে। ক'ৰবাত বহি ধৰ্মৰ গীত আৰু কথা শুনিবলৈ পোৱা যায় সেয়েহে আচল কথা। ইয়াৰ মাজতেই দেখিছো নানান গল্পও চলিছে। সন্মুখত পাঁচ-ছয় গৰাকী পঞ্জাবী মহিলা। হাঁহিত নূপুৰৰ ঝন্‌ঝননি। তাকে দেখি আন কেইগৰাকীমান মহিলা চকু পকাই চাই আছে। ভাব, হাঁহিব যদি খুজিছা বাহিৰত গৈ হঁহাগৈ, ইয়াত কিয়?

আশ্ৰমৰ পৰিধি কেইবিঘামান আগুৰি। কিছুমান অপদাৰ্থ মানুহৰ চিঞৰ-বাখৰৰ কাৰণে আশ্ৰমৰ গুৰুগম্ভীৰ পৰিবেশ নষ্ট কৰি পেলাইছে। বতাহত ঘিঁউৰ গোন্ধ পাইছো। ৰন্ধা-বঢ়াৰ গোন্ধ আহি নাকত লাগিছেহি।

তম্বুৰ সন্মুখ পাই চিন্তিত হৈ পৰিলো। কোনফালে? বোধহয় বাওঁফালৰটো। সন্মুখত কেম্বিচৰ পৰ্দা। দাঙি চাই দেখিম আন মানুহ।

দাঙি দি চাই দেখিলো, সঁচাকৈয়ে আন মানুহ। এগৰাকী ছোৱালী বহি আছে।

ৰঙীন তাঁতত বোৱা শাৰী পিন্ধি আছে। মূৰত বেণী। কিবা এটা মুখত ভৰাই লৈ চোবাই চোবাই গুণ্‌গুণাই আছে। মুহূৰ্তৰ কথা

ভালকৈ চালো। শিৰত সেন্দুৰ আছে। মোক দেখা পাই ছোৱালীজনী জপিয়াই উঠিল। শাৰীৰ আচল মূৰত লৈ একেবাৰে বোৱাৰী হৈ পৰিল। কোলাৰ পৰা ওলাই পৰিল কিছুমান বগৰী।

ছি ছি, মোৰেই ভুল। ছোৱালীজনী আমাৰ প্ৰহ্লাদৰ পৰিবাৰ। লাজতকৈ হাঁহিয়ে উঠিল। তাতোকৈ বেছি বিস্ময়। সক ছোৱালীজনীৰ ইমান কিহৰ লাজ!

কিন্তু এওঁ যে সঁচাকৈয়ে বোৱাৰী। বগৰী খোৱা আৰু নহ'ল। পৰপুৰুষৰ সন্মুখত এইয়া যে লাজুকী এগৰাকী বোৱাৰী। কালিও দেখিছিলো। কিন্তু শাৰীৰ আঁৰত প্ৰহ্লাদৰ পৰিবাৰ যে ইমান সৰু হব পাৰে সেয়া কল্পনাও কৰা নাছিলো। হাজাৰ হলেও পৰস্ত্ৰী। ইচ্ছা গলেও কেনেকৈ কওঁ, ভণ্টী, বগৰীকেইটা বুটলি লোৱা। ভণ্টী বুলি কোৱা দূৰৈৰ কথা, তুমি বোলাটো সমীচীন হব নে নহয় বুজিব পৰা নাই।

কিন্তু বেচেৰী একেবাৰে কোচমোচ খাই পৰিছে। একো নোকোৱাও ঠিক নহয়। আহা, কোচৰ পৰা পৰি যোৱা বগৰীবোৰ যেন বিষন্ন হৈ উঠিছে।

ইমান ভবা উচিত নহয়। কলো "বগৰীকেইটা বুটলি লোৱা।"

কোৱালৈ যেন বৈ আছিল। লগে লগে সৰু হাত দুখনেৰে বগৰী-বোৰ বুটলি ললে। বুটলি লোৱাৰ পিচত পুনৰ আগৰ দৰে ঠিয় হৈ ৰ'ল।

কলো, "এইবাৰ খোৱা, ইতিমধ্যে মই কাপোৰ সলাই লওঁ।"

ওভাৰ-কোট খুলিব খুজি লক্ষ্য কৰি দেখিলো ছোৱালীজনীয়ে ওৰণিৰ আঁৰৰ পৰা মোলৈ লক্ষ্য কৰি আছে। বোধহয় মোক চাই লৈছে। চকুৱে চকুৱে পৰাত পুনৰ মুখ ঘূৰালে।

মনে মনে হাঁহি উঠিল। ওভাৰ-কোটতো খুলি চোলা খোলাৰ উপক্ৰম কৰিছো। প্ৰয়োজনীয় দুই এটা কথা সুধিম নে নাই ভাবিছো। ভাবি থাকোতেই এক অভাবনীয় ঘটনা ঘটিল।

প্ৰহ্লাদৰ পৰিবাৰ পৰ্দাৰ ওচৰত বলগৈ। ওৰণিৰ তলৰ পৰাই কলে, "কলৈ যোৱা হৈছিল? বুঢ়ীমা আহক, দেখুৱা আহি।"

কোৱাৰ লগে লগে একেবাৰে অদৃশ্য। বিস্ময়ত মই জিভাখন

কামুৰিলো নে নাই মনত নাই। এয়া যে বিনামেঘে বজ্ৰপাত। চোলা খুলিবৰ উদ্যোগ কৰি যেনেকৈ ঠিয় হৈছিলো ঠিক তেনেকৈয়ে ৰলো। মোক কৈছেতো? ইফালে মই ভাবিছো এগৰাকী ওৰণি লোৱা সৰু ছোৱালী বুলি। প্ৰায় বগৰীৰ শোকত কান্দিব লগা ছোৱালী। এওঁ যে এনেকৈ কব পাৰিব কোনে ভাবিছিল?

বাহিৰৰ মাইকত ব্যাখ্যা কৰিছে মণ্ডুকোপনিষদ্। আৰু মই অকালে তদ্ভুত হাঁহি দিলো। কুম্ভমেলাত এনেকুৱা এজনী বোৱাৰী আছে যে কোনে কব পাৰে।

অলপ পিছত আকৌ আহি উপস্থিত। ওৰণি ঠিক তেনেকৈয়ে আছে। মোৰ সন্মুখত তেলৰ বটল এটা থলেহি। আকৌ গৈ নিজৰ ঠাইত বহিল। বহি লৈ পুনৰ শাসনৰ সুৰত কলে, "খৰখেদাকৈ গা ধুই আহকগৈ। বুঢ়ীমায়ে কৈছে।"

কিন্তু তেল ঘঁহিম কেনেকৈ? তীৰ্থক্ষেত্ৰত যে তেল চাবোন ঘঁহা বাৰণ। কলো' "তেল কোনে দিলে? বুঢ়ীমায়ে?"

এক মুহূৰ্ত মনে মনে থাকিল। সৰু মাতেৰে কলে, "মই লৈ আহিছো খৰধৰ কৰা। নহলে বুঢ়ীমায়ে মোৰ মূৰ খাব।"

লুকুৱাই লৈ আহিছে। ইমানখিনি দয়া আৰু সুবুদ্ধিও তেওঁৰ হৈছে। প্ৰহ্লাদৰ পৰিবাৰক দেখিছো একেবাৰে কেঁচা নহয়। ইয়াৰ পিছত সৰু ছোৱালী বুলি অৱজ্ঞা কৰিবলৈ সাহস মোৰ নাই।

নিৰ্দেশ দিয়াৰ লগে লগে খালি গাত তেল ঘঁহিব ধৰিলো। সুধিলো, "বুঢ়ীমায়ে কি কৰিছে?"

ছোৱালীৰ মেজাজ সকলো সময়তে গৰম হৈ আছে। কলে, "কি আৰু কৰিব, বন্ধা-বঢ়া কৰিছে। তোমালোকৰ দৰেতো নহয় যে ঘূৰি ফুৰিব।"

কোৱাৰ লগে লগে খচ্‌কৈ ওৰণিৰ তলৰ পৰ, এটি শব্দ আহিল। বুজিলো, কেঁচা বগৰী চোবাইছে।

কিন্তু ইমান ভৎসনা কিয়? বকনি প্ৰহ্লাদক নহয়তো? মুখখন দেখা পোৱা নাই। উত্তৰ দিব গলে চম্ভলা টান হব। হাজাৰ হলেও বুঢ়ীমাৰ বোৱাৰীতো!

কিন্তু সঁচা কোনটো? এই ওৰণি, নে শাসন? বোধহয় উভয়ে। সেয়া

হওক, ওৰণি আৰু শাসনৰ ৰূপ কেনে বিচিত্ৰ। বৈচিত্ৰ্যৰ সন্ধানত ফুৰো মই, ঘৰৰ ওচৰে পাজৰে যে কিমান বৈচিত্ৰ্য, সেয়াতো দেখা নাই। আচলতে চাব নেজানো, সেইকাৰণেই নেদেখো।

ভয় ভয়কৈ সুধিলো, "তোমাৰ নাম কি?"

বগৰী মুখত ভৰাই লৈ থকা মুখখন এবাৰ দেখা পালো। দেখিলো ডাঙৰ ডাঙৰ চকুদুটি। চকুত সেই একে শাসনৰ আভাস। ভাব, বোৱাৰীৰ আকৌ নামৰ দৰকাৰ কি?

ওৰণিৰ তলৰ পৰাই উত্তৰ দিলে, "কি আকৌ, ছিৰিমোতি বেৰজোবালা দেবী।" অৰ্থাৎ শ্ৰীমতী ব্ৰজবালা দেবী। হওক ছোৱালী, তথাপিওতো ব্ৰজবালা বুলি মাতিব নোৱাৰো। মনে মনে হাঁহি কলো, "আচ্ছা, তোমাক মই বাৰু নবৌ বুলি মাতিম, কি কোৱা?"

"নবৌ!" আচৰিত হৈ ওলোৱা অস্ফুট এটি শব্দ শুনা গ'ল। তাৰ পিছত হাঁহি। প্ৰথমে নিঃশব্দে, তাৰ পিছত খিলখিলাই হাঁহিৰে তম্বু ভৰাই দিলে। বুজিলো মোৰ কথাই তেওঁক খুব আনন্দিত কৰিছে। হাঁহি হাঁহি হঠাতে গম্ভীৰ হৈ কলে, "ওঁ, কৰা।"

ইতিমধ্যে ওৰণি মূৰৰ মাজত বৈছেহি। পিচমুহূৰ্ততে আন ভাব। চকু দুটি মেলি সৰু সৰুকৈ কলে, "ইয়াত এগৰাকী কৃপণ বুঢ়ী আছে, জানা। তোমাৰ পৰাও পইচা বিচাৰিব। সকলোৰে ওচৰত বিচাৰে। সকলোৱে কৈছে বুঢ়ীৰ হাতত বোলে বহুত পইচা আছে। তুমি নিদিয়া যেন।"

কলো, "হয় নেকি?" গম্ভীৰ ভাব দেখুৱাই কলো, "কেতিয়াও নিদিওঁ।"

এইবাৰ ওৰণিখন কান্ধত পৰিছেহি। ব্ৰজবালাৰ সেইফালে খবৰেই নাই। বোধহয় ইমান সময়ৰ মূৰত এজন সঙ্গী পাইছে। এতিয়া তেওঁৰ কথা শেষ হোৱা নাই। পুনৰ কবলৈ ধৰিলে, "জানা, ইয়াতে এগৰাকী ধুনীয়া বোৱাৰীও আছে। কি চকু মুখ! মোতকৈও চুলি বহুতো বেছি। সেই বোৱাৰী-গৰাকীয়ে কাৰো লগত কথা নেপাতে। কিয় জানা?"

"উহুঁ, নেজানো।"

ব্ৰজবালাই কৰুণ ভাবে কলে, "নেজানাতো। তেওঁৰ স্বামী বোলে দহ বছৰ আগতে সন্ন্যাসী হৈ ওলাই গৈছে। সেই কাৰণে দেৱৰেকৰ

জগত ইয়ালৈ আহিছে। ইয়ালৈ দেশৰ সকলো সাধু আহে নহয়। যদি বিচাৰি পায় তাৰেই চেষ্টা কৰিছে।”

কোন সেই নিৰ্বাক ধুনীয়া বোৱাৰী তেওঁক দেখাও নাই তেওঁৰ বিষয়ে একো নেজানো। ‘হয় নেকি’ৰ বাহিৰে ব্ৰজবালাক বাৰু কি বুলি কব পাৰো স্বাভাবিকতে গহীন হৈ কলো, “হয় নেকি।”

ব্ৰজৰ সক মুখখনত বিচিত্ৰ বেদনা আৰু বিস্ময়ৰ অভিব্যক্তি। কলে, “ওঁ, মই দেখিছো যে। বাৰু কেতিয়াবা মই তোমাক মনে মনে দেখুৱাই দিম।”

মনে মনে চোৱাতো যে কিমান বুদ্ধিমানৰ কথা হব নাজানো। এতিয়া কব লগা হ’ল, “বাৰু।”

কিন্তু ব্ৰজবালাৰ কথা তেতিয়াও শেষ হোৱা নাই। ৰামধনুৰ ৰঙৰ খেলা তেওঁৰ চকুৱে মুখে। এতিয়া এক ৰঙ, অলপ পিছত অন্য ৰঙ। হঠাতে দেখিলো তেওঁৰ মুখত ভয়ৰ চিন। কলে, “জানা ইয়াত চোৰৰ খুব উপদ্ৰব।”

ব্ৰজবালাৰ আকৌ কি চুৰি হ’ল? “জানা, আজি খুব ৰাতিপুৱাই সকলোৱে চোৰ এটা খেদিছিল। ছোৱালী চোৰ।”

ছোৱালী চোৰ? কি আচৰিত। ইমান গূঢ় সংবাদ ব্ৰজবালাই কেনেকৈ সংগ্ৰহ কৰিলে? এয়াতো ৰীতিমত খবৰৰ কাগজৰ ৰিপো-ৰ্টাৰতকৈয়ো টান কাম। সুধিলো, “ছোৱালী যে চোৰ কেনেকৈ জানিলা?”

ডাঙৰ ডাঙৰ চকু দুটি মেলি কলে, “ওঁ, সকলোৱে কৈছে। তাৰ উপৰি, তেওঁ আকৌ আহিছিল। দেখা নাই, পুবফালৰ বেৰাখন বহু-খিনি ভাঙি গৈছে। ৰাতিপুৱা সেই ফালেৰে সোমাব খুজিছিল, এজনক দেখা পোৱাত পাই গৈছিল।” মাতটো আৰু সক কৰি ব্ৰজবালাই কলে, “ছোৱালীজনী বোলে বেয়া। তাইক ধৰিব পাৰিলে বোলে পুলিচত দিব।”

ডবল চিৰিয়াচ হোৱা যায় নে নাযায় কব নোৱাৰো। মই মোৰ মাতটো আচৰিত ৰকমে উলিয়াই কলো, “হয় নেকি?”

ব্ৰজই তেওঁ সক সুন্দৰ মুখখন বেঁকা কৰি কলে, “ওঁ।”

পিচমুহূৰ্ত্তেতে ব্ৰজবালাৰ চকু দুটি হঠাতে জ্বলি উঠিল। কলে, “শুনিছা। সেই ছোৱালী চোৰ গৰাকীক মই নিজ চকুৰে দেখিছো।

খু-উ-ব সুন্দৰ। গাৰ বগু বগা। এগৰাকী নহয়, তেনেকুৱা বহুতো আছে।। বুঢ়ী মায়ে কৈছে, সিহঁতে বোলে ল'ৰা-ছোৱালীও বোলে চুৰ কৰে।"

মই কপালত চকু তুলি কব লগা হ'ল, "সৰ্বনাশ।" তাৰ পিচত কলো, অলপ যেন স্বস্তিৰ নিশ্বাস পেলায়, "যাওক বাৰু, যাৰ ল'ৰা-ছোৱালী নিয়ে নিব। তোমাৰতো ল'ৰা-ছোৱালী নাই।"

ব্ৰজবালাৰ ওঁঠ দুটি ফুলি উঠিল। ওৰণিখন অভিজ্ঞ বোৱাৰীৰ দৰে টানি ললে। কি ভাগ্য, মুখখন ঢকা যোৱা নাই। দুঃশ্চিন্তাভৰা ডাঙৰ চকু দুটি মেলি কলে, "ভাবনা নহব কিয়? তোমাৰ দাদাই কৈছিল, "তেওঁকো বোলে চুৰি কৰি লৈ যাব পাৰে।"

মোৰ দাদা। মানে প্ৰহ্লাদ? ওঁ, ব্ৰজবালাক যেতিয়া নবৌ বুলিছো প্ৰহ্লাদতো মোৰ দাদা হবই। কিন্তু কেনে অকপট হৃদয় ব্ৰজৰ! কেনে অকুণ্ঠ বিশ্বাস! কেনে অপৰূপ ভঙ্গী তেওঁৰ! কোনে কব, এয়া এক বালিকা বোৱাৰী। হাঁহি উঠিল। কিন্তু হাঁহিব নোৱাৰিলো। হাঁহিলে অনৰ্থ ঘটিব পাৰে।

সঁচাকৈয়ে প্ৰহ্লাদতো অকল তেওঁৰ গিৰিয়েক নহয়, তেওঁ যে ল'ৰাও। ব্ৰজৰ খেলাঘৰৰ ল'ৰা, ব্ৰজৰ হৃদয় আগুৰি থকা ল'ৰা। ব্ৰজৰ সংসাৰৰ একমাত্ৰ ল'ৰা। হলেই বা তেওঁ গাজাখোৰ। ব্ৰজবালাৰ সৰু হৃদয়ত ভাবনাৰ শেষ ক'ত!

কেনে বিচিত্ৰ সংসাৰ! আৰু ধন্য প্ৰহ্লাদৰ ৰসজ্ঞান। সি তাৰ এই নাবালিকা প্ৰিয়াক কি বুলি কৈ, এনেকুৱা এক অসহায় ভাবনাত পেলাইছে।

কলো, "তোমাৰ ইমান চিন্তা কিহৰ? মইতো আছো।"

বুকু ফুলাই কোৱা নাই। খালি গাত তেল ঘহোঁতেই এনেয়ে অলপ টান হৈছিল। কিন্তু ব্ৰজ নবৌয়ে মোৰ কথাত ভৰসা পালে বুলি ভাব নহ'ল। কেৰাহীকৈ এবাৰ চালে। চকুত সংশয়। বগৰী এটা কামুৰি সুধিলে, "বিয়া কৰাইছা?"

হঠাতে বিয়াৰ কথা! কলো, "কিয়?"

ব্ৰজবালাই কলে, "অবিবাহিত ল'ৰাবোৰৰ ভয়টো বেছি, জানা?"

নাজানোনে? কিন্তু ব্ৰজই যিখিন জানে, সেয়া আকৌ মই

নাজানিছিলো। দেখিছো যিমান, আচৰিত হৈছো সিমানে। ব্ৰজৰ যৌবনৰ সোণৰ কলিৰ পাপৰি এতিয়া মেলা নাই। সংসাৰৰ বোজা মূৰত লৈ, সন্তৰ্পণে ভৰি টিপি আগবাঢ়িছে দেশৰ চিৰকালৰ ছোৱালীৰ প্ৰতিনিধি সেই ছোৱালীজনী, কিন্তু ইয়াৰ মাজতে প্ৰস্ফুটিত হৈ উঠিছে ব্ৰজবালাৰ মাধ্যমত। ভৱিষ্যতৰ বিৰাট সম্ভাৱনা তেওঁৰ চৰিত্ৰৰ মাজত। সংসাৰৰ ফুল আৰু ফল তল পৰি আছে এই চৰিত্ৰৰ মাজত। চৰিত্ৰইতো ৰূপ। সেই ৰূপেইতো চৰিত্ৰ। ঘৰ-বাৰী, খেতি-পথাৰ সকলো চম্ভালি লোৱাৰ সংগ্ৰামী প্ৰবৃত্তি। সেয়াইতো আদিম প্ৰবৃত্তি।

ব্ৰজ বালিকা। সেয়া মই জানো। তথাপিও সংসাৰৰ ভাল বেয়া বুজাৰ মাজত তেওঁৰ পাপ ক'ত? অকালপক্কতা? কিন্তু তাৰেইতো তেওঁৰ সংসাৰৰ আৰম্ভণি। স্কুললৈ যে তেওঁ যাব পৰা নাই, সেয়া জাতিৰ দুৰ্ভাগ্য। ব্ৰজতকৈ সবলা কোন আছে? দিল্লী চেক্ৰেটেৰিয়েটৰ পৰা গাৱঁৰ পুৰুষজনলৈ ব্ৰজবালাহঁত নহ'লে যে সংসাৰ নচলে।

ব্ৰজক আশ্বাস দি কলো, "বিয়াৰ কথা কৈছা? সেই কামতো মই কেতিয়াবাই কৰি থৈছো। সেই ছোৱালী-চোৰে মোক একো কৰিব নোৱাৰে।"

কলে, 'সঁচাই কৈছা?'

হাঁহি কলো, 'মিছা বুলি ভাবিলা?'

ব্ৰজই গম্ভীৰ হৈ কলে, 'কব নোৱাৰি। আজি-কালিৰ ল'ৰাবোৰে বিয়া কৰোৱাৰ বয়সতো বিয়া নকৰায়। তোমাকো চকুৱে চকুৱে ৰখাৰ দৰকাৰ। হঠাতে কি হৈ যায় কোনে জানে? একো ক'ব নোৱাৰি।

ব্ৰজৰ শঙ্কিত চকুৰ ফালে চাই হাঁহি ৰাখিব নোৱাৰা হলো। মনে মনে কওঁ, সেয়াই ভাল। গোটেই মেলাতে খু-উ-ব ধুনীয়া ধুনীয়া ছোৱালী-চোৰবোৰ ল'ৰা ধৰাৰ চেষ্টাত আছে। তাৰ মাজত, ব্ৰজৰ চকুৱে চকুৱে থকাতকৈ নিশ্চিন্ততা আৰু কি আছে!

তথাপিও কলো, 'কিয়, তোমালোক জানো আজি-কালিৰ ল'ৰা-ছোৱালী নহয়?'

তেওঁৰ কোচত বহুত বগৰী। এটাত কামোৰ দি গম্ভীৰ হৈ কলে, 'হলেইবা।' তাৰপিছত বগৰীটো মুখত ৰাখিয়ে সৰু মাতেৰে কলে, 'তোমাৰ দাদাতো ভাল মানুহ নহয়। বেমাৰত ভুগি আছে, তথাপিও

নিচা কৰে। যদি আৰু কিবা কৰে, সেই কাৰণেই বুঢ়ীমায়ে আগতে বিয়া পাতি দিছে। পুৰুষ মানুহতো।'

পুৰুষ মানুহতো! এই কলঙ্ক আমাৰ নাগুঁৰিল। যেন গোঁফৰ ৰেখা ওলোৱাৰ লগে লগে দিনে-নিশাই অঘৰী। বুকুৰ ভিতৰ গুজৰি গুমৰি উঠে। হঠাতে মা-দেউতা আইতা চমকি উঠিল। কাৰণ? ল'ৰা যে পাগল হৈছে। পাগল কি কাৰণে হৈছে? তুহুঁ মম শ্যাম সমান। এনেতে এগৰাকী ব্ৰজবালক আনি সাতপাক ঘূৰাই দিলে। ইয়াৰে আদি নাম মৃত্যু। ডেকাৰ সকলো বলিয়ালি শেষ। তেতিয়া ব্ৰজবালা অকলেই এশ!

কথাষাৰ আজি গোটেই সঁচা নহলেও আংশিকভাবে সঁচা, যুগে যুগে ৰূপ সলাইছে। কিন্তু ছোৱালীবোৰৰ ক্ষেত্ৰত? সেই তৰ্ক কৰিম কাৰ লগত? প্ৰহ্লাদ যে জলন্ত প্ৰমাণ। ব্ৰজৰ ওচৰত হাৰ মনাৰ বাহিৰে উপায় নাই। তথাপিও কলো, 'তেওঁ এতিয়া একো নকৰেতো?'

দপ্‌কৈ ব্ৰজবালা জ্বলি উঠিল। সেইজনীতো ছোৱালী। ওৰণি খহি গৈছে। দুলি আছে বেণী। যেন দপ্‌দপাই জুইহে জ্বলি আছে। বগৰী খাবলৈ পাহৰি গ'ল। কলে, 'কৰক না, চাই লওঁ।'

ব্ৰজৰ মূৰ্ত্তি দেখি মোৰ ভয় লাগি গল। এই সৰু ছোৱালীজনীৰ ইমান আত্মসম্মানবোধ! অনাচাৰত ইমান ঘৃণা!

মোৰ মনত বিস্ময় জাগিল। ক'লো, 'যদি কৰে?'

যদি কৰে? ব্ৰজই স্থিৰ দৃষ্টিত মোলৈ চাই ৰ'ল। অসহায় খঙত ওঁঠ বেঁকা কৰি দিলে। তীক্ষ্ম কণ্ঠেৰে কলে, 'ইহ্। কৰকছোন।'

জোকাবলৈ কলো, 'তথাপিও যদি কৰে?'

ব্ৰজৰ চকু ৰঙা হৈ পৰিল। গোটেই মুখমণ্ডলো ৰঙা হৈ পৰিল। নিশ্বাস দ্ৰুত। হঠাতে যেন ফণা মেলিলে। কলে, 'তেতিয়া মই গুচি যামগৈ।'

আচৰিত হৈ কলো, 'কলৈ?'

দেখিলো, ব্ৰজৰ দুই চুকুত পানী! অশ্ৰুৰুদ্ধ মাতেৰে কলে, 'যলৈকে মন যায়, গুচি যামগৈ।'

মই লাজ আৰু দুখত সৰু হৈ গলো। মনে মনে স্ফূৰ্ত্তি কৰিব খুজিছিলো। সৰু ছোৱালী বুলি ভাবি তেওঁৰ সৰু হৃদয়ৰ লগত খেলা

কৰিব খুজিছিলো। কিন্তু সেই খেলা যে ইমানখিনি হব সেয়াতো ভবা নাছিলো। আকৌ কওঁ,

জনম অবধি হম ৰূপ নেহাৰলুঁ
নয়ন না তিৰপিত ভেল।

বাল্যবিবাহৰ সপক্ষে মোৰ যুক্তি নাই। কিন্তু যি দেহলতাত ফুল ফুলা নাই, তেওঁৰ হৃদয়ত ফুলিছে ভালপোৱাৰ পদুম। কোনে অস্বীকাৰ কৰিব, এই সৰু ছোৱালীজনীয়েই—এই প্ৰহ্লাদে ব্ৰজৰ প্ৰাণেশ্বৰ হৈছে। সেই কাৰণে ইমান খং, ইমান দুখ, ইমান চকুপানী।

নিজকে ধিক্কাৰ দি খৰধৰকৈ কলো, 'এয়া তুমি কান্দিছা কিয়? মই এনেয়ে কৈছিলো। সেয়া জানো হব পাৰে? এনেকুৱা সুন্দৰ নবৌ।'

চকুপানীৰে ভৰি অহা চকুদুটিৰে মৌলে এবাৰ ব্ৰজই চাই মুখ ওভোটাই লৈ চকু পানী মচি পেলালে। মই হাঁহি কলো, 'তুমি একেবাৰে সৰু ছোৱালী নবৌ। তোমাৰ নিচিনা ছোৱালীক জানো কোনোবাই ঠগাব পাৰে?'

মেঘ আঁতৰিল। ব্ৰজৰ মুখত হাঁহি। অলপ লাজ পাইছে।

তেওঁৰ মন ঘূৰাবলৈ কলো, 'কুম্ভমেলালৈ কিয় আহিলা?'

ব্ৰজই স্পষ্ট ভাবে কলে, 'তেওঁৰ কাৰণে।'

তেওঁৰ কাৰণে, অৰ্থাৎ প্ৰহ্লাদৰ কাৰণে। কলো, 'কিয়?'

ব্ৰজই কলে, 'বুঢ়ীমায়ে কলে।'

'কি কলে?'

অলপ সময় ব্ৰজ মনে মনে ৰ'ল। হাতদুখন নিজৰ কোলাত। মনৰ ওৰণি টানি লৈছে। ওৰণি টানি টানি থাকিবলৈ বোধহয় ভাল লাগে। কলে, 'কি আকৌ সঙ্গমত গা ধুব লাগে আৰু...'

'সঙ্গমত গা ধুব লাগে। আৰু—?'

'তেওঁৰ যেন বেমাৰ ভাল হৈ যায়গৈ। মতি-গতি ভাল হয়। তেওঁৰ যেন এশবছৰ পৰমায়ু হয়।'

ব্ৰজবালা কেনে গম্ভীৰ গহীন। কিমান গহীন তেওঁৰ কণ্ঠ, তেওঁৰ যিমান হাঁহি সিমান খং। ততোধিক গাম্ভীৰ্য্য। ব্ৰজবালা সৰু ছোৱালী আৰু সমাজ আমাৰ অজস্ৰ কুসংস্কাৰেৰে ভৰ্তি। অভিলাস আৰু

অভিপ্ৰায় লৈ আমি কেতিয়াবা পৰো বন্ধ পানীত, কেতিয়াবা যাওঁ অন্ধকাৰলৈ।

কিন্তু ক'ত ব্ৰজবালা? বুঢ়ীমাকৰ পৰা জীৱনৰ পাঠ লৈ যি কথা তেওঁ কলে তাতে দেখো যে তেওঁ সৰু ছোৱালী নহয়, যুৱতী নহয়, বৃদ্ধা নহয়, ব্ৰজবেশিনী সেই মঙ্গলাচাৰিণী নাৰী। সুখ, দুখ, কামনা আৰু বাসনাৰে অতি সাধাৰণ আৰু অসাধাৰণ মানবী। তেওঁৰ সেই আদিম বাসনা। তাততো কুসংস্কাৰ নাই! কবিগুৰুৰ শেষ জন্মদিবসৰ উক্তি মনত পৰিছে, মানুহৰ প্ৰতি বিশ্বাস হেৰোৱা পাপ। সেই বিশ্বাস কোনোদিন মই হেৰুৱা নাই। সেই মানুহৰ এক বিচিত্ৰ ৰূপ লৈ মোৰ সন্মুখত ব্ৰজ।

মুহূৰ্ত্তৰ কাৰণে মোৰ মন আবেগত আপ্লুত। ৰূপমুগ্ধ হৃদয় বোবা হৈ গ'ল। মানুহ বিচৰাৰ ছলেৰে বিচাৰো মন। সেয়া মনত নাই। ৰূপসাগৰত ডুব দি চাওঁ যে হৃদয়কুম্ভ হেৰাই গৈছে। সেয়া কেনে মন?

আহিছিলো অমৃতৰ সন্ধানত। তম্বুত পালো ব্ৰজবালাক। বালিকা বোৱাৰী। মুখত কিন্তু তেওঁৰ পুৰণ কথা। মোৰ মনত কুসংস্কাৰ নাই। নতুন সংস্কাৰবাদী মোৰ নগৰীয়া মনৰ নকৈ খন্দা পুখুৰীৰ পানীত অন্য এক পানীয়ে বানপানীৰ সৃষ্টি কৰিলে। এই পৰম বিস্ময় আৰু আনন্দ ঘৰ এৰি অহা মনৰ অনুভূতিৰ মোনাত তেওঁ ভৰাই দিলে। মোৰ পথৰ সঞ্চয় আৰু লাভৰ মোনা।

হঠাতে তম্বুৰ পিছৰ পৰা চিঞৰ এটা শুনা গ'ল, 'বেৰজো, কলৈ গলি?'

বুজা গল বন্ধা-বঢ়াৰ স্থান তম্বুৰ পিছত। একাধিকবাৰ হেতাৰ ঘটং ঘটং শব্দ শুনা গৈছে। ব্ৰজ জপিয়াই উঠিল। কলে, 'কি কৈছে?'

কৈয়েই বগৰীত কামোৰ। বগৰী দেখিছো তেওঁৰ প্ৰিয়।

'তেলৰ বটলতো ক'ত?'

চমকি উঠি ব্ৰজৰ মুখৰ পৰা এটি শব্দ ওলাল 'মা।' কৈয়েই গালত হাত। মোৰ অৱস্থাও তথৈবচ! গোটেই দেহত মোৰ তেল সনা! যদি সোমাই আহে লুকুৱাবৰ কোনো উপায় নাই।

ব্ৰজ ভীত, কিন্তু ওঁঠত হাঁহিৰ জিলিঙনি। চিঞৰি কলে, 'তেলৰ বটল? মইতো নাজানো।'

কৈয়ে ব্ৰজৰ মুখত হাঁহি। মোক কলে, 'সোনকালে পলোৱা।' গামোছা গাত ললো। ব্ৰজই থাউকতে তেলৰ বটলতো শাৰীৰ আঁৰত লুকুৱাই লৈ নোহোৱা হ'ল। কলৈ গ'ল সেয়া তেওঁহে জানে। সৰু ছোৱালী। পোমালি তেওঁৰ যাব কলৈ! দেৱৰেকৰ লগত খেল পাতিছে। আকৌ আহি সৰু সৰুকৈ কলে, 'মোৰ পিছে পিছে আহা। পানীৰ কলটো দেখুৱাই দিওঁ।'

ব্ৰজৰ পিছে পিছে গলো।

আশ্ৰম প্ৰাঙ্গণ শূন্য। বহু পলম হৈছে। এই বেলাৰ কাৰণে অনুষ্ঠান শেষ হৈছে। পানী-কললৈ আহি দেখো যে কল নাই। এজাক মহিলা। মৌমাখিৰ দৰে আগুৰি আছে। পানীকল এতিয়া নাৰীবাহিনীৰ হাতত। ভাল ল'বাৰ দৰে অপেক্ষা কৰাৰ বাহিৰে উপায় নাই। নহলে গঙ্গালৈ যাব লাগিব।

আনফালে আকৌ বুঢ়ীমা'ৰ মাত শুনা গৈছে—'ইয়াতে তো বটলতো আছিল। কি যে চোৰৰ ঠাই! এনেকুৱা হলেতো গাৰ কাপোৰও খুলি নিব।' মনে মনে ভাবিলোঁ সেয়া জানো সম্ভৱ! সেই কামতো মাত্ৰ এজনেই কৰিব পাৰিছিল। গোপিনীসৱৰ বস্ত্ৰ হৰণ কৰা যিজনৰ অভ্যাস আছিল।

কিন্তু মনৰ ৰসিকতা মনতে থাকিল। কাণলৈ আহিল, 'তই জান বেৰজো?'

ব্ৰজ ধৰা পৰিলে ময়ো পৰিম। ব্ৰজই ভালমানুহৰ দৰে কলে, 'উহু, মইতো নাজানো। মই বাৰু বিচাৰি চাওঁ।'

বুঢ়ীমায়ে কলে, 'চাবি ক'ত? মোৰ আৰু ভজাখিনি নহৰ। কেনে সাংঘাটিক ঠাই। পাপীহঁতৰ পাপৰ ভয়ো নাই। এই তীৰ্থক্ষেত্ৰৰ ঠাই জাগ্ৰত ঠাকুৰৰ ঠাই!'

ময়ো কওঁ, 'যিজনে নিছে…'

সেই মুহূৰ্ত্তে শুনা গ'ল, 'পাইছোঁ মা!'

'ক'ত পালি?'

'এই চৌকাৰ কাষতে।'

'কতা, মইতো দেখা নাপালো।'

দেখা পাবা কেনেকৈ? ব্ৰজবালাই যে যাদু জানে। সেই খবৰতো

বুঢ়ীমায়ে ৰখা নাই। পানী-কলৰ মহিলাসকলেও কথাটো লক্ষ্য কৰিছিলো। এগৰাকী বিৰাট চেহেৰাৰ বিধবাই তেতিয়াই কথাটো দাঙি ধৰিছিল। এইবাৰ এজনক সাক্ষী কৰি কলে, 'বুঢ়ীৰ মাতটোও বেয়া, ইফালে চকু বেয়া তাকে নকয়। দেখিলাতো আশ্ৰমৰ সকলোকে চোৰ বনাই দিলে বুঢ়ায়ে!'

কিন্তু কোনোৱে কথাৰ উত্তৰ নিদিলে। পানী নহলে নচলে। সকলোৱে তাতে ব্যস্ত। ঘটনাটো লৈ পিছত মেল বহিব।

কিন্তু মানুহ গৰাকীএৰি দিয়াৰ পাত্ৰী নহয়। মুখৰ এটি বিচিত্ৰ ভঙ্গী কৰি কলে, 'মোক এবাৰ কোৱাহেঁতেন, মুখ খুন্দিয়াই দিলোহেঁতেন।'

কৈ পুনৰ ভিতৰ ফালে চালে। উদ্দেশ্য, তেওঁ কোৱা কথা কোনোবাই শুনিছে নে নাই। অৰ্থাৎ গ্ৰাহ্য হ'ল নে নাই!

এজন তেওঁলৈ চাই আছিল। এগৰাকী প্ৰৌঢ়া সধবা। তেওঁকে কলে, 'আচ্ছা তুমিয়ে কোৱাছোন……'

গণ্ডগোল। একেবাৰে গণ্ডগোল। সধবাই শান্ত কণ্ঠেৰে কলে, 'ক'তা আপোনাকতো একো কোৱা নাই। সঁচাকৈয়ে চোৰৰ যে এনে দৌৰাত্ম্য। সেইখিনিতো কবই।'

যায় ক'ত! পোৱা গৈছে। বিৰাট চেহেৰাৰ মানুহজনীয়ে চিঞৰি উঠিল, 'কেনে কথা, তেলৰ বটল থাকিল চৌকাৰ ওচৰত আৰু আমাক কৰিব চোৰ। এয়া যে চোৰৰ সাক্ষী!'

অৱস্থা আয়ত্তৰ বাহিৰলৈ যোৱাৰ উপক্ৰম। ইয়াত কোনো মধুসূদনেও ওকালতি কৰিবৰ সাহস নকৰে। যি দেখিছোঁ গঙ্গালৈকে যাব লাগিব।

এনে সময়তে এক যুৱতী-কণ্ঠ, 'মাহী, তোমাৰ ভাজিখন যে দেই গ'ল।'

'দেই গ'ল? বাপ্‌ৰে!' বুলি কৈয়ে মানুহজনী কললৈ আগবাঢ়িল। বহুতেই ঠেকা খালে। কিন্তু সকলোৱে ইজনে সিজনৰ মুখলৈ চাইয়ে ক্ষান্ত থাকিল। বুজিলো, মানুহ গৰাকীৰ আত্মপৰিচয়ত ইতিমধ্যে আশ্ৰমত এখন বিশিষ্ট স্থান অধিকাৰ কৰি লৈছে। সেয়া সকলোৰে চকুৰে মুখে পৰিস্ফুট।

বুঢ়ীমাৰ ৰন্ধা অকল সুমধুৰে নহয়; কুম্ভমেলাৰ এই বালিচৰত, ৰন্ধাকাৰৰ যে এনেকুৱা অবিস্মৰণীয় নিৰামিষ খোৱা কপালত মিলিব

সেয়া কল্পনাও কৰা নাছিলো। বোধহয় ইয়াকে কয়, ভগবানে যেতিয়া কাৰোবাক দিয়ে তেতিয়া ঢালি দিয়ে। তীৰ্থক্ষেত্ৰত এনেকুৱা খোৱা? ইয়াত বাৰে মাহে থাকিবলৈ প্ৰস্তুত আছো।

কিন্তু প্ৰহ্লাদ এতিয়াও উভতি অহা নাই। বুঢ়ী মাও চিন্তিত হৈ পৰিছে। ব্ৰজবালাও।

আহাৰৰ পিছত বিশ্ৰাম। যোৱা দুৰাতিৰ ক্লান্তিয়ে মোক এই দিন দুপৰতে একেবাৰে গ্ৰাস কৰি পেলালে।

কিমান সময় শুইছিলো কব নোৱাৰো। সাৰ পাই দেখো অন্ধকাৰ। অনুমান কৰিলো, কোনো নাই। মেলাৰ গোলমালৰ লগত আশ্ৰমৰ গীতো কাণলৈ ভাঁহি আহিল। পৰ্দ্দা দাঙি চাই দেখো যে আশ্ৰম প্ৰাঙ্গণ জনসমুদ্ৰ। নাৰী, পুৰুষ আৰু শিশুৰ মেলা। পোহৰৰ শাৰীবোৰ জ্বলি উঠিছে। হাঁহি, কথা আৰু গানেৰে চাৰিওফাল মুখৰিত।

ভাব হ'ল, হয়তো বহুতো কিবাই দেখা নাপালো। খৰধৰকৈ উঠি কাপোৰ-কানি পিন্ধি ললো। ৰাতিৰ সেই ঠাণ্ডা পুনৰ ওলাইছেহি। এতিয়াৰ পৰাই হাড়ৰ কঁপনি উঠিবলৈ আৰম্ভ কৰিছে।

বাহিৰলৈ ওলাই আহি থমকি ৰলো। আশ্ৰমৰ গেটৰ সন্মুখত পোহৰৰ চিকমিকনি। সেই পোহৰ অকল পোহৰে নহয়, নাৰীৰ ৰূপৰ পোহৰ। পৃথিৱীত যে ইমান ৰূপও থাকিব পাৰে সেয়া জনা নাছিলো।

কাণত পৰিলহি, কোনোবাই যেন কৈছে, 'এয়া, ৰামজীদাসী আহিছে।'

সেই খবৰ চাৰিওফালে বিয়পি গ'ল। আহিছে ৰামজীদাসী, ব্ৰহ্মচাৰিণী। যিসকলে জানে আৰু যি সকলে নাজানেও, সকলোৰে চকুত অপাৰ বিস্ময় আৰু কৌতূহল।

যেনেকৈ ঠিয় হৈ আছিলো, তেনেকৈয়ে ৰলো।

ৰূপ যে কেনেকুৱা অৱকাশ নৰ'ল।

অন্তহীনভাবে মনৰ ভিতৰত বীণাৰ শব্দৰ দৰে গুণ্‌গুণনি চলি থাকিল। চকুৰ দৃষ্টি নীলা আকাশৰ বুকুত নিবদ্ধ আছিল। আদিম ৰহস্য-সন্ধানী মনে বাৰে বাৰে চাব খুজিছে কি আছে সেই নীলা আকাশৰ সিপাৰত। ভাবিলো, 'মূৰৰ ওপৰত খোল খাই গৈছে আকাশৰ সৌ সুনীল ঢাকনি।' মানুহৰ ৰূপ। মানুহ নহয়, মানবী, নাৰী।

ইমান ৰূপ! কেতিয়াও দেখা নাছিলো। এয়া জানো ব্ৰহ্মচাৰিণীৰ ৰূপ?

শুনিছো আৰু পঢ়িছো, নাৰীৰ ৰূপে সোণৰ সিংহাসন পৰ্য্যন্ত কঁপাই তুলিছে। ৰাজ্য ছাৰখাৰ কৰি দিছে। ৰাজধানী উৰুৱাই দিছে। প্ৰাণ নাশ হৈছে লাখ লাখ প্ৰজাৰ। বিদেশৰ উদাহৰণ নেলাগেই। নিজৰ দেশৰ পদ্মিনীৰ কথা জানো মনত নাই?

সেই ৰূপ জানো এনেকুৱা? সেই ৰূপ জানো ইয়াতকৈও বেছি? কোনে জানে? মৰ-জগতৰ ৰূপ-পাগল চকু আমাৰ। ৰূপ-ক্ষুধাত অম্লান আমাৰ দুচকুৰ দীপ্তশিখা। কোতোৱালে কৈছিল, হিমাচলৰ ছোৱালী। ঠিকেই, এয়াতো সূৰ্য্যচ্ছটাদীপ্ত বৰফশুভ্ৰ কাঞ্চনজঙ্ঘাৰ শৃঙ্গ।

ৰূপৰ বৰ্ণনা আৰু নিদিওঁ। কৌতূহল প্ৰকাশ নকৰাকৈ থাকিব নোৱাৰো। এয়া কেনেকুৱা ব্ৰহ্মচাৰিণী! প্ৰাচীন মখমলৰ দৰে শুভ্ৰ সূক্ষ্ম তেওঁৰ শাৰী। ৰূপালী ৰঙৰ পাৰি দিয়া। আধুনিকাৰ দৰে আচল এৰি দিছে। শৰীৰত অলঙ্কাৰ নাই। কিন্তু সুদীৰ্ঘ বেণী ক'লা সাপ এডালৰ দৰে পিঠিত ওলমি আছে। বয়স? অনুমানৰ ক্ষমতা কোন পুৰুষৰ আছে?

পদক্ষেপত তেওঁৰ ৰূপৰ অহঙ্কাৰ নাই। কিন্তু চকুত হলে সচেতন দৃষ্টি আছে। ওঁঠত তেওঁৰ মৃদু আৰু মনোমোহা হাঁহি। আকৰ্ণবিস্তৃত ক'লা চকুত বিচিত্ৰ পোহৰ।

তেওঁৰ পিছত বহুতো নৰনাৰী। এজন পুৰুষ লগে লগে আছে। পিন্ধনত চাকচিকুন কাপোৰ। মূৰত বগা পাগুৰী। হাতত সৰোদ।

ৰামজীদাসী মঞ্চৰ এটা কোণত গৈ বহিল। বাহু প্ৰসাৰিত কৰি আঠুকাঢ়ি মোহন্তক প্ৰণাম কৰিলে। ভস্মাচ্ছাদিত জটাধাৰী মোহন্ত। কৌপিন পিন্ধি আছে। নেত্ৰ ৰক্তবৰ্ণ। উভটিও নাচালে। শূন্যতে হাত দাঙি আশীৰ্ব্বাদ কৰিলে।

আকাশত চন্দ্ৰ উঠিছে। যুৱায়া নহয়, ক্ষয় যোৱা কাঁহীৰ দৰে। পাতল কুঁৱলী চাৰিওফালে। যেন পাতল ধোঁৱাই মেলা ঢাকি পেলাইছে।

গোটেই মেলাতে মাইক আৰু জনতাৰ চিঞৰ-বাখৰ। চাৰিওফালে পোহৰ। দেখি অনুমান হয় যেন কোনোবা আধুনিক নগৰৰ পোহৰৰ কেন্দ্ৰতহে আছো। ৰঙা-নীলা পোহৰেৰে ইফালে সিফালে সজাইছেও।

আধুনিক বিপণিৰ চমকিত পোহৰ। অজস্ৰ ফুলৰ দৰে পোহৰেৰে সজাইছে গছবোৰত। আৰু এই বালিচৰৰ বুকুত হাডচন আৰু অষ্টিনৰ অভিজাত নগৰীয়া হৰ্ণ। বেঁছিকৈ মনত পেলাই দিলে নগৰক। আমাৰ আশ্ৰমৰ সন্মুখত কেইখনমান গাড়ী আহি ৰলহি। ভিন ভিন ৰঙা পোছাক আৰু ৰঙৰ মেলা আশ্ৰমৰ মাজত সোমালহি।

কোনো এগৰাকী মহিলা। শিকলি বন্ধা কুকুৰ এটিৰে নামি আহিছিল। হয়তো তেওঁৰ মৰমৰ পনি-টমি জাতৰ কোনো এটা স্নেহৰ জীৱ। বাধা দিলে। পহৰাত থকা সন্ন্যাসীয়ে তেওঁৰ পথ আগভেটি ধৰিলে। 'আশ্ৰম প্ৰাঙ্গণ অপবিত্ৰ নকৰিব মাইজী। কুকুৰৰ প্ৰবেশ নিষেধ।'

তেনেহলে? ৰঙেৰে বুৰাই ৰখা ওঁঠত বিৰক্তিৰ আভাস। তথাপিও যাব লাগিব। মৰমৰ জীৱটোক গাড়ীৰ ভিতৰত থব লগা হ'ল। তুলি দিব লগা হ'ল আয়নাৰ খিৰিকী। তাৰ পিছত ভিতৰলৈ সোমাই আহিল।

ছুট পিন্ধা ডেকাৰ দলেও ভিৰ কৰিছে। পকেটত হাত, চকুত বিস্ময় আৰু কৌতূহল। হাঁহি আৰু ইঙ্গিতপূৰ্ণ ব্যৱহাৰ।

মহিলা মহলতো গোলমাল। পঞ্জাবী মহিলাসকলৰ ৰঙীন ওড়নাৰ ফালেই জোৰ বেছি। কণ্ঠৰ বেছি তেজ। দুটি অবুজ ভাষাত কাজিয়া লাগিছে। বঙালী আৰু পঞ্জাবী।

কোনোবাই কৈছে, 'এই-বেটীয়ে কয় কি?'

প্ৰতিবাদ যি গৰাকী মহিলাই কৰিলে তেওঁৰ ভাষাও মই বুজি নাপাওঁ। লিখিম কেনেকৈ? সম্ভৱতঃ যি স্থানত বহিছে, সেয়া যে কোনো পিতৃপুৰুষৰ কিনা ঠাই নহয়, সেয়াই তৰ্কৰ বিষয়বস্তু। ইয়াৰ পিছৰ প্ৰসঙ্গ নিশ্চয়, গোটেই কুম্ভমেলাখন কাৰোবাৰ স্বামী নাইবা পুত্ৰই কিনিছে নে নাই, সেই বিষয়ে বিতৰ্ক।

শুনা গ'ল, 'কেনেকুৱা মাইকী মানুহ! আমাৰ ঘৰৰ ওচৰত থকা পঞ্জাবী মহিলা গৰাকীয়েতো এনেকুৱা কাজিয়া কৰা বিধৰ নহয়?'

কথাৰ মাজত অলপ পশ্চাদপসৰণৰ আভাস। চাই দেখিলো কলৰ পাৰৰ সেই বিৰাট চেহেৰাৰ মানুহজনী। বুজা গ'ল, তেওঁৰ ঘৰৰ ওচৰত থকা প্ৰবাসিনী পঞ্জাবী মহিলাৰ তুলনাত তেওঁ কেই ডিগ্ৰীমান ওপৰত

অৱস্থান কৰে। অৱশ্যে কাজিয়াত। কিন্তু এই পঞ্জাবী তীৰ্থযাত্ৰীণী তেওঁতকৈও উৰ্দ্ধত। বোধহয় জীৱনত এটা নতুন অভিজ্ঞতা সঞ্চয় কৰিব লগা হ'ল। দেখা গ'ল উত্তৰ প্ৰদেশৰ মহিলাও সমানে সমানে গৈছে।

মাইকত শুনা গ'ল, 'জাগ্ৰত ভগবান ইয়াত অধিষ্ঠিত। মাইজী আপোনালোকে ছুদিনৰ কাৰণে ভগবানৰ নাম লওক। সদায় ভগবানক সেৱা কৰক। কাজিয়া নকৰিব। ভগবান বিমুখ হ'ব। ৰাম দাসী ব্ৰহ্মচাৰিণীয়ে আপোনালোকক ভগবান শ্ৰীৰামৰ মহিমা শুনাব।'

কথা কলে হিন্দীত। উৰ্দু মিশ্ৰিত নহয়। অধিকাংশৰে বুজাত অসুবিধা নহ'ল।

গোলমাল কিছু পৰিমাণে শাম কাটিল। তানপুৰাত গুঞ্জন উঠিল। ছুহাত জোৰ কৰি ৰামজীদাসী বহিছে। নিমীলিত চকু। নাজানো কি আছিল সেই মুখত। কিন্তু ভাব হ'ল, সেই এখন মুখে গোটেইটো মঞ্চ পোহৰ কৰি ৰাখিছে। আকৌ কওঁ, সেই পোহৰ ৰামজীদাসীৰ ৰূপশিখা। এই ৰূপ শীতল পানীৰাশিৰ দৰে ফট্‌ফটীয়া নহয়। শান্ত গম্ভীৰ পানীৰ বুকুত ভাব-পাগলৰ অবগাহনৰ মাত নাই তাত। এক আচৰিত জ্যোতি, এক ছুৰন্ত দীপশিখা। কঁপিছে আৰু টিমিক-ঢামাককৈ জ্বলিছে। দৰ্শক আৰু শ্ৰোতা পুণ্যাৰ্থী নৰনাৰী এই দীপ-শিখাৰ পোহৰত আলোকিত। বিস্ময়-বিমুগ্ধ চকু। মুগ্ধ মনৰ মুখ।

মন হেৰাই গৈছিল ৰূপত। বাকৰুদ্ধ মনে এইবাৰ কথা কলে। সুদূৰ হিমাচলৰ, গুহাকন্দৰৰ ৰহস্যৰ দৰে ভাব হ'ল মোৰ এই ব্ৰহ্মচাৰিণীক দেখি।

ভিৰৰ পৰা দূৰলৈ আঁতৰি গলো। দূৰৈৰ পৰা চাম। অকলে অকলে মনে মনে চাম। বেৰৰ্ কাষলৈ গলো। ফটা কম্বল গাত লোৱা কিছুমান মানুহ গাতে গা লগাই আধা পোহৰ আধা এন্ধাৰত বহি আছে। লক্ষ্য কৰিলো মূৰ্ত্তিবোৰে মঞ্চৰ ফালেই চাই আছে। আৰু লক্ষ্য কৰিলো, ছুটামান গাজাৰ চিলিম, পাঁচুগোপালৰ ভাষাত সপ্তমী—ঘূৰিছে সকলোৰে হাতে হাতে। গালে মুখে ভস্ম। বুজিলো, সকলোৱে সাধু।

কোনোবা এজন সন্মুখেৰে গৈ আছিল। গাত খুন্দা লাগিল। দেখিলো কোটোৱাল। মাতিলো, 'কোটোৱালজী, সাধুজী।'

কোটোৱালে উভটি চালে, 'কোন? অ' অপুনি। ইয়াত কিয়, আগলৈ যাওকগৈ।'

কলো, 'নাই, দূৰৈৰ পৰাই চাম। দূৰৈৰ পৰাই ভাল দেখা পোৱা যায়।'

কোটোৱালে এবাৰ মঞ্চৰ ফালে চাই মুখ ঘূৰালে। নীৰৱ হৈ থাকিল এক মুহূৰ্ত্তৰ কাৰণে। নাজানো, ভুল দেখিলো নেকি। নে কুঁৱলীৰ এই খেলা। কোটোৱালৰ গোটেই মুখমণ্ডলত এক বিচিত্ৰ ভাবান্তৰ দেখা গ'ল। সেই ভাবান্তৰত তেওঁৰ মুখ গম্ভীৰ হৈ উঠিল। কলে, 'চাওক। হয়তো দূৰৈৰ পৰাই ভালকৈ দেখা যাব।'

আচৰিত। কোটোৱালে কথা কলে অথচ মোৰ মুখৰফালে নাচালে। সুধিলো, 'যায় কলৈ?'

এইবাৰ কোটোৱালে হাঁহিলে। কলে, 'সেই সৰ্বনাশী ওচৰে-পাজৰে ঘূৰি ফুৰিছে। তাই সুবাবো চেষ্টা কৰিছে আশ্ৰমৰ ভিতৰ সোমাবলৈ। সোমাব পৰা নাই। বেৰৰ কাষেৰে পশ্চিমৰ ফাললৈ গৈছে। চাওঁছোন কলৈ গ'ল। বেৰা ভাঙি ভিতৰলৈ সোমালে ৰক্ষা নাই। কাৰোবাৰ সৰ্বনাশ হৈ যাব পাৰে।'

সৰ্বনাশী! তেওঁ আকৌ কোন? কোটোৱালৰ লগে লগে গলো। সুধিলো, 'কোন সৰ্বনাশীৰ কথা কৈছে? কোন সৰ্বনাশী?'

কোটোৱালে কলে, 'নাজানে? দেখিছো একো খবৰ নাৰাখে। নাৰী চোৰ-বাহিনীৰ তাই ডাঙৰ চোৰ। সেইবোৰ নাৰী আমাৰ শাসনৰ বাহিৰত। সাংঘাতিক মাইকী মানুহ। পুলিচে ধৰি লৈ গলেও যে কেনেকৈ এৰা পৰে সেয়াহে আচৰিত।'

খবৰ অবশ্যে ৰখা নাই। মাথোন ব্ৰজবালাৰ মুখত শুনিছিলো। চাই দেখিছিলো, বেৰৰ বাহিৰেদি শ শ নৰনাৰী গৈ আছে। গৈছে পূবৰ পৰা পশ্চিমলৈ। উত্তৰৰ পৰা দক্ষিণলৈ। ইয়াৰ ভিতৰত সেই নাৰী-চোৰে কেনেকৈ যে বেৰ ভাঙি ভিতৰলৈ সোমাব বুজি নেপালো। তেওঁতো যাদুকৰী নহয় যে অদৃশ্য হৈ সোমাব।

কলো, 'ইমান মানুহৰ মাজত চুৰি কৰিব কেনেকৈ?'

কোটোৱালে বিচিত্র হাঁহি এটা মাৰি কলে, 'মানুহৰ মাজতেই তো তাই চুৰি কৰে। যিমান মানুহ, সিমান তাইৰ সুবিধা।'

পশ্চিমৰ বেৰাৰ ওচৰত আহি কোটোৱাল থমকি ৰ'লহি। বালিচৰৰ ভিৰ এইফালে অলপ কম। চাই থাকিল সেই ভিৰৰ ফালে। তাৰ পিছত মোক কলে, 'সেয়া চাওক, এটা মূৰ্ত্তি দৌৰি গৈছে। গঙ্গাৰ ফালে গৈছে। লক্ষ্য কৰিছেনে ?'

কোৱাৰ লগে লগে দেখা নাপালো। কেইটিমান মুহূৰ্ত্ত লক্ষ্য কৰিলো। চকুত পৰিল, সঁচাকৈয়ে ভিৰৰ মাজত অদৃশ্য হৈ পুনৰ দেখা গৈছে এটা মূৰ্ত্তি। নিঃসন্দেহে মাইকী মানুহ। দৌৰা কাৰণে বতাহত আচল উৰি গৈছে।

কোটোৱালে কলে, 'তাই যিসকলক চিনি পায়, সেইসকলক দেখিলেই পলায় অৱশ্যে, তাই পলোৱাৰ কথা কব পৰা নাযায়। এয়া যে দেখিছে গঙ্গাৰ ফালে দৌৰি গৈছে অলপ পিছত দেখিব পুনৰ তাই সন্তৰ্পণে কেম্পলৈ আহি আছে। আগৰ জন্মত বোধহয় চিতাবাঘ আছিল।'

হয়তো হয়। চোৰ, তাতে আকৌ নাৰী। ব্রজবালাৰ মুখত যি শুনিছো, তাতে চোৰ যুৱতী আৰু ধুনীয়াও। ৰহস্যৰ লগতে অলপ ৰসিকতাৰ কথাও স্বাভাৱিকতে মনলৈ আহে।

এনে সময়তে মাইকত কণ্ঠস্বৰ শুনি উভটি চালো। ৰামজীদাসীয়ে নিমীলিত চকু মেলিছে। তানপুৰাৰ লগত কণ্ঠ মিলাই গান গাব ধৰিছে, ৰাম, ৰাম ৰাম, ৰাম ৰাম ৰাম ৰাম। কেইবাৰমান ৰামজীদাসীয়ে একক কণ্ঠেৰে ৰাম নাম গাই গ'ল। কণ্ঠত কেতিয়াও সঙ্গীত জোৰকৈ শিকি গোৱাৰ নীৰস ছন্দ কাণত নাবাজিল। যেন গাঁৱলীয়া, ছোৱালীৰ মৃদু কণ্ঠৰ সুৰ। অলপ পিছতেই তেওঁৰ কণ্ঠৰ লগত কেইজনমান পুৰুষ আৰু ডুগৰাকী নাৰীয়েও কণ্ঠ মিলালে। এওঁলোক আকৌ কোন ? সুধিবৰ কাৰণে উভটি চাই দেখো যে কোটোৱাল নাই, আচৰিত! চকুত পৰিল, বেচ দূৰত বেৰাৰ বাঁহত আউজি অকলে এজন মানুহ ঠিয় হৈ আছে। কোটোৱাল বুলি ভুমুকি মাৰি চালো।

মানুহজনে অপলক দৃষ্টিৰে মঞ্চৰ ফালে চাই আছে। বোধহয়

সাধুই হব। অস্পষ্ট এন্ধাৰত ভাবা হ'ল এখন বগা মুখ। কুঞ্চিত ঘন দাড়ি সেই মুখত। ইমান শীতত্যে গাত মাত্র এখন গেৰুৱা কপাহী কপোৰ। চুলি কান্ধত পৰিছেহি। জটাৰ চিন নাই। ডিঙিত ৰুদ্রাক্ষৰ মালা।

মঞ্চৰ ফালে অকল দৃষ্টিয়ে নহয়, বোধহয় মনও আছিল। মই যে ভুমুকি মাৰি চালো প্রথমতে তেওঁৰ চকুত নপৰিল। কোটোৱাল নহয় দেখি উভটি আহিব খুজিলো।

হঠাতে বোধহয় সচেতন হ'ল। পৰিষ্কাৰ হিন্দীত সুধিলে, 'বাবুজী, আপুনি কি চাইছে?'

সঙ্কুচিত হলো। ভুমুকি মাৰি চোৱাটো বোধহয় উচিত হোৱা নাই। কলো, 'মই এজনক বিচাৰিছিলো। ভাবিছিলে', আপুনিয়ে তেওঁ বুলি।'

সাধুজনে হাঁহিলে। হাঁহিত অলপ উত্তেজনাৰ আভাস। অলপ যেন অপ্রকৃতিস্থ। অলপ যেন ৰহস্য কৰি কলে, 'ভাবিছিল, মইয়ে তেওঁ বুলি। হাঁ হাঁ হাঁ—তেওঁ ক'ত? আপুনি তেওঁক ইয়াত ক'ত পাব?'

আকৌ সেই কথা। সেই ভাব। তেওঁ পুনৰ কৈ উঠিল, 'আপুনি বিচাৰিছে, ময়ো বিচাৰিছো। গোটেই পৃথিবীতে বিচাৰিছো। জীৱন পাৰ হৈ গ'ল তথাপিও বিচাৰি নাপালো।'

এই কথাৰ উত্তৰ নাই। কি উত্তৰ দিয়া উচিত সেয়া নাজানো। গতিকে আঁতৰি যোৱাই ভাল।

কিন্তু তেওঁ পুনৰ হাঁহি কলে, 'কাক বিচাৰিছিলে বাবুজী?'

কলো, 'এই আশ্রমৰ কোটোৱালজীক।'

সাধুই কলে, 'ৰামানন্দজীক? এইমাত্র তেওঁ ইয়াৰ পৰা গ'লগৈ।'

ৰামানন্দ! কলো, 'কোন ৰামানন্দ?'

'কিয়, এই আশ্রমৰ কোটোৱাল।'

'আপুনি চিনি পায়?'

সাধুই হাঁহিলে। হাঁহি হাঁহি কলে, 'চিনি নাপাম কিয়? বহুদিনৰ পৰা চিনি পাওঁ।'

'আপুনি জানো এই আশ্রমৰ মানুহ?'

সাধুই কলে, 'নহয়। চাওক চাওক, ৰুক্মিণীয়ে নাচিছে।'

মঞ্চলৈ চালো। দেখিলো, ৰামজীদাসীয়ে কঁকালত আঁচল বান্ধিছে। মঞ্চৰ পৰা নামি আহিল। মোহন্তৰ কাষত দেখিলো যাত্ৰাৰ পোচাক পিন্ধি তিনজন বহি আছে। তিনিওজনে সৰু ল'ৰা। দুজন ধনু লৈ পুৰুষৰ বেশত। আনজনৰ ৰাণীৰ বেশ।

সুধিলো, 'কি ঘটনা? এওঁলোক কোন?'

সাধুই হাঁহিলে। তেওঁৰ হাঁহিত বিদ্রূপ আৰু কৌতুকৰ চিন দেখা পালো। কলে, 'তেওঁলোক ৰাম লক্ষণ আৰু সীতা। ৰুক্মিণীয়ে এইবাৰ নাচিব। তেওঁ যে ৰামজীদাসী। মীৰাবাঈৰ কথা শুনিছে বাবুজী? কৃষ্ণদাসী, কৃষ্ণপ্রেমত পাগলী মীৰাবাঈ। মহাপ্রেমিকা। কিষেণজীৰ নাম শুনিলে প্রেমত অৱশ হৈ পৰে ৰাজৰাণীৰ অঙ্গ। আৰু এই ৰামজীদাসী ৰামপ্রেমত বলিয়া। ৰামজীদাসী বলিয়াৰ দৰে ঘূৰি ফুৰে। বিচাৰি ফুৰে—সেই মোহন মূৰ্ত্তি। নাম-গান কৰোতে কৰোতে কোতিয়াবা তেওঁৰ প্রাণ অৱশ হৈ পৰে। কেতিয়াবা নাচে, কেতিয়াবা হাঁহে, কেতিয়াবা কান্দে।'

সুধিলো, 'ৰুক্মিণী বুলি আপুনি কাক কৈছে?'

সাধুই কলে, 'কি বুলি কম? মনিয়াবাঈ?'

'মনিয়াবাঈ কোন?'

'ৰামজীদাসীৰ অন্য একটা নাম। কিন্তু মনিয়াবাঈৰ বহুদিন আগতে মৃত্যু হৈছে।'

কৌতূহল জন্মিল। সাধুৰ মুখত যেন এক বিস্মৃত যুগৰ ৰহস্য কাহিনীয়ে উঁকি দিছে। কিন্তু একো সুধিবলৈ সুবিধা নাপালো। বাজনা বাজি উঠিল। সৰোদ আৰু তবলাত নাচৰ বোল বাজি উঠিল।

ৰামজীদাসীয়ে গান ধৰিলে,

কৌন্ বন্ পহুঁছে সখী দো পেয়াৰা, দো পেয়াৰা।
যা'কে ভোজন মেওয়া মিঠাই তে কৰসে বনফল।
কৰত্ আহাৰা॥

গানৰ লগে লগে নাচ। আচৰিত! এই নৃত্যভঙ্গিমা, পদসঞ্চালন, হাত আৰু আঙুলিৰ মুদ্রাতো অশিক্ষিত অপটু নাচনী ছোৱালীৰ নহয়। এয়া অকল ভাবত বিভোৰ হৈ নচা নহয়। প্রতিটি পদক্ষেপত তেওঁৰ

নৃত্যকুশলী প্ৰতিভাৰ অপূৰ্ব স্ফুৰণ। হৃদয় নাচি উঠিল তেওঁৰ নাচৰ ছন্দে ছন্দে। পাহৰি গলো যে বালিচৰৰ আশ্ৰমত আছো। ভাল হ'ল, কোন নামকৰা নৃত্যকুশলীৰ নাচ চাবলৈ বহিছো।

নাচৰ নাম নাজানো, সেই কাৰণে কব নোৱাৰো। নাচৰ তালে তালে ৰামজীদাসীৰ ৰূপৰ গৰিমা প্ৰতিফলিত হ'ল। যি ৰূপ দেখিছো, সেই ৰূপ আছিল ঢকথাই। অন্য এক বিচিত্ৰ ৰূপত ৰূপৱতী হৈ উঠিছে ৰামজীদাসী। আধুনিক ধৰণে পিন্ধা মলমলৰ দৰে শাৰীৰ ভাঁজে ভাঁজে তেওঁৰ ৰূপৰ শিহৰণ। পিঠিৰ বেণী তেওঁৰ চঞ্চল কাল-নাগিণীৰ দৰে হিচ্ হিচ্ কৈ অস্থিৰতাত উঠিছে।

যাকে আচোৱান সৰযু গঙ্গাজল
তে কয়সে পিওত্ জঙ্গল জল খাড়া॥

তাৰপিছত করুণ কণ্ঠেৰে মিনতি 'কহো কহো মেৰী-ৰাজা।' গানৰ ভাষা দেহাতি বুলি ভাব হ'ল। সকলো কথাৰ অৰ্থও বুজা নাযায়। ভাব হ'ল, বনবাসী ৰামক সুধিছে 'ৰজাৰ লৰা তুমি। সদায় উঠি মিঠাই আদি খাইছিলা। কিন্তু বনলৈ আহি তুমি কেনেকৈ বনৰ ফলমূল খাইছো? নিৰ্মল গঙ্গাজল তোমাৰ পানীয়, কিন্তু হে ৰাম! জঙ্গলৰ পানী তুমি কেনেকৈ খাইছা? হে ৰজা ৰাম! তুমি এই দুখ সহ্য কৰিছা কিন্তু মই যে সহিব পৰা নাই।'

ৰামজীদাসীয়ে সকলোকে তন্ময় কৰাই দিছে। চাই দেখো সভাস্থ সকলোৰে চকুৱে মুখে এটি ভক্তিৰ ভাব। নিঃসন্দেহে করুণ ৰস। ৰামজীদাসীৰ ৰূপমুগ্ধ মানুহৰ হৃদয়ৰ কোনোবা এটা পথেৰে এটি ভক্তিৰসৰ শীৰ্ণ ধাৰা বৈ আহিছে। নাজানো প্লাবনৰ সৃষ্টি হব নে নাই।

মোৰ কাষত থকা সাধুই কলে, 'উলাৰা।'

সুধিলো, 'সেয়া কি?'

'এই গানৰ নাম বাবুজী। এই দেশৰ জীয়ৰী-বোৱাৰীয়ে উছৱ-পৰ্বত এই গান গায়।' দেখিলো, সাধুৰ চকু-মুখেও গানৰ ৰসৰ তৰঙ্গ লাগিছে।

তাৰপিছত অকল নাচ। মোৰ চকু কাণ দুয়োটা সন্ন্যাসীৰপৰা ৰামজীদাসীৰ ফালে গ'ল। তথাপিও, সন্ন্যাসীক এৰি দিবলৈ মন যোৱা নাই। কোনো এটা তীব্ৰ কৌতূহলে মোক অদৃশ্য চুম্বকৰ দৰে টানি

ৰাখিছে। টানি ৰাখিছে ৰুক্মিণী আৰু মনিবাঈয়ে। শুনিবলৈ পাইছো সন্ন্যাসীয়ে কিবা বিৰ্‌বিৰাই আছে। অস্পষ্ট কথা আৰু হাঁহি।

তথাপিও মন উট্‌ৰাই লৈ গ'ল ৰামজীদাসীয়ে। ৰামজীদাসীৰ নাচ। নাচ আৰু বাজনা সৰোদৰ লগতে তবলা-সঙ্গত। ৰামজীদাসীৰ পদক্ষেপৰ লগে লগে এজনে নুপূৰ বজাইছে।

যন্ত্ৰসঙ্গীতৰ এই সুৰ যেন এখন ছবি। এখন নিখুঁত প্ৰাকৃতিক দৃশ্য। নিৰন্তৰ তানপুৰা-ধ্বনি যেন ছবিৰ পিছৰ বিস্তৃত অসীম নীল আকাশ। কোলাত ৰূপৰ দ্যুতি। ৰামজীদাসী।

ভাবত বিভোৰ নাচ নহয়। এইবাৰ নাচ ভাবত বিভোৰ। নাচৰ ছন্দত কথা ফুটিছে। সেই নিঃশব্দ কথা: হাঁহি আৰু আনন্দৰ বেদনা আৰু অভিমানৰ। কেতিয়াবা নিৰ্বাক বেদনা ব্যক্ত হৈ পৰিছে দেহভঙ্গীত। নিথৰ আড়ষ্ট বঙ্কিম দেহ। তাৰ পিছত হঠাতে বেদনাৰ শিল আঁতৰাই যেন প্ৰবাহমান পাহাৰী নিজৰা। সৰ্বাঙ্গ আনন্দত থৰথৰ কম্পিত, নাইবা কপট অভিমানত চটুল নাৰীয়ে চকুত হাত দি খেলে আথমিচৌলি। আকৌ ভক্তি উচ্ছ্বাসত মাটিত লুটি খাই প্ৰণাম।

ৰামক লৈ ৰামজীদাসীৰ লীলা। নিৰ্বাক বিস্ময়ত ল'ৰা তিনিটাইও তেওঁৰ ফালে চাই আছে। ৰাম লক্ষ্মণ আৰু সীতা। বেচেৰাহঁতে চোৱাৰ অৱসৰো পোৱা নাই।

নাজানো ভক্তি উচ্ছ্বাসত কিমাখিনি মণ্ডপৰ নৰ-নাৰী আপ্লুত হৈছে। কিন্তু অভূতপূৰ্ব নিস্তব্ধতা সকলোতে বিৰাজ কৰিছে। মোহমুগ্ধ নিৰ্বাক সকলোৱে। যেন তেওঁলোকৰ নিৰ্বাক হৃদয়ৰ তালে তালে ৰামজীদাসীয়ে নাচিছে।

প্ৰচণ্ড ভিৰ হৈছে। গেট আৰু বেৰৰ কাষত কৌতূহলী দৰ্শকৰ ভিৰ। যেন গোটেই কুম্ভমেলা ৰামজীদাসীৰ নৃত্যৰ আচৰলৈ দৌৰি আহিছে।

সন্ন্যাসীয়ে হাঁহি কলে, 'এদিনাখন যিজনৰ নাচ চোৱাৰ কাৰণে লাখপতিয়ে তেওঁৰ বন্ধ দুৱাৰৰ সন্মুখত আহ-যাহ কৰিছিল, আজি তেওঁ মেলাৰ মাজত নাচি নাচি ভগবানৰ সেৱা কৰিছে।'

'লাখপতি গৈছিল?' সন্ন্যাসীৰ ফালে চাই সুধিলো. 'এই ৰামজীদাসীৰ নাচ চোৱাৰ কাৰণে?'

সন্ন্যাসীয়ে হাঁহি গহীনাই কলে, 'ছিঃ বাবুজী, বামজীদাসী বুলি কৈছে। মই কৈছো লক্ষ্ণৌৰ মনিয়াবাঈৰ কথা। ৰূপত দিল্লী-লক্ষ্ণৌ বাঈজীকুলৰ কোনোৱে পাত্তা পোৱা নাছিল। মনিয়াবাঈ। কোনোবাই ৰুক্মিণী বুলিও মাতিছিল। কোন ফুলত মৌ আছে, ভ্ৰমৰৰ কোন ৰসিকে খবৰ ৰাখে? কলিকতা, বোম্বেৰ পৰা ৰসিক ভ্ৰমৰসকল মনিয়াবাঈৰ সন্ধানত দৌৰি আহিছিল। তেওঁলোকে খবৰ নোপোৱাকৈ নাথাকে। কোনোবাই দেখা পাইছিল, কোনোবাই পোৱা নাছিল। সহজ কথা! এয়া জানো সেই ছোৱালী, পথৰ কাষত নিজৰ আস্তানা পাতিছেহি। হাঁহি যিজনৰ ওঁঠত লাগি থাকে, যিজনৰ মুখত থাকে যাকে তাকে আনন্দ দিয়াৰ অভিনৱ কথা? নহি নহি বাবুজী। তেনেকুৱা বাঈজী মনিয়াবাঈ নাছিল।'

কৈ থাকোঁতে সন্ন্যাসীৰ ভাবান্তৰ ঘটিল। বেঁকা হাঁহি বেদনাত করুণ হৈ উঠিল। ঠিক দেখা পাইছো, যদি ভুল কৰা নাই, তেনেহলে ঠিক দেখিছো। দেখিলো, কোন এক সুদূৰৰ এক নিৰ্দিষ্ট বিন্দুত তেওঁৰ দৃষ্টি নিবদ্ধ। যেন কোন এক দূৰ মঞ্চত, কি যেন এক খেলা দেখিছে। দেখিছে, আৰু তেওঁৰ চকুত সেই খেলৰ জিলমিলনি। তেওঁৰ কথা বুজিলো। কিন্তু তেওঁৰ ভাষাত ব্যক্ত কৰিবলৈ হলে নোৱাৰো। সম্পূৰ্ণ হিন্দী নহয়। গ্ৰাম্য ভাষাৰ লগতে অলঙ্কাৰ দি কবিতা-আবৃত্তিৰ দৰে হিন্দীত তেওঁ কলে। কলে, 'বাবুজী, বহু খেলা ভগবানে আমাক দেখুৱাইছে। মনিয়াবাঈয়ে ভগবানৰ খেলা আমাক দেখুৱাইছে। মনিয়াবাঈ সোণৰ পালেঙত বহি মহাৰাণীৰ আদৰ পাইছে, কিন্তু তেওঁৰ বুকৰ ভিতৰত অঁকা আছিল ৰঘুনন্দনৰ মূৰ্ত্তি। 'ৰঘুনন্দন।' যেন তেওঁ ৰঘুনন্দনকহে মাতিলে। নাজানো কোন এই ৰঘুনন্দন। যোৰ হাত কৰি সন্ন্যাসীয়ে কলে, 'হে মহাপ্ৰাণ, সাধকগুৰু, মোৰ প্ৰণাম লোৱা।' কৈ তেওঁ মনে মনে থাকিল।

সুধিলো, 'ৰঘুনন্দন কোন?'

'উত্তৰত কলে, 'সন্ন্যাসী। সন্ন্যাসী, কৌপিন আৰু বম্ বম্ কৰাৰ কাৰণে নহয়। বাবুজী, সন্ন্যাসী ৰঘুনন্দনৰ ভিতৰত প্ৰেমে বাহ লৈছিল। যিজন তেওঁৰ কথা শুনিছিল, সেইজনৰ মন প্ৰাণ জুৰি পৰি গৈছিল। ভাব হৈছিল, যুগযুগান্তৰৰ কোনোবা সিদ্ধপুৰুষ সন্মুখত উপস্থিত হৈছিল।

সেই ৰঘুনন্দনৰ ছায়া মনিয়াবাঈৰ বুকুত পৰিছিলহি। মিছা ছায়া নহয়, সঁচা ছায়া। ৰঘুনন্দনৰ সঁচা ছায়া। যিমানেই চেষ্টা নকৰক কিয় সেই ছায়া আঁতৰাবলৈ, আঁতৰি নগৈছিল। জুইত জাপ দিবা? তোমাৰ ছাইৰ লগত, তোমাৰ আত্মাৰ লগত তেওঁ বিৰাজ কৰিব। হা হা হা… লক্ষ্ণৌৰ ৰাজ ইমাৰত, বিজুলী চাকি আৰু সোণৰ খাট। হীৰা জহৰতেৰে ভৰা মনিয়াবাঈৰ সৰ্বাঙ্গ। বাবুজী, বলিয়াবোৰে বাঈজীৰ উন্মুক্ত গাত মদ ঢালিছিল। তেওঁৰ সুন্দৰ ভৰিৰে টোপাটোপ সেই মদ বাগৰি পৰিছিল। আৰু লোভী কুকুৰৰ দৰে কামাসক্ত মানুহবোৰে সেয়া চেলেকি খাইছিল। মানুহ নহয়, জানোৱাৰ। জানোৱাৰৰ উল্লাস। যৌৱন যিজনৰ খেতি মাটিৰ দৰে কোমল। আজি শিলৰ দৰে যি টান, কালিলৈ বৰষুণত সেয়া বোকা হৈ গলি যাব। আৰু এই জানোৱাৰৰ মাজত পাগলীৰ দৰে বেশ্যা মনিয়াবাঈ খিলখিলাই হাঁহিছিল। হাঁহিছিল, নাচিছিল, গান গাইছিল। তাৰপিছত জীনে ধৰা তিৰোতাৰ দৰে চিঞৰিছিল, লণ্ডভণ্ড কৰিছিল ঘৰ-দুৱাৰ, ভাঙি দিছিল সভা। সেই ভৈৰবী মূৰ্ত্তি দেখি কামাৰ্ত্ত পশুবোৰ পলাইছিল। মনিয়াবাঈৰ আন এক নাম আছিল পাগলী বাঈজী। ৰূপ আছিল তেওঁৰ পাপ। সেই পাপৰ মাজত লুকাই আছিল পোহৰ। সেই পোহৰ যেতিয়া জ্বলি উঠিছিল পাপৰ ভৰত, মনিয়া তেতিয়া পাগলী হৈ পৰিছিল। নহব? ৰঘুনন্দন যে তেওঁৰ সন্মুখত উপস্থিত হৈছিল। তেওঁৰ দিব্যদৃষ্টিৰ সন্মুখত। তেওঁক বুকুত সাবটি লৈছিল, আদৰ কৰিছিল। তাৰপিছত এদিনাখন—' কৈ থাকোতে হঠাতে তেওঁ বৈ গ'ল। যেন কিবা কথা হঠাতে তেওঁৰ মনত পৰিছে। উত্তেজিত মাতেৰে কলে, 'মগৰ, আখেৰি নতিজা কেয়া মিলি? বাবুজী চোৱা চোৱা ৰামজীদাসাক। হাত ৰখা নিজৰ বুকুত। ধৈ কোৱা, কি দেখিছা? কি ভাবিছা? তোমাৰ মনৰ ভিতৰত সৰু ৰঙা চৰাই এটিয়ে পাখি মৰা নাইনে? আৰে, লাজ পাইছা কিয় বাবুজী? লাজ কিহৰ? সেই চৰাই তোমাৰ বাসনাৰ সুন্দৰ মূৰ্ত্তি। তোমাৰ নহয় সকলোৰে। সকলোৰে মনত সেই চৰাইটোৱে ছট্‌ফট্‌ কৰিছে। নকৰিব? সেই ৰূপ। সেই বেশ। উৰ্বশীৰ জীৱন্ত ছায়া। ৰামজীদাসী নামেৰে বুকুৰ ভিতৰত হাহাকাৰ কৰিছে। নিজৰ মন চিনি পায় কোনে?

গৃহস্থী নে সন্ন্যাসীয়ে? মন চিনি পায় কেইজনে? বাসনা নাইকিয়া হৈছে কেইজনৰ? ৰামজীদাসী নহয়, জুইৰ পিছত সকলো দৌৰিছে। প্ৰকৃতিয়ে এটি শোধ লৈছে এই ৰহস্যময়ীৰ দ্বাৰা। ভগবানৰ মুখত চূণ সানি দিব খুজিছে। শুনিলে মানুহে হাঁহিব, খণ্ড কৰিব। মানুহে মাত্ৰ ইয়াকে জানে। যাওক বাৰু এইবোৰ কথা।'

সন্ন্যাসী মনে মনে থাকিল। ঠিক হৈ আছিল এডাল বাঁহত ধৰি। সেইডাল এৰি দি ঠিয় হ'ল। মোৰ মুখৰ ফালে চাই এবাৰ হাঁহিলে। ডিঙিত তেওঁৰ ৰুদ্ৰাক্ষৰ মালা। ৰুদ্ৰাক্ষৰ কুণ্ডল কাণত, বলিষ্ঠ হাতত ৰুদ্ৰাক্ষৰ বালা। কপালত অস্পষ্ট পুণ্ড্ৰ ৰেখা।

সন্ন্যাসী বৈ গ'ল। কিন্তু মোৰ মন হলে ৰব খোজা নাই। মোৰ কাণ তাৰ সকলো অনুভূতিৰে সজাগ হৈ ৰ'ল। দেখিছো, ৰামজীদাসীয়ে হাতযোৰ কৰি ঠিয় হৈ আছে। মুখখন দেখা পোৱা নাই। পিঠি দি আছে। হয়তো নিমীলিত চকু মুখত বিশ্ব ভুলোৱা হাঁহি। দুভাগ কৰি ৰখা সুদীৰ্ঘ কলা বেণী।

ৰামজীদাসী আৰু মনিয়াবাঈ। মনিযাবাঈ আৰু ৰঘুনন্দন। সকলো মিলি এক অস্পষ্ট অথচ তীব্ৰ ৰহস্যৰ দ্বাৰত উৎকৰ্ণ হৈ আছো। অতীত ভাৰতৰ এক ৰহস্যদ্বাৰৰ সন্মুখত ঠিক হৈ আছো। যেন বিচিত্ৰ ৰহস্যৰ ছায়া গোটেই কুম্ভমেলাত লাগিছে। মনিয়াবাঈ আৰু সন্ন্যাসী ৰঘুনন্দনৰ কাহিনী শুনাৰ কাৰণে ব্যাকুল মন।

সুধিলো, 'সন্ন্যাসীজী, তাৰপিছত?'

গাৰ পৰা সুলকি পৰা কাপোৰখন তেওঁ টানি ললে। হঠাতে যাবলৈ ওলাল। কলে, 'পুৰণি কথা বাবুজী। এয়া হ'ল সন্ন্যাসীৰ গুপ্তকথা। আপোনালোকে শুনিব নালাগে। ভাল নালাগিব।'

সঁচাকৈয়ে তেওঁ যাবলৈ আগবাঢ়িল। কলো, 'যদি বাধা নাথাকে, শুনিব খোজো।'

সন্ন্যাসীয়ে মোৰ ফালে চালে। মন সন্ধানৰ তীক্ষ্ণতা তেওঁৰ চকুত। কলে, 'আপোনাৰ আশ্ৰমৰ কোটোৱালৰ পৰা শুনিব বাবুজী। সন্ন্যাসী সম্প্ৰদায়ৰ এই কথা কাৰো অজানা নাই।'

কৈয়ে তেওঁ যাবলৈ ওলাল। ভাব হ'ল, অনিচ্ছাৰ বক্ৰ-হাঁহি তেওঁৰ মুখত। হয়তো ৰামানন্দৰ পৰা একোৱে শুনিবলৈ নাপাম। সন্ন্যাসীৰ

কাষ চাপি আহিলো, নাজানো সাধু-সন্ন্যাসীৰ মেজাজ। কেতিয়া কি ভাবত বিভোৰ। বেছিকৈ কলে যদি গোলমাল লাগে। তথাপিও কলো, ভয়ে ভয়ে—'অসুবিধা নহলে আপুনিয়ে কওক।'

সন্ন্যাসীয়ে পুনৰ বেঁকা হাঁহি এটা মাৰি কলে, 'কি শুনিবলৈ খোজে? এয়া এক সন্ন্যাসীৰ প্ৰেমকাহিনী। আপোনালোকৰ গৃহী মন বিৰূপ হব।'

হয়তো হব। গৃহী বুলি নহয়। অমানুষিক কাহিনী বুলি মানুহে দুখ পাব। তথাপিও মনত বৰ কৌতূহল হ'ল। সন্ন্যাসীৰ আকৌ প্ৰেম! সেয়া কি কথা?

কলো, 'শুনিবলৈ খুব ইচ্ছা। সন্ন্যাসীৰ প্ৰেমকথা, এই যুগত কেতিয়াও শুনা নাই।'

সন্ন্যাসীয়ে মোৰ ফালে চাই হাঁহি এটি মাৰিলে। হাঁহি হাঁহিয়ে আশ্ৰমৰ গেটলৈ বুলি খোজ পেলালে। বুজিলো, নীৰবে তেওঁ মোক আহ্বান কৰিছে। পুনৰ এবাৰ চালো ৰামজীদাসীক। সঁচাকৈয়ে জুই। সভাস্থ সকলো নৰনাৰীয়ে অপলক বিস্মিত মুগ্ধ দৃষ্টিৰে তেওঁলৈ চাই আছে।

গেটৰ সন্মুখত এতিয়াও ভিৰ। ভিৰ ঠেলি বাহিৰলৈ ওলাই আহিলো। চাৰিওফালে লোকাৰণ্য। যিফালেই চাই সেইফালেই মানুহ। সীমাহীন বালি প্ৰান্তৰৰ পোহৰৰ উদ্ভাসিত মেলাত মানুহ মানুহ।

সন্ন্যাসী দক্ষিণ-পূবলৈ আগবাঢ়ি গৈ থাকিল। সঙ্গমৰ এটা কোণলৈ। যি ঠাইত সৰস্বতী আছে আত্মগোপন কৰি। সেই·ফালে পোহৰ নাই। কিন্তু আকাশত চন্দ্ৰ আছে। প্ৰবল শীত, তথাপিও উত্তৰ প্ৰদেশৰ আকাশত যেন এতিয়াও শৰতৰ সমাৰোহ। অকল মেঘৰ। কুঁৱলীৰ আৱৰণ ভেদ কৰি দেখা নাযায় শৰতৰ ঘন নীলিমা। প্ৰান্তৰত দাইলৰ খেতি। এইফালে মানুহৰ অহা-যোৱাও কম নহয়। অস্পষ্ট ছায়াৰ শোভাযাত্ৰা চাৰিওফালে গৈ আছে।

যিমান আগুৱাইছো, বালি সিমান গভীৰ হৈ আহিছে। ভৰি সোমাই গৈছে।

সন্ন্যাসী মোৰফালে উভটি চাই কলে, 'সন্ন্যাসীৰ প্ৰেমকথা কেতিয়াও শুনা নাই?'

তেওঁৰ কণ্ঠস্বৰ শুনি আচৰিত হলো। এক বিচিত্র ভাব আৰু অনুভৱত তেওঁৰ কথাবোৰ গম্ভীৰ। তেওঁ যেন আনন্দিত। কলে, 'সন্ন্যাসীৰ প্রেম ধ্যান আৰু ধর্মত। তেওঁৰ প্রেমে কয়, "হে দেৱী, প্রাণেশ্বৰী, প্রেয়সী সন্ন্যাসিনাং সদা সেব্যং পঞ্চতত্ত্বং বৰাননে।" অৱশ্যে গোপনে। গৃহী-জগতৰ বাহিৰত। প্রেম নাথাকিব কিয়? তথাপিও, এই প্রেমত বহু আড়ম্বৰ, বহু আয়োজন। লোকচক্ষু বৰ ভয়ৰ বিষয়।...বহক বাবুজী, সন্ন্যাসীৰ এটা গুপ্ত ক্রিয়াৰ কথা আপোনাক কওঁ।'

কৈয়ে তেওঁ কুঁৱলীৰে তিতি থকা বালিৰ ওপৰত বহিল। মযো বহিলো। আধুনিক নগৰীয়া মনত সাধু-সন্ন্যাসীৰ সকলো কথা আচৰিত বুলি জানো। তথাপিও কৌতূহল এৰাব পৰা নাই।

তেওঁ কলে, 'সন্ন্যাসীৰ কুলাচাৰ আছে। কুলাচাৰ কি? আপোনা-লোকৰ দেশত কুলাচাৰ বৰ বেছি আছিল। আপোনালোকৰ ভক্ত চণ্ডীদাস কবি, সাধক। শ্রীকৃষ্ণৰ প্রেমলীলা গাইছিল। তেৱেঁ। কিন্তু কুলাচাৰী। কুল তেওঁৰ ৰজকী। ৰামী ধুবুনী। ব্রাহ্মণী, চণ্ডালী, নটী, কৈৱৰ্ত্ত আৰু ৰজকী—এয়া হল বৌদ্ধ তান্ত্রিকসকলৰ নির্বাচন। ব্রহ্মণ্যতন্ত্রমতে নটা কুল। এই পাঁচোটা, আৰু চাৰিটা- বেশ্যা, কাপালী, নাপিতানী, গোপিনী। কোন মন্ত্রমতে চৌষষ্ঠী কুলও আছে। যবনীও বাদ নাযায়। এইবোৰ সাধন মার্গৰ গুহ্য পদ্ধতি। অৱশ্যে, এইবোৰ সকলে তন্ত্রমতে। কিন্তু সন্ন্যাসীৰতো তন্ত্র নাই। বহুতে কুলাচাৰ পদ্ধতিতে সাধন কৰি থাকে। আপোনাক সন্ন্যাসীসকলৰ কথাই কও।' কৈয়ে তেওঁ মোৰ মুখৰ ফালে চালে। বোধহয়, মই ভাবিছো, সেয়া চোৱাৰ উদ্দেশ্য। কিন্তু এইবোৰ বৃত্তান্ত কম বেছি পৰিমাণে আগতে শুনিছো। ইয়াত মোৰ আচৰিত হবলগীয়া একো নাই। মই শুনিব খুজিছিলো, ৰঘুনন্দন আৰু ৰামজীদাসীৰ কাহিনী।

তেওঁ কৈ গ'ল, 'সন্ন্যাসী আৰু অৱধূতত বৰ বেছি পার্থক্য নাই। এওঁলোক বহুতে জ্যোত্মার্গৰ সাধন কৰে। বহুতো তাৰ ক্রিয়াকাণ্ড। মূলতে বালাসুন্দৰী দেৱীৰ আবির্ভৱ হ'ল তেওঁৰ কামনা। ঘৃত-কর্পূৰৰ এটি প্রদীপক তেওঁলোকে পূজা কৰে। প্রদীপৰ চাৰিওফালে সাক্ষী থাকে কালী, ব্রহ্মা, বিষ্ণু, হনুমান আৰু ভৈৰৱ। এই পূজাৰ উপচাৰ হল, প্রথমা, দ্বিতীয়া, তৃতীয়া, মতি আৰু চক্রী। বুজিলে? মদ,

মাংস, মাছ, অন্ন আৰু পুৰি। এয়া হ'ল গুপ্ত শব্দ। ইয়াৰ বাহিৰেও সপ্তমী আৰু ষষ্ঠী। গাজা আৰু ধপাত। এয়া হ'ল জ্যোত্‌মাৰ্গ প্ৰৱেশৰ পন্থা। যিজনে প্ৰৱেশ কৰে, তেওঁ আন এটি ব্ৰত পালন কৰিবলগীয়া হয়। এই ব্ৰতক চ'ত মাহৰ নৱৰাত্ৰ ব্ৰত বুলি কয়। এই ব্ৰতৰ দিনাখন সন্ন্যাসী চক্ৰ কৰি গুপ্ত স্থানত তিৰোতাৰ লগত মিলিত হয়। এই মিলন হ'ল সন্ন্যাসীৰ গুপ্ত সাধনৰ জখলা। ইয়াক বাদ দিব পৰা নাযায়। ইয়াৰ মাজত আছে বহুতো যুক্তি, কূট বিষয়। আপুনি সকলো নুবুজিব বাবুজী।'

সন্ন্যাসীৰ জ্যোত্‌মাৰ্গ প্ৰৱেশৰ কথা নাজানো। কিন্তু তন্ত্ৰৰ বহুতো কথা বহুবাৰ শুনিছো, আৰু বাৰে বাৰে মনৰ ভিতৰত এটা প্ৰশ্নই গুমৰি উঠিছে, এইবোৰ কিয়, কিয়? যিমানেই প্ৰশ্ন কৰিছো সিমানেই উত্তৰবোৰ অনুভূতিত অস্পষ্ট হৈ পৰিছে। বুদ্ধিও অনুভূতিৰ অগম্য। নানা জনৰ নানা মত। সাধকৰ সিদ্ধিলাভৰ বিচিত্ৰ লীলা। সামাজিক জীৱ আমি, আমাক কয়, তোমালোকে নুবুজিবা। আৰু আমি ভাবো, আমি নুবুজো। শেষলৈ যি পাওঁ, সেয়াতো মানুহ আৰু সাধকৰ আত্মাৰ তৃপ্তি। ইয়াতেইতো গোলমাল। কিন্তু ক'তা, বিকলাঙ্গৰতো কথাৰ মেৰপাকত ইমান জটিল বুলি ভাব হোৱা নাছিল। তেওঁ যেন পৰিচ্ছন্ন এক সুন্দৰ মানুহ। তেওঁৰ সঙ্গিনী লক্ষ্মীদাসীও তেনেকুৱা সুন্দৰ।

সন্ন্যাসীয়ে কলে, 'ৰঘুনন্দন আৰু ৰুক্মিণীৰ কথা কম বুলিয়েই ইমান কথা কলো। অৱশ্যে, এই বিশ্ব-সংসাৰৰ একোৱে গোপন নাথাকে। সেই কাৰণে কলো। বাবুজী, ৰামজীদাসীৰ ৰূপ দেখি মানুহ আপোন-পাহৰা হয়। পুৰুষৰ চকুতো। কিন্তু পুৰুষৰ কোপ দেখিও যে মানুহ আপোন-পাহৰা হব পাৰে, তাৰ প্ৰমাণ ৰঘুনন্দন আছিল। এও এলাহাবাদৰ কোনো এক ব্ৰাহ্মণৰ ল'ৰা। মানুহ নহয়, সাইলাখ শিৱ-স্বৰূপ। অকল ৰূপতে নহয়, গুণতো। তেওঁ চকু দাঙি চালে, গাত হাত ফুৰাই দিলে, সৰ্বশৰীৰ মানুহৰ জিকাৰ খাই উঠিছিল। মন্ত্ৰ-তন্ত্ৰ নহয়। তেওঁৰ হৃদয় এনেকুৱাই আছিল। তেওঁৰ চাৰিত্ৰিক গুণৰ কাৰণেই তেওঁৰ ওচৰলৈকে মানুহ আহিছিল। মানুহে কৈছিল, সন্ন্যাস-জীৱন তোমাৰ নহয়। গোফ-দাঢ়ি খুৰুৱাই শাৰী পিন্ধি নবদ্বীপলৈ যোৱাগৈ। কলেই জানো হব? মহাজ্ঞানী ৰঘুনন্দন। তৰ্কত

হাৰি খঙাল সন্ন্যাসীয়ে ত্ৰিশূলেৰে মাটি খুচিছিল।......এই ৰঘুনন্দনৰ লগত ৰুক্মিণীৰ হৰিদ্বাৰত দেখা হৈছিল। ৰঘু তেতিয়া জ্যোত্‌মাৰ্গ সাধন কৰি নবৰাত্ৰ ব্ৰত উদ্‌যাপনৰ আয়োজন কৰিছিল।'

শুনি থাকোতে ভাব হৈছিল, যেন কোন এক অতীত যুগৰ কথা শুনিছো। যি ভাৰতবৰ্ষক দেখিছো, এয়া যেন সেই ভাৰতবৰ্ষৰ কাহিনী নহয়। কোনো এক হিন্দু যুগৰ। সন্ন্যাসীক বাধা নিদিয়াকৈ থাকিব নোৱাৰিলো। সুধিলো, 'এয়া কিমান বছৰ আগৰ কথা?'

সন্ন্যাসীয়ে কলে, 'হব পোন্ধৰ ষোল্ল বছৰ আগৰ কথা।'

আচৰিত হৈ সুধিলো, 'তেনেহলে ৰামজীদাসীৰ বয়স কিমান?'

হাঁহি কলে, 'কিমান অনুমান কৰিছে বাবুজী?'

অনুমান? অনুমান কৰি তিৰোতাৰ বয়স কোৱাৰ মোৰ সাধ্য নাছিল। তথাপিও কলো, 'পঁচিশ'।

সন্ন্যাসীয়ে ঠিক আগৰ দৰেই হাঁহি কলে, 'আৰু কম বুলি কোৱা-হেঁতেন দোষ নাছিল। কিন্তু বাবুজী, আৰু আঠ-দহ বছৰ বঢ়াই দিয়ক।'

আৰু আঠ-দহ বছৰ? মুহূৰ্ত্ততে সেই উদ্দীপ্ত ৰূপৰ মূৰ্ত্তি মোৰ সন্মুখত ভাঁহি উঠিল। আচৰিত!

অকল দেহ নহয়। মুখতো ক'তো বয়সৰ দাগ পৰা নাছিল। কম কোৱাহেঁতেন নিশ্চয় ক্ষতি নাছিল।

সন্ন্যাসীয়ে কলে, 'এদিনাখন তেওঁ আমাৰ আশ্ৰমলৈ আহিল। আমাৰ আশ্ৰমৰ শূন্য বাগিছাত যেন ফুলহে ফুটি উঠিল। সন্ন্যাসী হ'ল বুলিয়েতে চকুৰে নেদেখা নহয়। মন মৰি নাযায়। তেওঁৰ লগত স্বামী আহিল। সাধাৰণ গাৱঁলীয়া মানুহ। চ'ত মাহ। সেই সময়ত হৰিদ্বাৰত ভিৰ হয়। কেদাৰ-বদ্ৰীৰ যাত্ৰী আহিবলৈ আৰম্ভ কৰিছিল। গলিত বৰফৰ পানী ইফালে-সিফালে নামি আহিছে। ৰুক্মিণীৰ স্বামীয়ে মোহন্তৰ পৰা অনুমতি লৈ আশ্ৰমত খোৱা-বোৱাৰ আয়োজন কৰিলে। তেওঁলোক উত্তৰৰ পৰা আহিছিল। যাব বদ্ৰীনাৰায়ণ দৰ্শন কৰিবলৈ। আশ্ৰমৰ পিছতেই আশ্ৰমৰ এটি গুপ্তবাস আছিল। এখন বিৰাট গুহা মুখ। তাতেই নৱৰাত্ৰৰ ভিৰ। আশ্ৰমৰ বহুতেই তাতেই ব্যস্ত। তাৰউপৰি ভক্তও বহুতো আহিছে। কেইজনমান সস্ত্ৰীক আহিছে। নৱৰাত্ৰ ব্ৰত বৰ গোপনীয়। আয়োজন হৈছে গোপনে।'

ইমানখিনি কৈ সন্ন্যাসী অলপ সময় মনে মনে থাকি পুনৰ কলে, ‘ৰঘুনন্দন বৰ অদ্ভুত মানুহ আছিল। গুপ্তবাসৰ পৰা তেওঁ বাৰে বাৰে বাহিৰলৈ ওলাই আহি মোহন্তৰ ওচৰত বহেহি। মোৰ লগত যিমানবাৰ চকুৱে চকু পৰিছিল সিমানবাৰেই হাঁহিছিল। অস্বীকাৰ নকৰো, তেনে হাঁহি সন্ন্যাসীৰ শোভা নাপায়। সেই হাঁহি গৃহস্থী ল’ৰা মানুহৰ। গোপন প্ৰেমৰ। অৱশ্যে ৰঘুনন্দনৰ মুখত কিবা এটা চিন্তাও আছিল, মাজে মাজে তেওঁৰ মুখ মলিনও দেখা গৈছিল। মই আছিলো কোটোৱাল। নৱৰাত্ৰ ব্ৰতলৈ অন্যান্য আশ্ৰমৰ সহধৰ্মীসকলক নিমন্ত্ৰণ কৰিবলৈ যাবলৈ ওলাইছিলো। হঠাতে ৰঘুনন্দনে আহি কলে, ‘কোটোৱাল, মই ৰাতি চত্ৰত থাকিব নোৱাৰো।’ মই আচৰিত হৈ গলো। কেইমুহূৰ্ত্তমান তেওঁলৈ চাই থাকিলো। তেওঁক খুব ধুনীয়া দেখা গৈছে। নিত্য-মন্ত্ৰ পাঠ কৰি, নতুন বেশত তেওঁ সাজিছে। কৌপিনতকৈ তেওঁ আঠুলৈ কাপোৰ পিন্ধা পছন্দ কৰিছিল। ডিঙিত ধুমৰাৰ মালা আছিল। ৰুদ্ৰাক্ষৰ মালাৰ মাজে মাজে প্ৰবাল গঁথা আছিল। হাতত বদৰিকা কঙ্কণ। জুইৰ দৰে তেওঁৰ গাৰ ৰঙত ভস্মসনা। বুকুত, ডিঙিত আৰু কপালত ৰক্তচন্দন। যেন সাইলাখ শিৱস্বৰূপ। মহাজ্ঞানী ৰঘুনন্দন। তেওঁ এই পাতল হাঁহি আদিৰ কাৰণেই মোহন্ত হব পৰা নাই। সন্ন্যাসীৰ আখৰা, মঠ আছে। তাতে মোহন্ত কোনোৱে কৰি দি নাযায়। সন্ন্যাসীসকলে একগোট হৈ এজন মোহন্ত নিৰ্বাচন কৰে। কিন্তু মোহন্তৰ নিজৰ ইচ্ছাত কাম নহয়। সন্ন্যাসীসকলৰ মতামত লৈ তেওঁ কাম চলাবলগীয়া হয়। ৰঘুনন্দনৰ কাৰণে এইবোৰ সম্ভৱ নাছিল। কিন্তু ধৰ্মৰ ইতিহাস আৰু জ্ঞান পাইছিলো তেওঁৰ পৰাই। তেওঁ জানিছিল আৰু বুজিছিল সকলোতকৈ বেছি। তেওঁৰ মুখত সেই কথা শুনি ভয় আৰু বিস্ময়ত বোবা হৈ গলো। মাত্ৰ সুধিলো, ‘কিয় ?’

তেওঁ কলে, ‘মোৰ কোনো উৎসাহ নাই।’

মই ক’লো, ‘চত্ৰতে বহিলে উৎসাহ পাব।’

তেওঁ কলে, ‘সেয়া নহব কোটোৱালজী। মনৰ দুৱাৰ বন্ধ। ভগবান মোৰ সেৱাত আনন্দিত নহব।’ এনে সময়তে ৰুক্মিণী সন্মুখত উপস্থিত হ’ল। মোক নহয়, ৰঘুনন্দনক নমস্কাৰ কৰিলে। ৰঘুনন্দনে কলে, ‘নাৰায়ণো দীৰ্ঘজীৱী হোৱা। ৰুক্মিণীৰ ৰূপ, তেওঁৰ সহজ সৰল নিৰ্মল

হাঁহিয়ে সকলোকে মুহিছিল। তেওঁ কিছু পৰিমাণে চঞ্চলাও আছিল। খুব কম সময়ৰ ভিতৰতে সকলোৱে তেওঁক মৰম কৰিছিল। ৰঘুনন্দনক দেখা পাই ৰুক্মিণী নির্বাক নিশ্চল হৈ ৰ'ল। চকুত তেওঁৰ জুইৰ শিখা। তেওঁ লাজ পোৱা নাই, হাতযোৰকৈ ঠিয় হৈ থাকিল ; মাত্র বতাহত তেওঁৰ চুলি উৰিছিল বাবুজী। ৰঘুনন্দনৰ চকুত দেখিলো তেনেকুৱা জুই। সন্ন্যাসীৰ মুগ্ধতা। সেয়াতো ভাল কথা নহয়, কিন্তু প্ৰয়োজনেই কেনে সুন্দৰ! মই জ্ঞানী নহয়, নাই মোৰ সাধনা। তথাপিও মোৰ ভাব হ'ল যেন মোৰ সন্মুখত স্বয়ং হৰগৌৰী ঠিয় হৈ আছে। মোৰ সময় পাৰ হৈ যায়গৈ। যাব লাগিব দূৰৰ আশ্ৰমলৈ। মই গুছি আহিলো। আজি নৱৰাত্ৰৰ শেষ ৰাতি। 'জ্যোত্‌মার্গ লৈ যি সকল সন্ন্যাসী যাবগৈ তেওঁলোকৰ বহুতকে এতিয়া খবৰ দিবলৈ বাকী আছে।

উভটি যেতিয়া আহিলো তেতিয়া প্ৰায় সন্ধ্যা পাৰ হৈ গৈছে। আশ্ৰম নিতাল। কিন্তু কাম-কাজ ঠিকভাবে হৈ আছে। তেতিয়াও সন্ধ্যা-পূজা হৈ আছে। মন্দিৰত শিলৰ শিৱমূৰ্ত্তি আছিল। কিন্তু আখৰা বৰ নিয়মত চলে। এই সময়ত কৰ্ত্তব্য হ'ল মানসী পূজাৰ। চকু মুদি ভাবিব লাগে গুৰু-মূৰ্ত্তিক। আৰু কল্পনাতে মন্দিৰৰ বেদীত বহুৱাব লাগে। নিত্য গুৰুদৰ্শনৰ পন্থা। গুৰুৰ ভৰি ধুৱাব, গা ধুৱাব, ধ্যানেৰে তেওঁৰ গাত লেপি দিব চন্দন। পূজা কৰিব ফুল-চন্দনেৰে। কি কলে বাবুজী? সন্ন্যাসীৰ গুৰু থাকিব নালাগে। সন্ন্যাসীৰ জানো এজন গুৰু? তেওঁলোকৰ যে গুৰু অগণন। মূল গুৰু, শিক্ষা গুৰু, বহুত গুৰু। সন্ন্যাসীৰ সাত গুৰু। ষট্‌কৰ্মৰ দীক্ষাগুৰু হ'ল আচাৰ্য।

আহি দেখিলো, স্বয়ং মোহন্ত মানসী ধ্যানত লিপ্ত। মই ৰ'ব লাগিব। পলম হৈ গৈছে। ইফালে হাত-মূৰ ধুলিৰে ভৰি গৈছে। আশ্ৰমৰ কিছুমান সন্ন্যাসীৰ চকুৱে মুখে আনন্দ আৰু ব্যস্ততা দেখিলো। নৱৰাত্ৰৰ অংশ গ্ৰহণত তেওঁলোক খুব উৎসাহিত। কলিকালতো! সন্ন্যাসী হৈও সুন্দৰ মুখ চাবলৈ খোজে। আচল সাধক আছে কেইজন?

ভাবিলো, এবাৰ ৰঘুনন্দনক চাই আহোগৈ। মন্দিৰৰ পিছলৈ গৈ দেখিলো মহা আয়োজন। পাঁচগৰাকীমান তিৰোতাকো দেখিলো, তেওঁলোক সকলোৱে গেৰুৱা পিন্ধিছে। বাৰজনমান গৃহী সাধকও আছে।

তেওঁলোকেও গেৰুৱা পৰিধান কৰিছে। সকলোৱে সন্ন্যাসীৰ বেশ লৈছে। সকলোৱে মোক নমস্কাৰ কৰিলে। মই উত্তৰ নিদিলো। এওঁলোকৰ এইবোৰ আচাৰ-অনুষ্ঠান মোৰ কোনো দিনাখনে ভাল লগা নাছিল। আমাৰ গুহ্য ষট্‌কৰ্মত কোনো দিনাখনে কোনো বাহিৰৰ মানুহ ভিতৰলৈ সোমাব নোৱাৰে। কিন্তু জ্যোত্‌মাৰ্গত বাহিৰৰ মানুহৰ ভিতৰত প্ৰবেশৰ অনুমতি আগৰ সিদ্ধপুৰুষসকলে দি গৈছে। কেতিয়াৰ পৰা নাজানো, কিন্তু মোৰ জীৱনত এই নিয়মে চলি অহা দেখিছো।

যিটো শিলৰ তলৰ গুহাত ৰঘুনন্দন আছিল সেয়া একেবাৰে জনহীন। দূৰৈৰ পৰা দেখিলো, অন্ধকাৰ। গুহাৰ ভিতৰলৈ সোমাবলৈ গৈ থমকি ৰলো। দুটি মূৰ্ত্তি কলা শিলৰ গাত লিপিট খাই আছে। ভালদৰে চাই দেখিলো, ৰুক্মিণী আৰু তেওঁৰ স্বামী। আৰু আচৰিত হলো, ৰুক্মিণীৰ গাত গেৰুৱা। বাবুজী, ৰুক্মিণী যে ইমান ধুনীয়া সেয়া সন্ন্যাসী বেশত তেওঁক দেখি বুজিলো। স্থিৰ দৃষ্টিত মই কিছু সময় চাই ৰ'লো। ৰুক্মিণীৰ হাঁহিত চেতনা উভটি অহাত সুধিলো, 'তোমালোকে কি বিচৰা ?'

ৰুক্মিণীয়ে উত্তৰ দিলে, 'আমি পূজা কৰিম।' আকৌ কোৱাৰ কোনো দৰকাৰ নাছিল। বুজিলো, ৰুক্মিণীৰ লগত মুখতে হওক নাইবা মনে মনে হওক, ৰঘুনন্দনৰ লগত এটা বুজাপৰা হৈছে।

ৰঘুনন্দনৰ লগত দেখা কৰাৰ সময় নাপালো। দেখিলো ঘৰৰ দুফালে দুটি চাকি জ্বলি উঠিল। এটা মহাদেবৰ, আনটো মহাদেবীৰ। আন আন সন্ন্যাসী সাধুসকলো উপস্থিত হ'লহি। লগতে ভৈৰৱৰূপী তিৰোতাসকলো। আৰম্ভ হ'ল শিৱশক্তি ভৈৰৱৰ উপাসনা, তাৰ পিছত প্ৰসাদ ঘোৱা। সেই প্ৰসাদ মাত্ৰ জ্যোত্‌মাৰ্গৰ কুলাচাৰী সকলেই সন্ন্যাসী হৈহে গ্ৰহণ কৰিব পাৰে।

ৰুক্মিণী গৈ ৰঘুনন্দনৰ ওচৰত ব'ল। ৰঘুনন্দনে তেওঁক প্ৰসাদ দিলে। তাৰ পিছত চক্ৰৰ মাজত যি হৈ থাকে তন্ত্ৰমতে সেইবোৰেই আৰম্ভ হ'ল।

পিচৰ দু'দিন ৰঘুনন্দনৰ লগত মোৰ দেখাদেখি নহ'ল। অইন নেলাগে, ৰুক্মিণীকো দেখা পোৱা নাছিলো। ৰুক্মিণীৰ স্বামীকো। বাহিৰৰ পৰা বিশেষ একো বুজা নগ'ল। কিন্তু ,এই ঘটনাৰ পিছত

আশ্ৰমত কিছু অনিয়ম দেখা গ'ল। ক্ৰিয়াকাণ্ডতো গোলমাল হ'বলৈ ধৰিলে।

তৃতীয় দিনাখন দেখিলো ৰঘুনন্দনে গঙ্গাত স্নান কৰি অহা। কিন্তু সেই আগৰ ৰঘুনন্দন নহয়। সেই মহাজ্ঞানী হাঁহি থকা সন্ন্যাসী নহয়। তেওঁৰ গোটেই মুখমণ্ডলতে এক অদ্ভুত ভাবৰ খেলিমেলি। চকু আধা মুদখোৱা। মুখামুখি হওঁতেই কলো, 'ওঁ নমো নাৰায়ণ'। সন্ন্যাসীৰ দৰে উত্তৰ নিদি ৰঘুনন্দনে মোৰ হাতত ধৰি কলে, 'মহাবীৰ ভাই।' উত্তৰটো মোৰ কাণত লাগিল। সাধৰণ মানুহৰ দৰে ৰঘুনন্দনে কথা কৈছে কিয় ? কলো, 'কি কৈছে ?'

তেওঁ কলে, 'ভাই, নতুন জ্ঞান লাভ কৰিছো।' কথা শুনি মযে৷ আনন্দিত হলো। নিশ্চয় জ্যোত্‌মাৰ্গত কিবা দৰ্শন লাভ কৰিছে। হাতত'ধৰি অলপ দূৰ আগুৱাই লৈ গৈ কলে। সুধিলো, 'কি জ্ঞান লাভ কৰিলা ?'

ৰঘুনন্দনে কলে, 'সেয়া তো নাজানো।' দেখিলো তেওঁৰ চকুত পানী। আৰু মুখত হাঁহি। চকুৰ দৃষ্টি ওচৰত নাই। উদাসীন স্বপ্নাচ্ছন্ন দৃষ্টি। হঠাতে চমকি উঠি কলে, 'শুনিছা •'

কলো, 'কি ?'

'শুনা নাই ?'

কাণ পাতিলো। একোৱেতো কাণত পৰা নাই।

ৰঘুনন্দনে কলে, 'শুনতা নহি চিৰিযা ফুকাৰতি মিঠে বুলি ?'

'এৰা, চাৰিওফালে গছে গছে বহুতো চৰাই আছে। সেযাতো সকলো সময়তে শুনি থাকো।'

তেওঁ কলে, 'এযাতো সেই আনন্দ মহানন্দ। তুমি জানো সকলো সময়তে শুনিবলৈ পোৱা। এনেকুৱা বলিযা বতাহ মোৰ গাত লগা নাছিল। সহজ ভাবে কোনোদিনাখনে চোৱা নাছিলো। যি সহজ সেয়াতো সুন্দৰ। একোৱে নেদেখিলো, একোৱে নুশুনিলো। মাত্ৰ ছাঁই গাত ঘঁহি আশ্ৰমত আছো। জ্ঞান লৈ অহঙ্কাৰ কৰিছো। জ্ঞান কাক কয় ? বুদ্ধিক ? নহয়, ভুল মহাবীৰ ভাই। বুকুত ৰস নাথাকিলে মূৰত ফুল নুফুটে। মূৰৰ সেই ফুলৰ নাম হ'ল জ্ঞান। শিপা হ'ল তাৰ মন ৷৷ সেই মন মোৰ অন্ধ আছিল। সেই অন্ধই চকু

মেলিছে। যেতিয়া প্ৰাণে নামানে, তেতিয়া পূজা কৰিব লগা হয়। কিন্তু নিয়মৰ দাস আমি। এয়া আৰু নচলিব। মন্ত্ৰ কি? মন্ত্ৰ জানো কোনোবাই শিকায়? সেয়াতো আপোনা-আপুনি ওলাই আহে। যি সুৰদাস বাটে বাটে গাই ফুৰে সেয়াতো তেওঁৰ মন্ত্ৰ। তেনেকুৱা সেৱা নহলে সকলো মিছা। আৰু এনেকুৱা সেৱা কেনেকৈ হয়? যেতিয়া সহজতে চকুত পৰে বিশ্বৰূপ? সেই বিশ্বৰূপ তুমি ভাই মহাবীৰ।'

মই চমকি উঠিলো, 'এয়া কি কৈছা ৰঘুনন্দন?'

তেওঁ কলে, 'মিছা কোৱা নাই। তুমি, এই মাটি, এই বতাহ, পানী, সেই গান-বলিয়া চৰাই, সেই আকাশ। ইয়াৰ মাজতেই সেই ৰূপ ফুটি ওলাইছে, ইমান দিনে দেখা নাছিলো।'

কলো, 'শিখাসূত্ৰত্যাগী সন্ন্যাসী তুমি, ষট্‌কৰ্ম শেষ কৰি পূৰ্ণ সন্ন্যাসধৰ্ম্মত দীক্ষিত, সপ্তগুৰুৰ ওচৰত প্ৰতিজ্ঞাবদ্ধ কলিকালৰ অৱধূত, এইবোৰ কি কৈছো?'

ৰঘুনন্দনে কলে, 'ঠিক কৈছো ভাই। সপ্তগুৰু কিয়? গুৰু তুমি মোৰ, এই প্ৰকৃতি, গুৰু মোৰ ৰুক্মিণী, এই সংসাৰ, সংসাৰৰ সকলো পুৰুষ আৰু মহিলা। যি অপৰূপ, সেয়ে গুৰুৰ ৰূপ। ইয়াৰ গুৰু ক'ত নাজানো। নাজানো বন্ধু ইয়াৰ শেষ ক'ত।' কৈয়ে তেওঁ নিজে নিজে গান গাবলৈ ধৰে। গানত তেওঁ কবলৈ ধৰিলে, 'সেই যে গঙ্গা বৈ গৈছে, কিমান ৰূপৰাশি তেওঁৰ চকুত। সেই ৰূপ দেখি তুমি নাচি নাচি গলা গঙ্গা। কিন্তু য'ত তোমাৰ শেষ তাতেই তোমাৰ আৰম্ভণী। ময়ো ঘাটে ঘাটে উটি যাম, মন ভৰি উঠিব ৰূপৰ হাটে হাটে।' বাবুজী, ৰঘুনন্দনৰ এই-ৰূপ যেন পাগল সন্তৰ হাঁহি-কান্দোন ভৰা বিচিত্ৰ অপৰূপ। সেই গান তেওঁ মনৰ পৰা গালে। মোৰ ভাব হ'ল যেন ৰঘুনন্দনে ঠিকেই কৈছে। ভাব হ'ল যেন মিছাই এই ছাঁইৰ লেপ, জটা ৰখা আৰু আশ্ৰমত থকা। ভাব হ'ল, এইবোৰ মোৰ চাৰিওফালৰ বাধা। সেই বাধা ভাঙি ছিঙি ওলাই আহো। জানিছিলো, নিষ্ঠাবান সন্ন্যাসী বোলোতে যি বুজায়, ৰঘুনন্দন ঠিক তেনেকুৱা নাছিল। কিন্তু ইমান কম সময়ৰ ভিতৰত তেওঁৰ এই বিচিত্ৰ পৰিবৰ্ত্তন কেনেকৈ হ'ল?

তেওঁ আকৌ কলে, 'সকলো চাম, তাৰ আগতে নিজকে চাব নালাগিব ? মনো ব্ৰহ্মেতি ব্যঙ্গানাৎ। ইমান কথা তোমালোকক কৈছো মহাবীৰ ভাই, চাই দেখো যে মনৰ অন্ধকাৰ যে খুব গধূৰ। একেবাৰে চকুত নপৰে। নমোমহত্যং। কিন্তু কি সাহসত নিজকে নমস্কাৰ কৰিম। বিচাৰো, চাওঁ। ইমানদিনে হৰিদ্বাৰত আছো, তাৰ গছগছনিকো চোৱা নাছিলো নিৰ্জনত বহি। মানুহক ভাবিছিলো সকলো টকাৰ লুভীয়া আৰু কামুক। ক্ষমা কৰা, ক্ষমা কৰা। যিজনে নিজকে নিচিনে, তেওঁ আনক চিনিব কেনেকৈ ?'

সন্ন্যাসীৰ কথা অৰ্থাৎ মহাবীৰৰ কথা শুনি মই আচৰিত। সেয়া আকৌ কি ? সন্ন্যাসী ৰঘুনন্দনৰ কথাতো বাউলৰ গান হৈছে। এয়া বাউলৰ গান ? যেন বলৰামে উকি মাৰিছে। ৰঘুনন্দনৰ এয়া সহজ কথা, সহজ ভাবে মোৰ মনতো আলোড়ন আনি দিলে। মনৰ ৰসৰে যিজনে জ্ঞানৰ ফুল ফুটাবলৈ খোজে মৃৰত, ৰূপত তেওঁ পাগল হোৱাৰ বাহিৰে কি গতি আছে ?

আকাশত চন্দ্ৰ দেখা গৈছে। মাজে মাজে মেঘও আছে। হিমালয়ৰ পৰা সমুদ্ৰ, উত্তৰৰ পৰা দক্ষিণলৈ তাৰ গতি। বালিচৰত মেঘৰ ছাঁ পৰিছে। পোহৰত জিলিকি কথা বালি যেন হঠাতে কপট অভিমানত তল পৰি গৈছে। ভীষণ ঠাণ্ডা। আৰু এতিয়াও কিমান ভিৰ। কিমান ভালেমান।

মহাবীৰ আকৌ কলে, 'বাবুজী, ৰঘুনন্দন আঁতৰি গ'ল। মোৰ মনত কুসন্দেহ উপজিল। পাহৰি গলো তেওঁৰ প্ৰাণ ভুলোৱা কথা। ভাব, ৰঘুচৰিত্ৰত দুৰ্বলতা সোমাইছে। কিয় ? তেওঁৰ কথাবোৰ যেতিয়া মোৰ মনলৈ আহিল, সিমানেই যেন ৰূপৱতী ৰুক্মিণীৰ কথা মনত পেলাই দিলে। কৌপিন পিন্ধা সন্ন্যাসী তিৰোতাৰ মায়াজালত পৰি মূৰ ঠিক ৰাখিব পৰা নাই।

'আশ্ৰমলৈ আহি দেখা পালো ৰুক্মিণীক। গাত গেৰুৱা কাপোৰ নাই। নিজৰ শাৰী পিন্ধিছে। তেওঁৰ ৰূপৰ পোহৰ সকলোতে। মাত্ৰ দেখা নাপালো তেওঁৰ গিৰিয়েকক।

মোহন্তই মাতি আনি কলে, 'বদ্ৰীনাথ দৰ্শনলৈ নোযোৱা নেকি ?'

ৰুক্মিণীয়ে হাঁহিছিলে। সেয়া কি হাঁহি ! গোটেই শৰীৰত যেন তেওঁৰ

আনন্দই নধৰা হৈছে। তেওঁৰ ৰূপ যেন বাঢ়িছেহে। ক'লে, 'নাই বাবা। ইয়াত থাকিয়ে তেওঁৰ সেৱা কৰিম। আপোনালোকে মোক আশ্ৰমত থাকিবলৈ দিয়ক। মই ভগবানৰ সেৱা কৰিম।'

এনেকুৱা বহুতো আছিল বাবুজী! ঘৰ এৰি অহা অভাগিনী চিৰজীৱন আশ্ৰমৰ সেৱা কৰি কটাই দিছে। ওচৰ পাজৰৰ গাৱঁৰ জীয়ৰী-বোৱাৰীয়ে গোটেইদিন আশ্ৰমত কাম কৰে। আবেলি উভতি যায়গৈ। কিন্তু এই জুই ক'ত ৰখা হব, সন্ন্যাসীৰ আশ্ৰমত? মোহন্তই সুধিলে, 'তোমাৰ স্বামী ক'ত?'

কলে, 'তেওঁকতো দেখা পোৱা নাই বাবা।'

সন্ন্যাসীৰ মাজত বহুতেই কলে, 'থাকক।' কিছুমানৰ আপত্তিও আছিল। কিন্তু একো ঠিক নহ'ল। তেওঁ আশ্ৰমতে ৰৈ গ'ল।

মুখত কোনোৱে একো নকলে, কিন্তু ভিতৰে ভিতৰে সকলোৱে সচেতন হ'ল। সন্দেহ ঘনীভূত হ'ল। সকলোৱে চকুৱে চকুৱে ৰঘুনন্দনক ৰাখিলে। ময়ো। সকলোৱে ৰৈ আছে। কোন দিনাখন ৰঘুনন্দনৰ অপকীৰ্ত্তি ধৰা পেলাব পাৰে৷ তাৰেই চেষ্টাত ৰ'লে।।

কিন্তু বাবুজী, ৰঘুনন্দনৰ এইবোৰ কোনো খবৰেই নাই। আনকি তেওঁ জটা এৰা নাই, এৰা নাই ভস্মৰ লেপন। কিন্তু আগৰ মানুহ নাই। ৰাতিপুৱা আবেলি পূজা অৰ্চনাত মন নাই। পদে পদে গাফিলতি। সেইবাবে কোনো অনুশোচনা নাই। বলিয়া সন্তৰ দৰে দিনে-নিশাই মাত্ৰ গান, আত্মভোলা হাঁহি। ইফালে সিকালে ঘূৰি ফুৰে। ৰুক্মিণীয়ে আশ্ৰমৰ যাবতীয় কাম-কাজ কৰে, প্ৰসাদ লয়। কিমানদিন ৰঘুৰ পিছে পিছে গৈছো। তেওঁ নিৰ্জন ঠাইলৈ যায়গৈ। আপোনমনে গান গায়; 'মোৰ পাখিত যিদিনাখন বতাহ লাগিব, সেই দিনাখন যাম তোমাক বিচাৰি। কেতিয়াবা বহিম তোমাৰ গিৰিশৃঙ্গত, উটি ফুৰা মেঘত ঠোঁট সুমুৱাই পলুৱাম মোৰ তৃষ্ণা, তোমাৰ এই ভুবনত গানে গানে শুনাম তোমাৰেই ৰূপগাঁথা।' গান শুনিবৰ কাৰণে বহুতো মানুহ তেওঁৰ পিছে পিছে যায়। তেওঁৰ দৰে জ্ঞানী পুৰুষৰ এই ৰূপ দেখি বহুতো আচৰিত হ'ল।

মই মাত্ৰ ভাবিছিলো এই গানৰ মালা কোনে তেওঁক পিন্ধাই দিলে। কোনে খুলি দিলে এই গীতৰ উৎস। সন্ধ্যাবেলা মানসীপূজাত বহি,

গুৰুমূৰ্ত্তি কল্পনা কৰোতে, বাৰে বাৰে দেখা পাওঁ ৰঘুনন্দনক। কাণত বাজে অকল তেওঁৰ কথা,—

ব্ৰহ্মা নামে এটি ফুল ফুটিছে। তাৰে গন্ধে পাগল কৰিছে মোক॥ সেই ফুলৰ ৰূপত জুই আছে। তথাপিও মোৰ চকু জ্বলা নাই॥ মাত্ৰ মোৰ অন্ধ হৃদয়ত জ্বলাব দিছে পোহৰ॥

বাবুজী, ৰুক্মিণী আৰু ৰঘুনন্দনৰ মাজত যেতিয়া দেখাদেখি হৈছিল তেতিয়া দুয়োজনে ইজনে সিজনক নমস্কাৰ কৰিছিল। কিন্তু ৰুক্মিণী হলে চঞ্চল হৈ উঠিছিল। বুজিব পাৰিছিলো ৰঘুনন্দনৰ সঙ্গ-কামনাত ৰুক্মিণী বলিয়া হৈ উঠিছিল। কেতিয়াবা লাজ পাহৰি ৰঘুনন্দনৰ ওচৰলৈ দৌৰি গৈছিল। ৰঘুই হাঁহি এটি মাৰি মূৰত হাত বুলাই ঘূৰাই পঠিয়াইছিল।

বাবুজী, ৰঘুৰ প্ৰতি কাৰো বিদ্বেষ নাছিল। লাজৰ কথা, বেছি ভাগৰে কিন্তু ৰুক্মিণীৰ প্ৰতি আসক্তি আছিল। গৃহস্থ শিষ্যসকল ঘনাই আহিছিল। চকু কিন্তু সেইফালেই। আশ্ৰমৰ বৰ অস্বাভাৱিক অৱস্থা হৈ পৰিছল।

হঠাতে এদিনাখন আশ্ৰমৰ সকলোৱে শুনিবলৈ পাব ৰঘুই গাইছে, 'হে ব্ৰহ্ম আৰু জ্ঞান, তোমাৰ নাম ৰুক্মিণী। হে পৃথিবী, তোমাৰ নাম ৰুক্মিণী। এই হিমাচল আৰু গঙ্গা, এই বিহঙ্গ আৰু গছ, এই আকাশ আৰু পথাৰ, সকলোৱে ৰুক্মিণী নাম আৰু ৰূপত সুন্দৰী। এইবাৰ মই যাম তোমাৰ সন্ধানত। মোৰ সময় হৈ গৈছে। মাতিছে।'

বাবুজী, তাতোকৈ আচৰিত,. নিৰ্ভয়মনে ৰুক্মিণীয়ে তেওঁৰ ভৰিত ফুল, পানী, চন্দন লেপি দিলেহি। সকলো আচৰিত। বহুতৰে খঙ উঠি গ'ল। মোহন্তই কলে. আন আন আশ্ৰমত খবৰ দিব লাগে। আমাৰ বহুতো আশ্ৰম আছে. নিৰ্বানী, নিৰঞ্জনী, অটল, জুনা, আনন্দ, সকলোৰে মতামত প্ৰয়োজন।

কিন্তু দৰকাৰ নহ'ল। সেই ৰাতিৰ পৰাই ৰঘু নিৰুদ্দেশ। কিন্তু ৰুক্মিণী ৰৈ গ'ল। ভয় খোৱা হৰিণীৰ দৰে মাত্ৰ ইফালে সিফালে বিচাৰিছে। তেওঁ যিজনক বিচাৰিছে আমি বিশেষকৈ তন্ন তন্নকৈ বিচাৰিছো। গোটেই হৰিদ্বাৰতে তেওঁৰ খবৰ পোৱা নগ'ল। তেওঁক কোনে পাগল কৰিলে নুবুজিলো, কিন্তু তেওঁ মোক পাগল কৰি কন্দুৱাই থৈ গ'ল।

দুমাহ্ এনেকৈ চলিছিল। সকলোৱে মনত ৰুক্মিণীৰ কাৰণে অশান্তি বোধ কৰিছিল। দুমাহ্ পিছত তেওঁৰ স্বামী আহি এই অস্বস্তি আঁতৰাই পেলাইছিল। স্বামী আহিল আৰু কেইজনমানক লগত লৈ। ছি ছি আশ্ৰমৰ বদ্‌নাম। সন্ন্যাসীয়ে বোলে জোৰ কৰি তেওঁৰ ঘৈণীয়েকক ৰাখি থৈছে। সেইকাৰণে তেওঁ লৈ যাবলৈ আহিছে। যিসকলক লৈ আহিল তেওঁলোকৰ লগত দুজন তৰোৱালধাৰী শিখও আছিল। মানুহ কেইজন যে নিষ্ঠুৰ প্ৰকৃতিৰ সেই বিষয়ে সন্দেহ নাছিল।

কোনে ৰাখিছে? লৈ যাওক ৰুক্মিণীক। আমিও তাকে বিচাৰো। কিন্তু ৰুক্মিণী যাবলৈ অসম্মত হ'ল। তেওঁ নাযায়। নাযাওঁ বুলিলে নহব! এই ঘটনাৰ পিছত তেওঁক এনেয়ে খেদি পঠিয়াব। যি বদনাম হব লাগে সেয়াতো হলেই।

শেষত সিহঁতে ৰুক্মিণীক জোৰ কৰি লৈ গ'ল। বাবুজী, মিছা নকওঁ, মই দুখ পাইছিলো। কিয় দুখন পাইছিলো? তেনেহলে কওঁ, কোনে অস্বীকাৰ কৰিব, তেওঁ যে প্ৰিয়তম ৰঘুনন্দনৰ সাধন-প্ৰেয়সী আছিল? ৰঘু-ৰুক্মিণী যে একাকাৰ হৈ গৈছিল। বাবুজী, কুলাচাৰত নাৰীৰ সঙ্গৰ মাজত মন আৰু প্ৰেমৰ মাজত কিবা আছে নে নাই নাজানো। থাকিলেও বিশ্বাস কৰিব নোখোজো। সেয়া মাত্ৰ সাধনমাৰ্গৰ যান্ত্ৰিক ক্ৰিয়া।

কিন্তু ৰঘু আৰু ৰুক্মিণীৰ! তেওঁলোকৰ মাজত কুলাচাৰতকৈও প্ৰেম ডাঙৰ হৈ উঠিছে। বাবুজী, হৃদয়ৰ ৰসহীন যি গছ ৰঘুৰ মৰৰ ওপৰত আছিল, ৰুক্মিণীয়ে তাতে ফুল ফুটাইছিল। ৰঘুৰ জ্ঞান আৰু হৃদয়ৰ মাজত যিখন বন্ধ দুৱাৰ আছিল তাৰে ৰুক্মিণী চাবি হৈ আহিছিল। ইয়াৰ পিছত ৰঘুক কেনেকৈ বান্ধি ৰাখিব পৰা যায়?

এইখিনি কৈ মহাবীৰ ঠিয় হ'ল। কথা যে ইয়াতে শেষ কৰিব সেয়া বুজিব পৰা নাছিলো। সুধিলো, 'তাৰ পিছত?' '

'তাৰ পিছত কি বাবুজী?'

'ৰুক্মিণীৰ কি হ'ল?'

মহাবীৰে উত্তৰ দিলে, 'কি হ'ল কব নোৱাৰো বাবুজী। বছৰ নৌঘূৰোতেই দেখিলো, ৰুক্মিণী মনিয়াবাঈ হৈছে।'

সুধিলো, 'কেনেকৈ?'

কলে, 'সেয়াও সঠিক ভাবে নাজানো। যি শুনিছো, ভাব হয়, ৰুক্মিণীৰ স্বামীৰ লগত যিসকলে উদ্ধাৰ কৰিবলৈ আহিছিল এয়া তেওঁ-লোকৰে কীৰ্ত্তি। ৰুক্মিণীৰ স্বামীয়ে দেশলৈ তেওঁক ওভটাই লৈ যাব নোৱাৰিলে। তেওঁৰ সঙ্গীবোৰে ৰুক্মিণীক সিহঁতৰ আড্ডালৈকে লৈ গৈছিল। শুনিছো, সেই ঠাইত ৰুক্মিণীৰ ওপৰত অত্যাচাৰ কৰা হৈছিল। তেওঁৰ কাপুৰুষ স্বামী তাৰপৰা পলাই গৈছিল।

'বাবুজী, ৰুক্মিণীক উদ্ধাৰ কৰাৰ কোনো উপায় নাছিল। ৰঘুনন্দনতো আগতেই গুছি গৈছিল। তথাপিও আমাৰ আশ্ৰমৰ দুই এজনে ৰঘুক বিচাৰি উলিয়াই শেষ কৰি দিয়াৰ প্ৰস্তাব পৰ্য্যন্ত দিছিল। সেয়া আশ্ৰমৰ দুৰ্নামতকৈ ধৰ্মবিৰুদ্ধাচৰণৰ কাৰণে। কিন্তু সেয়া সম্ভৱ নহৈছিল।। সেয়া হোৱাহেঁতেন ঘটনা বহু দূৰলৈকে আগুৱালেহেঁতেন। আৰু ৰুক্মিণী? তেওঁৰতো অপৰাধৰ সীমা নাছিল। আশ্ৰমৰ পৰা তেওঁৰ স্বামীয়ে লৈ যাবলৈ আহিছিল। কিন্তু ইমানবিলাক মানুহে দিনৰ পিছত দিন তেওঁক ধৰ্ষণ কৰিছিল তেওঁক জানো ওভাটাই নিব পৰা যায়? তেওঁ পলাই সাৰিছিল। তেওঁ ইয়াৰ কাৰণে মানুহক মতা নাছিল, মতা নাছিল পুলিচক। নাজানো, কোনে তেওঁক লক্ষ্ণৌৰ বাঈজী মহলত প্ৰতিষ্ঠা কৰিছিল। কিন্তু তেওঁৰ নামত গোটেই চহৰখন চঞ্চল হৈ পৰিছিল।'

মহাবীৰ অলপ ৰ'ল। দুয়োজনেই ঠিয় হৈ আছিলো। তেওঁ দবৈত দৃষ্টি নিবদ্ধ কৰি কলে, 'এদিনাখন দেখিছিলো। খুব কৌতূহল আছিল। সেই সময়ত মই লক্ষ্ণৌত আছিলো। তেতিয়া যুদ্ধ আৰম্ভ হৈছিল। চহৰৰ লাইটবোৰ ক'লা প্ৰলেপ লগাই এন্ধাৰ কৰি ৰখা হৈছিল। অন্ধকাৰ। কাণৰ ওচৰত কোৱা কথা এটি কাণত পৰিল। 'মনিয়াবাঈ ঠিয় হৈ ৰৈ আছে।' মচকি উঠিলো। ক'ত? দেখিলো, সন্মুখত ৰাজ-ইমাৰত। দুইতলা কুঠি। ওপৰৰ বাৰাণ্ডাত ৰুক্মিণী ঠিয় হৈ আছে। ৰুক্মিণী নহয়, মনিয়াবাঈ। কোঠাৰ পৰা অলপ পোহৰ আহি পৰিছে। দেখিলো অন্ধকাৰত বিদ্যুৎ-শিখা, স্থিৰ। ঘৰৰ সন্মুখত কেইখনমান মটৰ গাড়ী। দুইতলাৰ বাৰাণ্ডাত ছাঁৰ দৰে কেইজনমান মানুহ ঘূৰি ফুৰি আছে। কথা কি বুজিব নোৱাৰিলো। মাত্ৰ দেখিলো, অন্ধকাৰত এগৰাকী মূৰ্ত্তিমতী ৰূপহী উৰ্বশী। তাৰে

ক'ৰবাত সৰোদ বাজি থকাও শুনিলো। পুৰুষৰ মৃদু হাঁহিৰ শব্দও কাণত পৰিলহি। কিন্তু ভাব হ'ল বাঈজী যেন অন্য জগত এখনত আছে। কিহৰ ভাবত তেওঁ আচ্ছন্ন, নে সেয়া তেওঁৰ বাঈজীসুলভ অভিনয়? খৰধৰকৈ আঁতৰি আহিলো। ৰঘুনন্দনৰ কথা মনত পৰিছিল। মোৰ ৰঘুনন্দন।'

অলপ থমকি ৰৈ মহাবীৰে আকৌ কবলৈ ধৰিলে, 'তাৰ পিছত ৰামজীদাসীক আজি কেইবছৰমানৰ পৰা দেখিছো। নাজানো, ইয়াৰ কি দৰকাৰ আছিল। এইবোৰ কৰি ধৰ্ম কিমানখিনি আগুৱালে। নাজানো, কিয় তেওঁ সেই জীবন এৰি আহিল। বাবুজী, মানুহৰ মন। ৰামজীদাসী আজি উত্তৰ-পশ্চিম প্ৰদেশৰ এগৰাকী ৰহস্যময়ী নাৰী। তেওঁৰ ধৰ্মপ্ৰচাৰত কিমানখিনি কাম হব নাজানো। সাধাৰণ মানুহ দূৰৈৰ কথা, সাধু-সন্ন্যাসী মহলত তেওঁক লৈ ৰীতিমত আলোচনা হয়। নিজ চকুৰে দেখি আহিলো। তেওঁ যে জুই। জুইৰ শিখা। কোন-দিনাখন পুনৰ প্ৰলয় উপস্থিত হব, কোনে জানে। মোৰ সেই ভয়।

'যিমানদূৰ শুনিছো, তেওঁ বোলে এতিয়া সকলো সময়তে নামতে আচ্ছন্ন হৈ থাকে। অষ্ট প্ৰহৰ নাম কীৰ্ত্তন লৈয়ে তেওঁ ব্যস্ত। মানুহে কয়, ৰঘুনন্দনৰ লগত বোলে তেওঁৰ দেখা হৈছিল। তেতিয়াৰ পৰাই এই পথ লৈছে। মই বিশ্বাস কৰিব পৰা নাই। এতিয়াও নকৰো। ৰঘুনন্দন আৰু ৰামজীদাসী আকাশ-পাতাল পাৰ্থক্য। তাৰোপৰি আৰু এটা কথা শুনিছো······'

মহাবীৰ ৰ'ল। সুধিলো 'কি?' মহাবীৰে কবলৈ ধৰিলে, 'গুজব বুলিয়ে ধাৰণা হয়। সেই- যে দেখিলে সৰোদ বজোৱা মানুহজনক। মানুহজন এজন চৰকাৰী কেৰাণী আছিল। ভাল সৰোদ বজায়। সেয়া তেওঁৰ সাধনাৰ বস্তু। বেছ ওস্তাদ। কোনোবা বাঈজীয়ে তেওঁক পালে বাচি যায়। মানুহজনে বোলে নিজৰ ইচ্ছাতে মনিয়াবাঈৰ তালৈ বজাবলৈ গৈছিল। তেওঁৱে বোলে মনিয়াক এই পথলৈ লৈ আহিছে। আজিতো সকলোৱে আঁতৰি গৈছে। অকল এই মানুহ-জনেই ছাঁৰ দৰে ৰামজীদাসীৰ লগত ঘূৰি ফুৰি ফুৰিছে। শুনিবলৈ পাইছো, মানুহজন হেনো বৰ ভাল। একৰকম মৌনব্ৰতী বুলি কোৱা যায়। কাৰো লগত কথা নকয়। আনকি ৰামজীদাসীৰ লগতো বোলে

কোনোৱে বিশেষ বেছি কথা কোৱা শুনা নাই। এই সৰোদৰ সুৰেই তেওঁৰ কথা। সেইটো নবজালে, ৰামজীদাসীৰ ৰামভজনৰ নাচ নাহে, ভৰি নচলে।'

কৈয়ে মহাবীৰে হাঁহি এটি মাৰিলে। সেই হাঁহিৰ অৰ্থ বহুতো। কলে, 'মোৰ ৰঘুনন্দনে মিছা কোৱা নাছিল। অবশ্যে অকল মোৰ নহয়। আমাৰ আখড়াৰ সুখৰ সংসাৰত তেওঁ ভাঙন ধৰাই দি থৈ গৈছিল। বদনামৰ নহয়, এটি নতুন ভাবৰ মোহ তেওঁ আনি দিছিল।'

কৈ থাকোতে দেখিলো মহাবীৰৰ মুখত এটি বেদনাৰ ছায়া। সৰুকৈ কলে, 'তেওঁ যি চৰাইৰ গান মোক শুনাই থৈ গ'ল, তেওঁ মোক যি বিশ্বৰূপ দেখুৱাই থৈ গ'ল, তেওঁ মোক যি পাগল প্ৰেমৰ পথ দেখুৱাই, থৈ গ'ল, সেয়া হ'ল মোৰ কাল। বাবুজী, মই যেতিয়া সন্ন্যাসী নহয় ঘৰলৈ উভটি ,যোৱাৰ মনস্থ কৰিছিলো, নোৱাৰিলো। সেই সহজ আৰু অসীমক বিচাৰি ফুৰিছো। ভাবো, সহজ আৰু অসমী, সেয়া যে বুকুৰ ৰসেৰে মূৰৰ ফুল ফুটোৱাৰ সাধনা। সেয়া যে ভীষণ যন্ত্ৰণাৰ, বৰ দুখৰ, মহা সুখৰ, মহা আনন্দৰ—একোৱে যে বিচাৰি পোৱা নাই।

'বাবুজী, কুলাচাৰীৰ চক্ৰসাধনাৰ স্থান হৃদয়ত কিমানখিনি আছে সেয়া নাজানো। কিন্তু এই জৈৱ-সাধনাত সন্ন্যাসীক ধৰ্মান্তৰিত কৰি থৈ গ'ল। ভাঙি থৈ গ'ল আচাৰ-বিচাৰ। তন্ত্ৰ সাধনাত অভ্যস্ত তেওঁ হোৱা নাছিল। তেওঁৰ জ্ঞানৰ সুধা হৃদয়ৰ ৰসত মিহলি হৈ উটি গ'ল। যেনেকৈ ৰুক্মিণীৰ লগত ৰঘুনন্দনৰ প্ৰেমৰ বাহিৰে আন বাৰু কি আছিল? একো নাই। নহলে আচাৰ-বিচাৰৰ বেৰ কেনেকৈ ভাঙিল? তথাপিও ভাবো, ৰুক্মিণীৰ লগত এদিনাখনৰ দেখা। ইমান আলোড়ন আনিলে কেনেকৈ? জানো, প্ৰেমৰ কথাই বোলে এনেকুৱা। কেতিয়া, কোনফালে চলে, কোনে জানে? নিমিষতে সকলো ওলট-পালট কৰি দি থৈ যায়।'

কৈ তেওঁ হাঁহিলে। কপালত হাত দি কলে, 'নমস্তে বাবুজী।'

তাৰ পিছত এক মুহূৰ্ত্ত অপেক্ষা নকৰি পূবফাললৈ গুচি গ'ল। তাৰ আশে পাশে অহা-যোৱা কৰি আছে বহুতো মানুহ। সেই বালিৰ খালৰ আঁৰত লোকৰণ্যত হেৰাই গল মহাবীৰ।

সুদীৰ্ঘ কাহিনী। যেন কোনোবা অতীত যুগৰ কাহিনী শুনিলো। সকলো কথাৰ সঠিক অৰ্থ অনুমান কৰিব পৰা নাই। কেনেকৈ পাৰিম? মোৰ যে আধ্যাত্মিকতাবাদৰ অনুভূতি নাই। সাধাৰণ মানুহ। জীৱনত বহুতো বিড়ম্বনা আছে। তাৰ মাজতে এই জনসমুদ্ৰৰ মহাসঙ্গমলৈ দৌৰি আহিছো।

তাৰ মাজতে এই কাহিনী, যেন কোনো অতীত অধ্যায়ৰ পাত মোৰ সন্মুখত মেলি ধৰিলেহি। যি তেজ-মঙহৰ উচ্চ-নীচ মানুহ লৈ আমাৰ সমাজ, এই কাহিনীৰ নায়ক-নায়িকা সেই গণ্ডীৰ বাহিৰত। বেদাশ্ৰিত সন্ন্যাসীৰ প্ৰেম, সেয়াতো বিচিত্ৰ। অথচ নিজ চকুৰে দেখিছো ৰামজীদাসীক। আধ্যাত্মিকতাবাদ নুবুজো, ৰঘুনন্দনৰ লগত ৰুক্মিণীৰ প্ৰেম অনুমান কৰিব পাৰো—যি প্ৰেমে তেওঁক ঘৰৰ পৰা আঁতৰাই ৰাখিলে। ঘৰেইতো। আখৰা, নীতি-নিয়ম, পূজা আৰু খোৱা, এয়া সকলো মিলি যে অভ্যাসৰ ঘৰ সজোৱা হৈছিল, সেই ঘৰ তেওঁক ভাঙি গৈছে।

ৰঘু-ৰুক্মিণীৰ প্ৰেম আমাৰ প্ৰেম নহয়। তথাপিও প্ৰেমত কিমান নতুন অনুভূতিৰ বীজ অঙ্কুৰিত হয়। আবেলিৰ ৰক্তিম আকাশ দেখিও আমি পাহৰি যাওঁ। শস্যৰ পথাৰত বতাহে শস্য কোবাই যোৱাৰ দৰে নিজৰ প্ৰাণতো ঢউ লাগে। দূৰৈৰ গাঁৱৰ কোনো এক অনামী ষ্টেচনত, ৰবৰৰ চকুৰ কোনো খেতিয়কৰ ক'লা বৰণীয়া ঘৈণীয়েকৰ দেখা পাইও আমৰ মনত পৰশ লাগে অপৰূপৰ। ষ্টিয়াৰিং হুইল ধৰা যন্ত্ৰী, আৰু কলম পিহা মানুহৰ দল আমি হঠাতে এক সময়ত গুণ্‌গুণাই উঠো ঃ

এনেকৈ যদি দিন যায় যাওক না।
মন উৰিছে উৰক,
মেলি দিও গানৰ পখী॥

জানো, দিন এনেকৈ নাযায়। জানো, মনৰ ৰঙীন পখী দিনে নিশাই পিঞ্জৰাবদ্ধ হৈ নাথাকে। তথাপিও, জীৱনযুদ্ধৰ মাজত, এনেকৈ আমি হৃদয়ৰ এটি দিশ খামোচ মাৰি ধৰি আছো। হাজাৰ দুখ-যন্ত্ৰণাতো সেয়া এৰি দিবলৈ প্ৰস্তুত নহওঁ।

ৰুক্মিণীৰ প্ৰতি ৰঘুৰ প্ৰেম, আমাৰ চকুত ৰহস্যময়। ৰহস্যৰে

আবৰা। মনো ব্ৰহ্মেতি বেজণাৎ। কথাটোৱে আমাৰ মনত ৰহস্য-বাদৰ সৃষ্টি কৰে।

কিন্তু সৌন্দৰ্য্য-সন্ধানী চকুত এটা নতুন দিশ উন্মোচন হৈছিল। যি কালে তেওঁৰ চকুৱে শিল্পীৰ অঞ্জন বুলাই দিছিল, যি চকুৱে গছগছনি দেখি মুগ্ধ হৈছিল, যি প্ৰাণে বিহঙ্গকুলৰ গান শুনি পাহৰি গৈছিল। এয়াতো তেজ-মঙহৰ পঞ্চ-ইন্দ্ৰিয়ৰ অনুভূতি। ৰঘুৰ সে সহজ সুন্দৰৰ উপাসনা, সেয়াতো সকলোৰে মনে মনে আছে। আছে অন্যৰকমে। আছে সকলোৰে বুকুৱে বুকুৱে। ৰঙৰ হয়তো হেৰফেৰ আছে।

নহলে বাউলৰ গান শুনি পাহৰি যাওঁ কিয়? বাউলতো আমাৰ ওচৰত সাধক নহয়। তেওঁ শিল্পী। মনৰ মনুহ তেওঁ বিচাৰি ফুৰিছে। বিচাৰি ফুৰাৰ আনন্দই তেওঁৰ ওচৰত ডাঙৰ। সেই আনন্দত গান গায় তেওঁৰ মনৰ মানুহে, মই কি গান গাম ভাবি পোৱা নাই।'

বুজিলো, বেদাশ্ৰিত সন্নাসী ৰঘু বাউল হৈছিল। আৰু ৰুক্মিণী, ৰামজীদাসীৰ অপূৰ্ব ৰূপৰ মাজত কি ৰহস্যময়তা আছে, সেয়া কোনে জানে? বিংশ শতাব্দীৰ মাজভাগত এয়া যেন কোনো অতীত যুগৰ নায়িকা আহিছে এই যুগৰ মানুহৰ সন্মুখত। কোনে জানে সেই হৃদয়ত কোন ৰহস্যৰ উৎস আছে। তেওঁৰ ৰঙা ওঁঠৰ বেকা ৰেখাত কি গূঢ় তত্ত্ব প্ৰকাশ পাইছে!

কিন্তু সৰোদ বজোৱা সেই মানুহজন হঠাতে মোৰ চকুৰ আগত ডাঙৰ হৈ উঠিল। তেওঁ চৰকাৰী কেৰাণী। তেওঁ সকলো এৰি, সৰোদত সুৰ তুলি ৰামজীদাসীৰ লগত ঘূৰি ফুৰিছে—যিজনৰ সৰোদৰ ঝঙ্কাৰৰ বাহিৰে ৰামজীদাসীৰ সুঠাম পদযুগলত নাচৰ জোৱাৰ নুঠে।

বহুৰূপী ভাৰতৰ এয়াও এক ৰূপ। এই কাহিনী। যি শুনিলো তাতে গোটেই বালিচৰত যেন এক বিচিত্ৰ চকামকা চেহেৰাত চকুৰ সন্মুখত ভাহি উঠিল।

চাওঁ, আৰু এবাৰ সেই সৰোদবাদক চাওঁগৈ। কিন্তু বহু পলম হ'ল। হয়তো আচৰ ভাঙি গৈছে।

এতিয়াও চাৰিওফালে বহুত মানুহ। প্ৰচণ্ড শীত। সকলোৱে গায়ে-মূৰে কাপোৰেৰে ঢাকি গৈ আছে। দেখা গ'ল প্ৰায় সকলোৱে নিজ

নিজ তম্বুলৈ আগবাঢ়িছে। কোনোৱে পলম কৰিব খোজা নাই। গোটেই দিনৰ পুণ্য সঞ্চয় এইবাৰ শীতে তল পেলাই দিছে।

আকাশৰ চন্দ্ৰ প্ৰায় মূৰৰ ওপৰত। উত্তৰৰ পৰা দক্ষিণলৈ মেঘ উৰিছে। আকাশত ক'ৰবাত অদৃশ্য উৰাজাহাজে গৰ্জন কৰিছে।

চপাংকৈ চাবুকৰ শব্দ শুনি চমকি উঠিলো। দেখিলো বালিচৰত টাঙ্গা। চকা বহি গৈছে। ঘোঁৰা আগবাঢ়িব পৰা নাই। যাত্ৰী-যাত্ৰীণী সকলো টোপনিত প্ৰায় আচ্ছন্ন। দেখিলো চাবুক এৰি টাঙ্গাৱালা চকাৰ ওপৰত জপিয়াই পৰিছে। চকা বালিত সোমাই গৈছে। চকাৰ প্ৰতি কটূক্তি কৰি, নিজহাতে চকা দাঙি পুনৰ টাঙ্গা চলাই নিলে। শুনিলো, কোনোবা আৰোহীয়ে কোৱা, 'ক্যায়া, বিমাৰীৱালা ঘোড়া লে আয়া? ভাড়া ঠিক নহি মিলেগী।'

টাঙ্গাৱালাই যি কলে তাৰ সাৰমৰ্ম হ'ল, 'কুম্ভমেলাত ভগবানে অকল তোমালোকৰ বাবে বৈ আছে। আৰু মই খালি হাতেৰে ঘৰলৈ উভটি যাম।'

একো উত্তৰ শুনিবলৈ নাপালো। টাঙ্গাৱালাৰ কথা শুনি হাঁহিব খুজিছিলো। হাঁহিব নোৱাৰিলো। সঁচাকৈয়ে পুণ্যসঞ্চয়তো নহয়, যেন সদাগৰহে, স্বৰ্ণৰেণুৰ সন্ধানত আহিছে।

উভটিৰ খোজোতেই কোনোবা এজন সন্মুখত উপস্থিত হ'লহি। বুজিলো মোৰ ওচৰলৈকে আহিছে। কাৰণ মানুহজনে দাঁত উলিয়াই মোলৈকে চাই হাঁহি আছে। মই কিবা প্ৰশ্ন কৰাৰ আগতেই হিন্দীত সুধিলে, 'কিবা পালে নেকি?'

আচৰিত হলো। মানুহজনৰ আপাদমস্তক দামী শ্বাল এখনেৰে ঢকা আছে। বয়স অনুমান কৰা টান। নিস্তেজ চন্দ্ৰৰ পোহৰত যেন এখন ষড়যন্ত্ৰকাৰীৰ মুখ সন্মুখত ভাঁহি উঠিছে। নিশ্চয় ভুল কৰিছে।

সুধিলো, 'মোক কিবা কৈছে?'

মানুহজনে নম্ৰ মাতেৰে ডিঙি জোকাৰি কলে, 'আৰে মহাৰাজ, তেনেহলে কাক কম?'

পুনৰ সুধিলো, 'কি কৈছে?'

মানুহজনে অদ্ভুত ভঙ্গী কৰি আকৌ সুধিলো, 'কিবা পালে?'

কি পাম, একোৱে বুজিব নোৱাৰিলো। বৰং অলপ হতভম্ব হলো। 'কি পাম? আপোনাৰ কথা মই একো বুজিব পৰা নাই।'

মানুহজনে মহাবুদ্ধিমানৰ দৰে ডিঙিটো জোকাৰি জোকাৰি কলে, 'কিয় গোপন কৰিছে মহাৰাজ? মই আপোনাক বহু সময় ধৰি লক্ষ্য কৰি আছিলো, ফাকি নিদিব: মোকতো নিদিয়ে। সেয়া জানো কোনোবাই কাৰোবাক দিয়ে? মাত্র কিবা পাইছে নে নাই সেয়াহে আপোনাক সুধিছো।'

বিৰক্তিবোধ কৰি কলো, 'কি যা-তা কৈছে। কাৰ পৰা কি পাম?'

মানুহজনে কলে, 'কিয়, সেই সাধুজনৰ লগত যে দুঘণ্টা ধৰি কথা কৈছিল। ফুচফুচাই সাধুজীয়ে কিবা কৈছিল। হুঁ, বাবুজী, সকলো দেখিছো। আপোনাৰ কপাল ভাল। সেই কাৰণে পাইছিল। কিন্তু মহাৰাজ, অলপ কওকচোন, কি পালে? অলপ!'

আচৰিত। হাঁহিম নে কান্দিম বুজিব নোৱাৰিলো। কেনে বিচিত্র এই লক্ষ মানুহৰ মেলা।

মনৰ ভিতৰত বেলেগ ভাৱৰ জোৱাৰ। সেই তৰঙ্গতে উটি গৈছিলো। থমকি ৰব লগা হল। মন পাগল হৈ উঠিছিল সৰোদবাদকক চাম বুলি। তেওঁ সৰোদ বজাই ৰামজীদাসীৰ পিছে পিছে ওলাই গৈছে। বজাই চাম যে সেই দুঃসাহ নাছিল: আপোনা আপুনি মনৰ ভিতৰৰ তাঁৰ বাজি উঠিছে! সেই সুৰ বৰ তীব্র। তাৰ মাজত এই মানুহজনে যে অন্য সুৰত নলগা জেওত লাগি উঠিলহি, মহাবীৰৰ লগত কথা কোৱাৰ সময়ত কেতিয়া যে মানুহজনে মোলৈ লক্ষ্য কৰি আছিল মই মন কৰা নাছিলো।

পুনৰ বিৰক্তিবোধ কৰি কলো, 'কি পাব পাৰো কওকছোন?'

মানুহজনে হাঁহি এটি মাৰি কলে, 'মই যদি জানিলোহেঁতেন ভাবনা কিহৰ?' কিন্তু কিয়ে বা পাব পাৰে। সেয়া হলে একো নুবুজিলো। তেওঁক যিমানে কওঁ, একো পোৱা নাই, তেওঁ সিমানে জোৰ কৰে।

তেওঁ কলে, 'এইবোৰ দেখি শুনি চুলি পকি গ'ল। মোক ফাকি দিব নোৱাৰিব।'

বুজিলো, তেওঁ মোৰ কথা নুশুনে। মনে মনে ভাবিলো, কি বিপদত পৰিলো।

তেওঁ কৈ যাবলৈ ধৰিলে, 'মেলাত সোমোৱাৰ লগে লগে ডাঙৰ পাথৰৰ দোকানখন নিশ্চয় দেখিছে ?'

কলো, 'দেখা নাই ।'

মোৰ কথা শুনি তেওঁ দুৰ্বোধ্য হাঁহি এটি মাৰিলে। কলে 'তেতিয়া হলে কি দেখিছে ? সেই এজন মানুহ লাখপতি। কোনে তেওঁক চিনি পাইছিল ? তেওঁতো পথত ভিক্ষা কৰি ফুৰিছিল।' যথাসম্ভৱ সৰু মাতেৰে ফুচফুচাই কলে, 'এদিনাখন দেখিলো সাধুৰ পিছত ঘূৰা আৰম্ভ কৰিছে। কি ঘটনা ? দুদিন পিছত দেখিলো, চহৰত সৰু এটা ঘৰ লৈ দোকান আৰম্ভ কৰা। শিলৰ সৰু সৰুকৈ কটা শিবলিঙ্গ, মহাদেৱ, বিষ্ণু, এইবোৰৰ মূৰ্ত্তি। কেইবছৰমানৰ ভিতৰতে দেখা গ'ল তেওঁ একচেতিয়া ব্যৱসায় আৰম্ভ কৰি দিলে। বুজিছেনে ? সেই সাধু-সঙ্গ। আপুনি ভাবিছে, মই একোৱে বুজি নাপাওঁ ?'

মই মুখ মেলি বৈ গলো। এওঁ গূঢ়-বস্তুৰ সন্ধানীয়েই। একেবাৰে পৰমাৰ্থ। কি ভাগ্য, ৰঘুনন্দনৰ উপাখ্যান তেওঁৰ আগত নকলো। সেই পৰমাৰ্থ যে ইয়াত অনৰ্থ ঘটালেহেঁতেন।

নাজানো, কি সেই অলৌকিক বস্তু। মনৰ অগোচৰত হয়তো দেখো লাখপতি হোৱাৰ সপোন। কিন্তু কুম্ভমেলাত ? এই বালিচৰত ? সাধুৰ পিছে পিছে ? ক'তা, তেনে কোনো পন্থাৰ কথাতো মনলৈ অহা নাই। শিল কিয় ? নিজৰ তেজ বেচি লাখপতি হোৱাৰ কল্পনা কৰিব পৰা নাই।

কলো, 'ক'তা, তেনেকুৱা একো পোৱা নাইতো।'

আকুল ভাবে সুধিলে, 'তেনেহলে কি পালে ?'

মনে মনে ভাবিলো, যি পাইছো সেয়া কোৱা কথা নহয়। সেয়াতো এটি সুৰ। ধৰা-মেলাৰ বাহিৰত। ধৰি বান্ধি ৰাখিব পৰা নাযায়। মাত্ৰ কাণেৰে শুনিব পৰা যায়। হাঁহি এটি মাৰি কলো, 'একো পোৱা নাই।'

বুজিলো, মোক বিশ্বাস কৰিব পৰা নাই। চকুত তেওঁৰ তীক্ষ্ণ দৃষ্টি। মুখত লাগি থকা হাঁহি নাইকিয়া হৈছে। ক্লান্ত পশুৰ দৰে জিভাখন ওলাই পৰিছে। গাত গৰম কাপোৰ থকা সত্বেও তেওঁৰ গাত মৃদু কঁপনি। এয়া খঙ নে হতাশা সেয়া বুজিব নোৱাৰিলো।

এনে সময়তে ঝনঝন শব্দ শুনি দুয়োজনেই উভতি চালো। অদূৰত এক বিশালমূৰ্ত্তি গৈ আছে। একেবাৰে উলঙ্গ মূৰ্ত্তি। মূৰৰ জটা বেচ মোটা ডিঙিত কেইবাডালো মালা। হাতত এদাল দীঘল ত্ৰিশূল। তেওঁৰ ডিঙিত নাইবা ত্ৰিশূলত হয়তো কিবা বন্ধা আছে। তাৰপৰাই ঝনঝন শব্দ ওলাইছে।

ওচৰ পাজৰৰ মানুহ থমকি ৰৈ গৈছে। কোনো কোনোৱে কপালত হাত লগাই প্ৰণাম কৰিছে। তেওঁৰ পদচিহ্নৰ তিতা বালি মূৰত লৈছে।

মোৰ লগত কথা কৈ থকা মানুহজনৰ মুখৰপৰা এটি বিচিত্ৰ শব্দ ওলাল। সেয়া ভয়ৰ নে আনন্দৰ বুজিব নোৱাৰিলো। চাই দেখো তেওঁৰ গোটেই মুখত হাঁহিৰ দীপ্তি। হতাশা নাইকিয়া হ'ল। লগে লগে গাৰ কাপোৰখন খুলি কঁকালত বান্ধি ললে। মৃদু মাতেৰে কলে, 'পাইছো, পাইছো।'

তাৰপিছত মোলৈ এবাৰ চাই আতৰি গলগৈ। সেই দিগম্বৰ মূৰ্ত্তিক অনুসৰণ কৰিলে। ছাঁয়াৰ দৰে তেওঁৰ পিচ ললে। যেন চিকাৰীয়ে চিকাৰৰ পিছে পিছে গৈছে।

হাঁহিব খুজিও হাঁহিব নোৱাৰিলো। বালিচৰলৈ চাই দেখিলে লাখ লাখ পদচিহ্ন। বৰষুণৰ তিতা বালিত গৰুৰ পালৰ দৰে লাখ লাখ মানুহৰ ভৰিৰ ছাপ। লাখ মানুহৰ লাখ কামনা, বাসনা আৰু প্ৰবৃত্তি। বলিয়াৰ দৰে ঈপ্সিত বস্তুৰ পিছত ঘূৰি আছে।

আৰু এই মানুহজন? এওঁ সংসাৰৰ মায়াজালে তেওঁক লাখ টকাৰ সপোন দেখুৱাইছে। সেয়াই তেওঁৰ সাধনা, ধ্যান, ধাৰণা। তেওঁৰ ভগবান, তেওঁৰ পুণ্য। মিছা সন্দেহত মোৰ ওচৰত হতাশ হৈছে। কিন্তু আশা তেওঁৰ হেৰোৱা নাই। চকুৱে মুখে তেওঁৰ যি হাঁহি আৰু আনন্দ দেখিলো সেয়াতো চয়তানৰ দৰে নহয়। চয়তানে তেওঁক পাইছে নে নাই নাজানো। কিন্তু চকুৱে মুখে তেওঁৰ শিশুৰ সৰলতা। লোভ? সেয়া আছে। সংসাৰে তেওঁক এই পথ দেখুৱাইছে। বয়স তেওঁৰ হৈছে। এতিয়ালৈকে তেওঁ জীৱন কটাই আহিছে এই সপোন দেখি। হয়তো অৱশিষ্ট আয়ুসখিনিও নিঃশেষ হব এই সপোন দেখিয়েই। সংসাৰৰ এয়াই নিয়ম। ইমানদিনে গোটেই সংসাৰে মজা

চাইছে। কোনোৱে ওভোটাই অনা নাই। আজি সময় হৈ গৈছে। সপোন আজি আৰু সপোন হৈ থকা নাই, সপোন সাধনা।

নাজানো তেওঁৰ -সংসাৰৰ কথা। গোটেই জীৱন হয়তো তেওঁ এনেদৰে 'পাইছো', 'পাইছো' বুলি আনন্দত দৌৰি ফুৰিব। দৌৰিব মৰীচিকাৰ পিছত। তাৰ পিছত এটা দিন আহিব। হয়তো শেষ দিন। তেওঁৰ পলক-নপৰা চকুত দেখা যাব বিস্ময় আৰু তীক্ষ্ণ ভ্ৰূকুটি। ডুটোপাল চকুপানী।

সেইদিনাখন সেই সময়ত জানো আজিৰ ৰাতিৰ এই দৃশ্য ভাঁহিব? মোলৈ জানো মনত পৰিব—যিজনে সকলো পাই কুম্ভমেলাত মিছা কথা কৈছিল?

হাঁহিব নোৱাৰিলো। বিদ্ৰূপৰ হাঁহিও মাৰিব নোৱাৰিলো। সেয়া হোৱাহেঁতেন ভালেই আছিল। মনৰপৰা নিষ্কৃতি পালোহেঁতেন। হাঁহি হাঁহি বলিয়াক চাই আঁতৰি যাব পৰা গ'লহেঁতেন।

কিন্তু এই মানুহ, উভটি চাই দেখো যে অদৃশ্য হৈ গৈছে। ভবিৰ খোজত মিলি গৈছে। মাত্ৰ দৌৰিছে। ভাবো, কোনো দিনাখনে জানো তেওঁৰ ভাগ্যত একো পোৱাৰ ভাগ্য নঘটিব? সেই দিনাখন বুকু ভৰি উঠিব আনন্দ আৰু বেদনাত। মনে মনে কব—'পাইছো, পাইছো'।

ঠাণ্ডা লাগিছে। ঠাণ্ডাই শৰীৰ ভেদ কৰি গৈছে গোলমাল কমি আহিছে। আশ্ৰমলৈ উভটি আহিলো।

ভঙা আচৰ। তথাপিও আচৰ আছে। ৰামজীদাসী নাই, সৰোদ-বাদকো নাই। মাইকৰ সন্মুখত বহি দুজন মানুহে টোপনিৰ জড়তাত হিন্দীত কিবা গাবলৈ ধৰিছে। আচৰত থকা কিছুমান নৰ-নাৰীয়ে তাক শুনি আছে।

সেই ভিৰ নাই। পদূলিৰ সন্মুখত থকা অষ্টিন গাড়ীও নাই। বাদকজনক ভালকৈ চাম বুলি আহিছিলো, চোৱাও নহ'ল।

তেওঁ এজনৰ পিছত ঘূৰি আছে। বিচাৰিছে নে নাই নাজানো? এনেকুৱা লাখ টকাৰ পিছত?

টোপনিৰ পৰা সাৰ পাই দেখো যে তম্বুত কোন নাই। তম্বুৰ পিচফালে কথা-বতৰা শুনিবলৈ পাইছো। মুখ-হাত ধুবলৈ ওলাই

আহিলো। দেখিছো পিচৰ ঠাইখিনিয়ে আচল স্থান। সাংসাৰিক ব্যস্ততা। পানীৰ কলত শাৰী পাতি আছে। কলৰ পাৰত যেনেকুৱা ভিৰ দেখিছো, মুখ-হাত ধুব পাৰিম নে নাই কব পৰা নাই।

ৰ'দ উঠিছে। ৰ'দতো নহয় যেন কেঁচা সোণ। শীতত আড়ষ্ট শৰীৰ যেন কাৰোবাৰ দুই বাহু-বান্ধোনত ধৰা পৰিল। আঁতৰৰ বেৰৰ কাষত ৰ'লোগৈ, অকলে অকলে গাত ৰ'দ লোৱাৰ কাৰণে। সৰু সৰু বাঁহৰ বেৰা।

ৰাতি মেলা, দিনত মেলা। দেখিছো মেলা দিনে-নিশাই সাৰ পাই আছে। শুনিবলৈ পাইছো মাইক নিনাদ। মানুহৰ ভিৰ চাৰিওফালে দেখা পাইছো। ভিৰ অলপ বেছি যেন লাগিছে লগতে টাঙ্গাৱালাৰ চিএগৰ, গাধৰ চিএগৰ। চকুত পৰিছে দুই এখন লৰী বালিচৰত ঘূৰি ফুৰা। বালিচৰত বাট উলিয়াই লৈছে। বালিতে একৰকম ঘাঁহ পাৰি দি বাট কৰি লৈছে। তাৰ ওপৰত মাটি। কিন্তু মূৰ গৰম হৈ যায়গৈ যেতিয়া দেখো ঝাড়ুদাৰণীয়ে এই বাটত ঝাড়ু দিয়া। ধুলিতো উৰিবই মাটিখিনিও যে বালিত মিহলি হৈ যাব।

ওৰণিবিহীন এদল নাৰীবাহিনী বেৰৰ কাষেৰে গৈ আছে। কেনোবা কোনোবাই গানো আৰম্ভ কৰি দিছে। কোনোবাই খিল-খিলাই হাঁহিছে। গোৱালাসকলে ডাঙৰ ডাঙৰ গাই গৰু লৈ গৈ আছে। চিএগৰিছে —গাখীৰ, গাখীৰ, লাগে গাখীৰ। মোৰ মুখত টুথব্ৰাচ।

'বাবু। সেৰী বাবু।'

নাৰীকণ্ঠ শুনি চমকি উঠিলো। একেবাৰে কাণৰ ওচৰতে। ব্যাকুল আৰু ব্যস্ত কণ্ঠ।

'বাবু, মেহেৰবানি বাবু।'

মোৰ শৰীৰত হাতে স্পৰ্শ কৰিলেহি। বেৰৰ ফাঁকেৰে। লেতেৰা হাত কিন্তু বগা। নখত ময়লা। কিন্তু সৰু সৰু পুৰঠ আঙুলি। মণিবন্ধত ৰঙীন আয়নাৰ চুড়ি।

চাই দেখা, এজানী ছোৱালী। আধা ওৰণি লোৱা। চকুৰ মণি দুটাত তীক্ষ্ণ দৃষ্টি। মুখত হাঁহি। সৰু নাকত লেতেৰা পিতলৰ নাকচাবি। ৰাতিপুৱাৰ ৰ'দত বেৰৰ ছাঁ মুখত পৰিছেহি। ছাঁৰ জিলিকনি।

সুধিলো, 'কি লাগে?'

আঙুলিৰে গাত টিপি দিলে। আৰু এখন হাতেৰে কপালত স্পৰ্শ কৰিলে। চকুত যেন নতুন পোহৰ। বেঁকা হাঁহি মুখত দেখা গ'ল। এই হাঁহিৰ কি নাম দিয়া যায়, নাজানো।

হাঁহি কিন্তু করুণ মাতেৰে কলে, 'ছুঠো পাইসা, মেৰী বাবু।'

পইচা। অৰ্থাৎ ভিক্ষা। সেয়াই ভাল। ভাবিছিলো, কি ঘটিব খুজিছে। ভিক্ষা বিচৰাৰ এয়া কি ৰীতি? ওঁঠত হাঁহি, চকুত পোহৰ। গাত হাত। ভিক্ষাৰ কাকুণ্য ক'তা? ডিঙিত? সেইখিনি আবদাৰ বুলি কলে ক্ষতি কি?

পকেটত হাত থৈ তাইৰ আপদমস্তক চাবলৈ ধৰিলো। শাৰীখন মিলৰ কিন্তু পাতল। খুচি পিন্ধিছে, সোঁফালৰ আচল এৰি দিছে। গাত সস্তীয়া কাপোৰৰ ব্লাউজ। সুঠাম দেহ।

ভিখাৰিণীয়েই। পকেটৰ পৰা পইচা উলিয়াবলৈ ধৰোতেই এটি চিঞৰ কাণত পৰিল, 'এই সৰ্বনাশী আহিছে, সেই হাৰামজাদী।'

পিচমুহূৰ্ত্তে নাৰীকণ্ঠৰ কোৰাচ। ঘটনা কলব ওচৰতেই, দু অনা পইচা দি উভটি চাওঁতেই সন্মুখত দেখিলো নাৰীবাহিনী। মই ব্যূহৰ মাজত সোমাই পৰিলো। আৰু বাহিৰৰ তীক্ষ্ণ নাৰীকণ্ঠৰ হাঁহি, যেন সকলো গোলমাল ঠান-বান কৰি বালিচৰত মিহলি হৈ গ'ল।

প্ৰথমতেই, সেই বিকট শৰীৰৰ মানুহজনী ভিৰ ঠেলি সন্মুখলৈ আগুৱাই আহি কলে, ভিক্ষা দিছা বেটীক?'

সকলো ঘটনা ইমান খৰধৰকৈ ঘটিল যে মই একোৱে বুজিব নোৱাৰিলো। বিৰাট দেহৰ মানুহজনাৰ মুখলৈ চাই মই ভয় খাই গলো। চাৰিওফালে খণ্ড আৰু সন্দেহান্বিত কৌতূহলী মুখ। কোটোৱালজী আহি ওলাল।

মানুহজনীয়ে পুনৰ মুখ বিকটাই সুধিলে, "দিছা নে নাই?"

ভিক্ষা বিচাৰিছে! দিবলৈ মন গৈছে। নিদিম কিয়? কলো, "ওঁ, দিছো।"

"কিমান?"

"দুঅনা।"

"দুঅনা?" মানুহজনীয়ে চকু কপালত তুলি কলে, "মুখ চাই দিছা বোধহয়?" কথাত ভৰ্ৎসনাৰ সুৰ।

মুখ চাই নহয়। সকলো চাই দিছো। অপৰাধ?

এটি নাৰীকণ্ঠ কাণত পৰিল, "শুনিছা, কি কথা কৈছে?"

মানুহজনীয়ে জিকাৰ মাৰি কলে, "কি হৈছে? সেই হাৰামজাদী যে বেয়া তিৰোতা, চোৰ, সৰ্বনাশী, সেয়া নাজানা?"

সৰ্বনাশী! অকল চোৰ নহয়, ল'ৰাও চুৰ কৰে। সৰ্বনাশ। সেয়া জানিম কেনেকৈ? পাহাৰিয়ে গৈছিলো, সেই কাৰণেইতো সৰ্বনাশীৰ চকুৱে মুখে বহু সৰ্বনাশৰ দ্যুতি আছিল।

চাই দেখো, ছি ছি। সকলোৰে চকুত ছি ছি দৰে বিদ্রূপ। কোনোমতে ভিক্ষা দিছো মাত্র। কিন্তু আচৰিত হৈ আনফালে চাই থকাৰ বাদে উপায় কি।

জীৱনত এনেকুৱা বিব্রতবোধ কেতিয়া হোৱা নাই। সেয়াও ভিক্ষা দি। আগতে জনাহেঁতেন পইচা দি এনেকুৱা মহৎ কাম কোনে কৰিলেহেঁতেন? মহত্ত্বৰ অমৃতত যে ইমান বিষ, সেয়া জনা নাছিলো। নাজানিছিলো, মোৰ ভিতৰত যে গোপনে ইমান কলঙ্ক আছিল। কালিমা ওলাই যে পৰিব ইমানবিলাক তিৰোতাৰ তীক্ষ্ণ চকুৰ সন্মুখত।

মুখৰপৰা ব্ৰাচ নমাই লৈ কিবা এটা কৈ ঘটনাৰ ইতি পেলাব খুজিলো। নহ'ল। ইতিমধ্যে উত্তেজনাৰ গতি পৰিবৰ্ত্তন হৈছে। কম কাক, শুনিব কোনে? নিজৰ ভিতৰতে আলোচনা হৈছে কাৰ প্ৰথমতে চকুত পৰিছিল। যিয়ে যি নকওক কিয়, বিশাল দেহৰ মানুহজনীৰ চকুতে যে প্ৰথমতে পৰিছিল সেয়া তেওঁ তেওঁৰ সৰ্বোচ্চ কণ্ঠেৰে প্ৰমাণ কৰি দিলে। "শুনিছা, পানী ভৰাম ক'ত, চাই দেখো তাই ফুচফুচাই কিবা কৈ হাঁহিছিল।"

যিমানে কয়, সিমানেই সকলোৱে মোলৈ কটাক্ষ দৃষ্টিৰে চায়। যেন প্ৰমাণ হৈ গৈছে মোৰ গাত সৰ্বনাশৰ দাগ আছে। মোৰ চকুৱে মুখে, মোৰ শৰীৰত। যোৱা দুদিন মই কাৰো বিশেষ চকুত পৰা নাছিলো। বিশেষকৈ নাৰীমহলত।

সকলোৰে প্ৰশ্ন হ'ল কোন মই? ক'ৰ ল'ৰা, কাৰ লগত আহিছো? থাকো কাৰ লগত? কিয় বা আহিছো এই ভৰ যৌবনত?

জটিল প্ৰশ্ন, সন্দেহ নাই। আচৰিত। ভিক্ষাই দিছো। সৰ্বনাশীৰ মুখখনটো মনত পৰা নাই। কাণত ভাঁহিছে মাত্র তাইৰ নিৰ্ভীক তীক্ষ্ণ হাঁহি।

বলৰামৰ হাঁহিত এক বিচিত্ৰ আনন্দ আছিল। শ্যামাৰ হাঁহিত তলপৰি থকা বেদনাৰ হাঁহি। আৰু এই হাঁহি? এয়া হাঁহিতো নহয়— অট্ট হাঁহি!

ভাবো, তাই ছোৱালী নহয় যদি পুৰুষ হ'লহেঁতেন। চোৰ হওক, যদি ছোৱালীচোৰ। তেনেহলে জানো সকলোৱে মিলি মোক এনেকৈ আক্ৰমণ কৰিব পাৰিলেহেঁতেন।

ইচ, ব্ৰজবালাৰ চকুলৈ চাব নোৱাৰা হৈছে। তেওঁৰ চকুৰ ভাষা পৰিষ্কাৰ, ছি ছি তোমাৰ মনত এয়া আছিল? মোক নবৌ বুলি নামাতিবা।

যোৱাৰ আগতে বুঢ়ী মায়ে কৈ গ'ল, "ভিক্ষা দিয়াৰ আন মানুহ নাপালা?"

কোটোৱালজীয়ে বেঁকা হাঁহি এটি মাৰিলে। সমবেদনাৰ আভাস চকুত পৰিল। কলে, "ডাঙৰীয়া, আচৰিত ছোৱালী। চিতাবাঘিনীৰ দৰে। যায় ডালে ডালে, পাতে পাতে। দিনে এনেকুৱা পুৰুষ-তিৰোতা কিমান ধৰা পৰিছে জানে? কেতিয়াবা এশলৈকে। গোটেই মেলাতে বৈ আছে। অলপ অসাৱধান হলেই বিপদ।"

তাৰপিছত অ-সন্ন্যাসী জনোচিত ভাবে হাঁহি কলে, "ভাল মানুহকে ধৰিছিল।" অৰ্থপূৰ্ণ হাঁহি এটি মাৰি আঁতৰি গ'লগৈ। কি ভাগ্য, প্ৰহ্লাদ নাইবা পাঁচুগোপাল নাই। তেতিয়া হলে সমালোচনাৰ ভাষা আৰু নিঃসন্দেহে সৰস হৈ পৰিলহেঁতেন।

ধন্য সৰ্বনাশী! তম্বুলৈ উভটি যাব খুজিলো। কলৰ ফাললৈ যোৱাৰ দুঃসাহস নহ'ল। থমকি বৈ যাব লগা হ'ল।

সন্মুখত দেখিলো দুটি মুগ্ধ চকু। এগৰাকী মহিলাই পথ ৰোধ কৰি ৰাখিছে। চকুৰ দৃষ্টি কম। শকত লেন্সৰ তলত চকু দুটি ডাঙৰ কৈ মেলি দিছে। মানুহগৰাকীৰ গাৰ ৰঙ বগা। মূৰত পকা চুলি। পিন্ধিছে বগা কাপোৰ। যাবলৈ আগবাঢ়িব খুজিলো। কলে, "অলপ ৰবা।"

ৰৈ গলো। কি কয় বা আকৌ? সুধিলো, "কিবা কব?" উত্তৰ নাপালো। কিছুসময় মোলৈ চাই থাকিল। তাৰপিছত কোমল মাতেৰে কলে, "ভাল কৰিছা। দিছা ভাল কৰিছা। ইয়ালৈ আহি নিদি দিবা ক'ত? আৰু দিয়ে বা আনন্দ পাই কেইজনে?"

আচৰিত হলো। মুহূৰ্ত্ততে মনটোও নতুন আবেশত ভৰি উঠিল। চাৰিওফালৰ ইমান সন্দেহ, ভৰ্ৎসনা নিজৰ দুখ আৰু বিদ্ৰূপৰ হাঁহিৰ মাজত মনৰ পাপৰি জাপ খাই আছিল। সেয়া যেন নতুন ৰসত বতাহ আৰু ৰ'দে মেল খুৱাই দিলে। কলঙ্কত গৌৰৱৰ স্পৰ্শ লাগিল। মুখ ফুটাই একো কব নোৱাৰিলো।

তেওঁ আকৌ কলে, "যিজনে দিব নোৱাৰে তাতকৈ দুখী এই সংসাৰত কোন আছে কোৱাছোন বাবা?"

কৈ চশমাৰ মাজেদি মোলৈ চালে। চশমাৰ এখন লেন্স আকৌ ফটা। দেখিলো তেওঁৰ চকুত যেন পানী। অথচ সপ্ৰশ্ন দৃষ্টি। সামান্য কথা, কিন্তু কি যে উত্তৰ দিব একো ভাবি নাপালো।

বোধহয় তামোল খায়। ওঁঠত ৰঙা দাগ। গাৰ ৰঙ বেচ বগা। আকৌ হাঁহি কলে, "যিজনে দিয়ে, তেওঁৱেতো লৈ যায়। সংসাৰলৈ সকলোৱে দিবলৈ আহে। দিবলৈ আৰু নিবলৈ। আগতে দিয়া পিছত লৈ যোৱা। মাকে ল'ৰাক দিয়ে। পুনৰ হাত পাতি ল'ৰাৰ পৰা নিয়ে। বসুমতীক তুমি দিয়া, মা বসুমতীয়ে তোমাক ঘৰ ওপোচাই দিব। বিদ্বানেতো বিদ্যা দিয়ে। দিয়াত বিনে কি সুখ আছে?"

মন ভৰি উঠিল সঙ্কোচ আৰু আত্মধিক্কাৰত। ভিখাৰিণীক দুঅনা পইচা ভিক্ষা দিছিলো। কিন্তু ইমান ডাঙৰ দিয়াতো জীৱনত কোনোদিনাখনে দিয়া নাছিলো। সংসাৰক দিয়াতো আচল দিয়া। সেই দিব পৰাৰ কিবা নিজৰ ওচৰত আছেনে নাই নাজানো। দিম কি? যিজনৰ মোনা শকত তেওঁ দি ফুৰিছে। মই আকৌ শূন্য মোনা লৈ ঘূৰি ফুৰিছো। ভৰ্ত্তি কৰাৰ উদ্দেশ্যে। পাম বুলি। পালেও দিব কেইজনে পাৰে?

কি কথাৰ পৰা কি কথালৈ আহিলো। একেবাৰে মাটিৰ পৰা আকাশলৈ। সীমাৰ পৰা অসীমলৈ। মন সৰু হৈ আহিল। মুৰ দো খাই গ'ল।

তেওঁ পুনৰ কলে, "দিয়াৰ কাৰণে সুখ আছে, ঘৃণাও আছে। দি যিজনৰ মাটিত ভৰি পৰিব নোখোজে। চোৱা কিমান দিছো। এয়া হ'ল ঘৃণা। আকৌ যিজনৰ আছে তেওঁ দিবলৈ নাজানে। দিয়াৰ ৰীতি নাজানে। তেওঁ বৰ অভাগা। মই বোধহয় সেয়া। তুমি কি কোৱা?"

কি কম? তেওঁৰ চকুত সেই মুগ্ধ সপ্ৰশ্ন দৃষ্টি। কিছু পৰিমাণে যেন আত্মভোলা। কণ্ঠত সেই সেই কোমলতা। তেওঁ যে ক'ত লুকাই আছিল মই দিয়া দুঅনা পইচাৰ দানক গৌৰবান্বিত কৰিম বুলি। তেওঁৰ নাম নাজানো, ধাম নাজানো। মোৰ বয়সৰ। তেওঁৰ গৌৰব আৰু সম্মানত যে মই বাক্‌হীন। কি কম।

কলো, "আপুনি যি কলে মই ইয়াতকৈ কি কম।"

তেওঁ মোৰ হাতখন ধৰি কলে, "এনে কথা নকবা। ইয়ালৈকে কত ব্ৰাহ্মণ-কায়স্থৰ জী-বোৱাৰী আহিছে। মই গোৱালৰ ছোৱালী, বিধবা। ল'ৰাই মোক গিয়ে নকওঁক, মই গোৱালৰ মাক। মানুহে মোক হিদে গোৱালৰ মাক বুলিয়ে জানে।"

মনে মনে কলো, হওক। তেওঁ হিদে গোৱালৰ মাকে হওক। যিজনৰ সকলো সপি দিয়াৰ ইমান ব্যকুলতা তেওঁতকৈ হৃদয়ৱতী বাৰু কোন আছে? ভাবো, নাজানো হিদেৰ মাকে কিহেৰে কিমান দিছে। কিন্তু যিজনে এনেকৈ কব পাৰে তেওঁ দিবও পাৰে।

হিদেৰ মাকে হাত ধৰিয়ে ৰ'ল। লৰচৰ কৰিব পৰা নাই। আনফালে দেখিছো সিফালৰ নাৰীবাহিনী চাই আছে। তেওঁলোকৰ মাজত এয়া লৈ আলোচনাও হৈছে।

হিদেৰ মাকে কলে, "বাবা, তোমাক মোৰ ভাল লাগিছে। দিয়া, মন থাকিলে যিমান খুচী দিবা।"

কৈ মোৰ নাম ধাম বিচাৰিলে। সুধিলে, "মা-দেউতা আছে?"

কলো, "দেউতা নাই।"

তেওঁ কলে, "আহা, আচলজনে নাই। মানুহে কয়, মাতকৈ ডাঙৰ একোৱে নাই। নহয় বাবা? বাপেক থাকিলে ল'ৰাৰ বিশেষ চিন্তা নাথাকে। কিন্তু মাক নাথাকিলে বিশেষ একো নহয়।

তেওঁ পুনৰ কবলৈ ধৰিলে, "তোমাক মোৰ ভাল লাগিছে। মনৰ কথা দুটা কওঁ। বহিবা?"

বহিম। কেনেকুৱা যেন লাজ লাগিছে। নাৰীবাহিনীয়ে বা কি ভাবিছে। কিন্তু হিদেৰ মাকক নিৰাশ কৰিবলৈ মন যোৱা নাই। বালিৰ ওপৰতে বহিলো। কলো, "কওঁক?"

তেওঁ বহিল। কলে, "বাবা, ঘৰত জ্বালা, সেই কাৰণে বাহিৰলৈ

ওলাই আহো। বাহিৰত দেখিলো আৰু জ্বালা! কলৈ গলে যে দুই দণ্ড শান্তি পাম ভাবি নেপাও। ঘৰ-বাহিৰ মোৰ কাৰণে সমান হৈ গৈছে। বাবা, মানুহে মোক হিদেৰ মাক বুলি কয়। কিন্তু হিদেই হলে মোক মা বুলি নামাতে?"

কওঁতে কওঁতে হাঁহি আৰু কান্দোনৰ বিচিত্ৰভাবে তেওঁৰ মুখ কঁপি উঠিল। মোটা চশমাৰ তলত বিশাল চকু দুটি জাঁহি উঠিল।

এনেকুৱা কথা শুনাৰ কাৰণে প্ৰস্তুত নাছিলো। মন মোৰ দুখত চমকি উঠিল। সুধিলো, "কিয়?"

তেওঁ কলে, "মই যে মাকৰ দৰে মাক নহয়। মই যে কাজিয়া কৰা মানুহ, হিংসুক, আনৰ কথা লগোৱা তিৰোতা "

জানো, ইয়াৰ মাজত মোৰ কোনো কথা নাই। তথাপিও নোকোৱাকৈ থাকিব নোৱাৰিলো, "কোনে কয় এইবোৰ কথা?"

তেওঁ কলে, "যিয়ে কয়, যাৰ দৰকাৰ। নিজেও কওঁ। কওঁ, হিদে মোৰ হাতৰ বন্ধা নাখায়। হিদেই লেখা-পঢা শিকিছে। কলিকতাৰ অফিচত চাকৰি কৰে। কিন্তু চাকৰণী বুলিও যে দুটি পইচা নিদিয়ে। কিয়? মই যে তাৰ মাক নহয়।"

একো কব নোৱাৰিলো। নাজানো হিদেৰ কথা। নাজানো তেওঁলোকৰ ঘৰৰ কথা। কিয় বা পুত্ৰ স্নেহৰ পৰা বঞ্চিত হিদেৰ মাক? সকলো মিলি তাত কেনে পৰিবেশ, কিমান অবিচাৰ, কোনে জানে। তথাপিও হিদেৰ মাকৰ কাৰণে বেয়া লাগিল।

নিজে নিজে অভিমান কৰি কলে, "নামাতিলেইবা, নিদিলেইবা। নিজে গাখীৰ বেঁচো, খাওঁ। মোৰ ভাবনা কিহৰ। এয়াতো ইয়ালৈ গুচি আহিছো। কোনে ৰাখিছে কাৰ খবৰ। মই ৰান্ধি-বাঢ়ি তাক সুখুৱালো বাবে; মোৰ কি হৈছে।"

চকুৰ চশমা খুলি চকুপানী আচলেৰে মচিলে। কলে, "সকলোকে এই দুখৰ কথাকে মনে মনে কওঁ। তোমাকে কলো। তোমাক বৰ ভাল লাগিল। মোক দুই চাৰি অনা পইচা দিবানে বাবা?"

পইচা? নিজৰ কাণকে ঠিক বিশ্বাস কৰিব পৰা নাই। মোৰ এচৰত হিদেৰ মাকে পইচা বিচাৰিছে। সুধিলো, "কি কৈছে?"

পুনৰ কলে, মোক দুই-চাৰি অনামান পইচা দিবানে?"

হঠাতে আক্ৰান্ত হোৱা শামুকে যেনেকৈ কোঁচ খাই যায় তেনেকৈ মোৰ মনো কোঁচ খালে। ইমান কথা কোৱাৰ পিছত শেষত পইচাৰ কথা? সুধিব খুজিলো, "কিয়?" কিন্তু নোৱাৰিলো। সেই উন্মুক্ত মুখ, সেই চকু, তেনেকুৱা সৰল অভিব্যক্তি! কোনো ভাবান্তৰৰ লক্ষণ নাই। তথাপিও সন্দেহত আৰু বিৰক্তিত মোৰ মন কেনেবা লাগিল। আমাৰ ভদ্ৰতাত, শিক্ষাত, ভাবনাত, চিন্তাত, আত্মসন্তুষ্টিৰ মাজত যিখন বেৰ জীৱনৰ চাৰিওফালে আছে, তাৰে বাহিৰ হৈ গলেই আমি পিছুৱাই আহো। আমাৰ মন গণ্ডীৰ ভিতৰত বৰ উদাৰ। বাহিৰত অস্বাভাৱিক।

মন পৰীক্ষা কৰাৰ কাৰণে অৱকাশ নাই। চিৰ অভ্যস্ত মোৰ চকুৱে-মনে যেন দেখা পালে হিদেৰ মাকৰ এই সাৰল্যৰ পিছত যেন এটি কটাক্ষই উকি মাৰিলে। ইমান যে দানৰ কথা, মিঠা কথা, তাৰ অলক্ষ্যিতে জানো মাত্ৰ দুই-চাৰি অনা পয়চাৰ কথাই? ভাবিলে নিজকে খুব সৰু যেন অনুমান হয়। মোৰ অপমানত যেন দ্বিগুণ কলঙ্কৰ স্পৰ্শ লাগিল। হয়তো যদি ঠিক এই সময়ত নিবিচাৰি আন-সময়ত বিচাৰিলেহেঁতেন তেতিয়া হয়তো এনেভাবে মোৰ মনত নালাগিলহেঁতেন।

মনৰ ভাব গোপন কৰি কলো, "দিম।" বুলি কৈ মোনাত হাত ভৰালো। হিদেৰ মাকে লগে লগে হাতত ধৰি কলে, "দিবা, পিছত দিবা। ইমান খৰধৰ কিহৰ? পলাইতো যোৱা নাই।"

পলাই অৱশ্যে নাযাও। কিন্তু খৰধৰৰ প্ৰয়োজন আছে। হিদেৰ মাকৰ পৰা সোনকালে ৰেহাই পোৱাৰ কাৰণে। তেওঁ আকৌ কলে, "তোমাৰ মোনাত সেইটো কি বাবা? কলম? কি বুলি যে কয় সেইটোক? যিহেৰে আপোনা আপুনি লেখা যায়?"

তেওঁৰ আকৌ কলমৰ প্ৰয়োজন কিহৰ? কলো, "এইটো ফাউণ্টেন পেন।"

অলপ অপ্ৰতিভ হৈ কলে, "ওঁ, ফাউণ্টেন পেন। হিদেও তাৰেই লিখে। মোক এখন চিঠি লিখি দিব লাগে। দিব পাৰিবানে?"

মন মোৰ বিমুখ হৈ পৰিল। তথাপিও কলো, "দিম।"

লগে লগে হিদেৰ মাকে ককালত গুজি থোৱা কাগজ এখন

উলিয়াই ললে। কাগজখনৰ অৱস্থা এনেকুৱা হৈছে যেন ক'ৰবাৰ পৰা বুটলিহে আনিছে।

যাবলৈ থিয় হলো। কৌতূহল হ'ল, হিদেৰ মাকে কালৈ চিঠি লিখিব। সুধিলো, "কালৈ লিখিব ?"

উত্তৰত কলে, "হিদেলৈ। তাক জনাই দিওঁ মই ইয়াত কেনে শান্তিত-আছো। নহলে মনে মোৰ শান্তি নাপাব।"

সেইটো অৱশ্যে হয়। যিজনক বেছি দুখ দিবলৈ মন যায়, তেওঁকেইতো দিব লাগে সুখৰ সংবাদ। কিন্তু হিদেৰ মাকৰ চকুপানী কিয় এনেকৈ ওলাইছে ?

তম্বুৰ ফালে আগবাঢ়িলো। নাৰীবাহিনী মোলৈ কটমটাই চাই আছে। সেই দৃষ্টিত দাহিকা শক্তি থকাহেঁতেন নিশ্চয় পুৰি মৰিলো-হেঁতেন। ভাবিছোঁ, যেতিয়া তেওঁলোকে গম পাব যে মই হিদেৰ মাকক পইচা, দিছো, তেতিয়া যদি মোৰ মুখৰ আগত হাঁহে, মই পলাবৰ ঠাই নাপাম।

হঠাতে ব্ৰজবালাক চকুত পৰিল। তেওঁৰ চকুৰে মুখে খঙ আৰু শঙ্কা। বহুতো মানুহ থকাৰ কাৰণে চাব পৰা নাই, কিন্তু ভুৰু গৈ কপালত উঠিছে।

মোৰ পিছত হিদেৰ মাক। তম্বুলৈ আহি বেগৰ পৰা কাগজ উলিয়াইছো, এনেতে ব্ৰজবালাই এক ঘটি পানী আনি দিলেহি। মুখ ধোৱা পানী।

পানী ঘটি লবৰ কাৰণে হাত আগবাঢ়োতেই ফুচফুচাই কলে, "সেই কৃপণ বুঢ়ী। খবৰদাৰ এটা পইচাও নিদিবা।"

কৈ ঘটি হস্তান্তৰিত কৰি আঁতৰি গ'ল। হাঁহি, বিস্ময় আৰু দুখত মোৰ মনত এক বিচিত্ৰ ভাব। দেখিছোঁ, ব্ৰজবালা মোৰ সঁচাকৈয়ে বন্ধু, এই কৃপণ বুঢ়ীৰ কথা, সেই সৰ্বনাশীৰ কথা যোৱাকালি ব্ৰজবালাই মোক কৈছিল, মোৰহে মনত নাছিল।

মুখখন ধুই আহি কাগজ কলম লৈ বহিলো। কলো, "কওক, কি লিখিব লাগিব ?"

হিদেৰ মাকে লেফেফাটো দি কলে, "আগতে ঠিকনা লিখা। লিখা, ছিৰি হিদয়ৰাম ঘোষ।"

ঠিকনা লিখা হ'ল। আকৌ কলে, "এই আশ্ৰমৰ ঠিকনা দিয়া।" তাৰ পিছত লিখা, "বাবাজীবন হিদু বাবা—"

কৈ মনে মনে ৰল। বুজিলো পাত ভৰ্ত্তিকৈ লিখিব লাগিব, এই ঠাণ্ডাত এতিয়াও চাই একাপ পোৱা নাই। ওলাই যোৱাৰ কাৰণে মন ছটফটাই আছে। বৈ যাব লগা হ'ল। দেখিছো আন আশ্ৰমৰ সন্ধান কৰিব লাগিব।

হিদেৰ মাকে কলে, "লিখিছা? এইবাৰ লিখা হিদে, নেদো, গোপাল, পাৰুল সকলো মিলি কেনে আছ, ধৰ্মত জনাবা। ইতি তোৰ শত্ৰু মা—"

বচ্ একেবাৰে ইতি? সেয়া কি? যিজনক জনাব লাগিব সুখৰ কথা, শেষত সিহঁতৰ সংবাদৰ কাৰণেই ইমান ব্যাকুলতা? সুধিলো, "আন একো নাই?"

তেওঁ কলে, "আৰু কি থাকিব বাবা? মোৰ কথা? পথে পথে, ঘাটে ঘাটে, গোসাইৰ দুৱাৰে দুৱাৰে কৈছো। নকলেও যিজনে শুনিবলৈ নাপায় তেওঁ যেতিয়া নুশুনে তেতিয়া চিঠি লিখি কি ফল হব? লিখা-কোৱা বহুতো হৈছে। তাকে লিখি দিয়া।"

লিখি দিলো। মাত্ৰ মোৰ কাণত বাজি ৰল হিদেৰ মাকৰ ক্লান্ত ব্যথিত সুৰ। সংসাৰত কিমান সুখ আছে, আছে। দুখ কিমান ৰূপত সেয়া করুণ আৰু বিচিত্ৰ। ঘৰত, বাহিৰত, মনৰ গহনত, সংসাৰৰ মায়াজালত। কেতিয়াবা দেখো সেয়া কান্দোনত, হাঁহিত। গতিবিধি মানুহৰ হৃদয় আৰু মনোজগতত। ইয়াৰ বিজ্ঞান আছে কিন্তু সীমা নাই।

হিদেৰ মাকে গোসাঁইৰ দুৱাৰে কৈছে। তেওঁ বাৰু নুশুনক, সেয়া যদি হিদেৰ কাণত পৰিলেহেঁতেন, হিদেৰ মাকৰ ঘৰত অমৃতকুম্ভ থাকিলেহেঁতেন। পোন পথ তো পোন নহয়। কেতিয়া যে ভাঁজ লৈ নতুন ফালে ঘূৰিছে, অচিন পথিকে জানিব কেনেকৈ?

চিঠি লিখি দি পকেটত হাত ভৰালোঁ, বিমুখ মন কিছুপৰিমাণে কোমল হৈ উঠিছিল। পকেটত দুঅনাও আছে, চাৰিঅনাও আছে। ভ্ৰমণৰ পইচা, হাত দিলেই হিচাব কৰিবলৈ মন যায়। নাজানো হিদেৰ মাকৰ ভিক্ষা খোজা অভ্যাস হয় নে নহয়। তথাপিও টকা এটা দিলো, অস্বীকাৰ নকৰো মনৰ ভিতৰত কিঞ্চিৎ করুণা আৰু অনুগ্ৰহৰ ছাঁ লাগিছে। কিন্তু নিদিলেও মনে তৃপ্তি নাপায়।

হিদেৰ মাকে কলে, "পুৰা টকা এটাকে দিলা ?"

কলো, "ও, তাতে কি হৈছে।"

হিদেৰ মাকে টকাতো আচলত বান্ধি থৈ কলে, "সকলোৰে পৰাতো নিবিচাৰো। যিজনৰ ওচৰত মন যায়। খুব কম মোৰ পুঁজি। তথাপিও বৰ ভয় লাগে তাকে চম্ভালি থাকো।"

আচৰিত। ইমান চম্ভালি থকাৰ কাৰণ কি ? তথাপিও দিয়াৰ কথাত তেওঁ পঞ্চমুখ।

কিন্তু আৰু পলম নকৰো। খৰধৰকৈ ওলাই আহিলো। বাহিৰলৈ ওলাই আহিয়েই ব্ৰজবালাৰ আগত পৰিলোহি। মুখ গহীন কৰি আকাশৰ ফালে চাই আছে। মূৰত আধা ওৰণি। এৰা, হিদেৰ মাকক টকা দিছো বুলি তেওঁ খঙ কৰিছে, হব পাৰে। তেওঁ যে মোৰ সঁচাকৈয়ে বন্ধু। মোৰ পিছত হিদেৰ মাক। ক্ৰুদ্ধ দৃষ্টিৰে ব্ৰজবালাই তেওঁলৈ চালে। মই হাঁহি লুকুৱাই যাবলৈ উদ্যত হলো।

ব্ৰজবালাই কলে, "বুঢ়ী মায়ে তোমাক খাই-বৈ যাবলৈ কৈছে।"

"এতিয়াই ?"

"ওঁ, আজি আমি ওলাই যাম।"

ব্ৰজই খুব খঙ কৰিছে। কলো, "উভতি আহি খাম।"

তেওঁ কলে, "আমি এতিয়াই ওলাই যাম। পলম হলে, তোমাৰ খোৱা তন্মুত ঢাকি থোৱা থাকিব।"

হাঁহি কলো, "তথস্তু।" বুজিলো মোৰ কথাত ব্ৰজৰ খঙ কমা নাই, এনেতে হিদেৰ মাকে চিঞৰি মাতিলে "বোৱাৰী। অ বোৱাৰী।"

কথা শেষ নোহওঁতেই নঙলালৈ দৌৰ দিলে। আকৌ ব্ৰজ মোৰ ওচৰলৈ দৌৰি আহি কলে, "সেয়া, সেয়া।"

"সেয়া কি ?" মই সুধিলো।

ক'ত ব্ৰজৰ খঙ ? বয়স যাব কলৈ ? চকু ঘূৰাই কলে, "সেই যে সেই তিৰোতাজনী। স্বামী যিজনৰ সাধু হৈ ওলাই গৈছিল, লগৰ মানুহজন তেওঁৰ দেৱৰ।"

ওঁ, মনত পৰিছে। স্বামী-সন্ধানী বোৱাৰী। চালো। দীৰ্ঘাঙ্গী এক মহিলা। বঙ বগা। বেশভূষাত আধুনিকা। নীলা শাৰীৰ ওপৰত পাতল গোলাপী ৰঙৰ লেডিজ কোট। ওৰণি নামি আহিছে। এইফালে চাই

আছে। ৰাতিপুৱাৰ পোহৰত শিৱৰ সেন্দুৰ চিক্‌মিকাই জিলিকি আছে। লগত থকা জন স্বাস্থ্যবান যুৱক। গাত অলষ্টাৰ, চকুত চশমা; মুখত হাঁহি। হাঁহি মহিলাগৰাকীক কিবা কৈছে। বৈছিল হিদেৰ মাকৰ কাৰণে। তাৰপিছত তিনিওজন লোকাৰণ্যত মিলি গ'লগৈ।

ব্ৰজই কলে, "তেওঁলোক দুজনকে ভাল দেখি নহয়?"

সঁচাই ভাল দেখি। ঠিক বয়স হলে নামানে। কিয় কলে ব্ৰজই? কোনে জানে। মনে মনে ভাবিলো, দেখি হয়তো, কিন্তু প্ৰকৃত অৰ্থত মিলে নে নাই কোনে জানে? প্ৰকৃত মিল যে বেলেগ। কিন্তু, হিদেৰ মাকক দেখিছো ঠিক জমাই লৈছে।

ওলাই আহিলো। মেলা নেমেলা। আজি যেনবেছি জাকজমক। মানুহৰ অহা-যোৱাও বেছি। কিছুদূৰ উত্তৰলৈ আহি চকুত পৰিল এখন চাইনবোৰ্ড। বোৰ্ডত লিখা আছে নৰ্থ ওৱেষ্টাৰ্ণ ৰেষ্টুৰেণ্ট। ব্ৰেকেটত 'ভেজেটেৰিয়ান'। চাৰিওফালে বোৰ্ডখনত ফুল আৰু মালাৰে সজোৱা আছে। বয়বিলাক হোটেলৰ পোচাক পিন্ধি আছে।

দেখিলো ভিতৰত কোনো মানুহ নাই। ভিতৰখন অন্ধকাৰ। সোমাই যাওঁছোন। চাহ নিশ্চয় পোৱা যাব। সোমাই দেখিলো বালিৰ ওপৰত চকী-মেজ সজাই থোৱা আছে।

ছপোৱা মেনু লৈ বয় উপস্থিত হ'লহি। বালিচৰত চহৰৰ স্বৰ্গ ৰচনা কৰা হৈছে।

মেনুৰ প্ৰয়োজন নাছিল। চাহ আৰু টোষ্ট আনিবলৈ কলো।

পিছমুহূৰ্ত্তত চকুত পৰিল একাষত থকা চকী এখনত এজন মানুহ বহি আছে। সমুখৰ মেজত ফুলদানী, কাগজ, কলম ইত্যাদি সজোৱা আছে। মানুহজনে মোৰ ফালেই চাই আছিল। চকুৰে চকুই পৰাত উপযাচি হাত দাঙি নমস্কাৰ কৰিলে। আন্দাজত ধৰিলো নিশ্চয় ৰেষ্টুৰেণ্টখনৰ মালিক হব। ময়ো প্ৰতি নমস্কাৰ দিলো। নমস্কাৰ দিওঁতেই তেওঁ চকীৰ পৰা উঠি আহি ইংৰাজীত সুধিলে, 'অৰ্ডাৰ দিছে?'

কলো, 'দিছো'।

অপৰিচিতৰ লগত যিসকলে চিনাকি হোৱাত অভ্যস্ত তেওঁলোকৰ

কোনো ভূমিকাৰ প্ৰয়োজন নহয়। তাৰ উপৰি যিসকলে অপৰিচিতৰ লগত পৰিচয়ৰ কাৰণে আগ্ৰহান্বিত, হঠাতে যি কোনো প্ৰশ্ন কৰাটোও তেওঁলোকৰ কাৰণে অস্বাভাৱিক নহয়। অলপ হাঁহি মানুহজনে মই ক'ৰ মানুহ কলে। মই সুধিলো, 'কেনেকৈ বুজিলে?'

'বয়ক যি ভাষাত হুকুম দিছিল তাতেই বুজিলো আপুনি ক'ৰ মানুহ।'

মই তেওঁক পুনৰ প্ৰশ্ন কৰিলো, 'আপুনিও নিশ্চয় বঙালী?'

ভদ্ৰলোকজনে হাঁহি হাঁহি কাষৰ চকীখনত বহি ইংৰাজীত কলে, 'কি বুলি ভাব হয়?'

ওলোটা প্ৰশ্ন শুনি বিব্ৰতভাৱে হাঁহি ভদ্ৰলোকৰ ফালে চালো। ৰীতিমত চেলেঞ্জৰ হাঁহি তেওঁৰ স্থূল ওঁঠত।

মানুহজন ওখই প্ৰায় ছয়ফুট হব। মূৰত জপৰা চুলি। বং বগা কিন্তু কিছু পৰিমাণে তামবৰণীয়া। সকলোতকৈ চাবলগীয়া হ'ল তেওঁৰ কপাল আৰু গলৰ কেইডালমান গভীৰ ৰেখা। হাঁহিত অমায়িক, খং উঠিলে মুখ নিশ্চয় ভয়ঙ্কৰ হৈ উঠিব পাৰে। পিন্ধনত লেতেৰা চোলা, ভাঁজ নথকা টাই আৰু লক্ষ্য কৰিলে চকুত পৰে পোকে খোৱা জৰ্জ্জৰিত কোট। সকলো মিলি স্বজাতীয় বুলি কোৱা টান।

কব খুজিলো, স্বজাতীয় নহয়। কিন্তু চকুৰ ফালে চাই থমকি ৰলো। সৰু গম্ভীৰ সেই চকুত দেখা গৈছে যেন আন এটি মানুহ। এজন ঘৰ এৰি অহা দিশহাৰা পথিক। সুধিলো, 'আপোনাক স্বজাতীয় যেন লাগিছে!'

ভদ্ৰলোকে মুহূৰ্ত্তৰ কাৰণে মনে মনে থাকি উল্লাসত চিঞৰি উঠিল, 'ৰাইট, ইউ আৰ মাই ব্ৰাদাৰ। হাতখন দিয়ক। মোক বহুতে চিনিব নোৱাৰে।' কৈয়ে মোলৈ অপেক্ষা নকৰি হাতখন টানি ললে। তাৰ পিচত চিঞৰি, 'হোই ৰামাইয়া?' ভিতৰৰপৰা উত্তৰ শুনি ভদ্ৰলোকে দুৰ্বোধ্য ভাষাত কিবা যেন নিৰ্দেশ দিলে।

আচৰিত হৈ ভদ্ৰলোকৰ ফালে চাই ৰলো।

সন্দেহ হ'ল। এয়া আকৌ ভদ্ৰলোকে কি ভাষাত কথা কৈছে? বাহাদুৰিৰ ভঙ্গী নাই। 'কি ভাষা কলো, কব পাৰেনে?'

'নাই, নোৱাৰো।'

'তেলেগু ভাষা। আপোনাৰ চাহ দিয়াত পলম কিয় হৈছে সুধিলো। সি আপোনাৰ ৰুটি সেকিবলৈ ধৰা বুলি উত্তৰ দিছিল।'

কথা শেষ নৌহওঁতেই চাহ আহি পালে। ট্ৰেৰ ওপৰত সকলো সজোৱা। টি-পটৰ ঢাকনিখন আঁতৰাই চাই দেখিলো তিনি কাপমান চাহ আছে। বয়ক নিৰ্দেশ দিলো, 'আৰু খালি কাপ এটা আনা।'

প্ৰোপ্ৰাইটৰে কলে, 'কিয় ?'

কলো, 'চাহ খাওক।'

'নাই, নাই।'

অভদ্ৰতা প্ৰকাশ পালে নে নাই নাজানিলো, তথাপিও কলো, 'নাই কিয় ? ইমান চাহ কোনে খাব ? দুজনৰ কাৰণে আছে।'

'ভাল বাৰু, আপোনাক চিঙ্গল কাপ চাহ দিবলৈ কওঁ।'

'নাই নাই, নালাগে, আপোনাক মই মোৰ টেবিল-সঙ্গী হবলৈ অনুৰোধ কৰিলো। চাহ খাই খাই বাৰু গল্প কৰা যাওক।'

'মোক খুৱাই পইচা আদায় কৰিব !' কৈ হোঁ-হোঁকৈ হাঁহিবলৈ ধৰিলে। কাপ এটা বয়ে আনি দিলে।

চাহ বাকিবলৈ ধৰোতে ইতিমধ্যে তেওঁ কক্‌বকাবলৈ আৰম্ভ কৰিলে, 'ডাঙৰীয়া, খোৱাৰ সময়ত কেতিয়াও আপত্তি কৰিব নালাগে। আগতে ময়ো এনেকুৱা আছিলো। এবাৰ কি হ'ল জানে ? তেতিয়া মই কৰাচীত আছিলো। পাকিস্তান হোৱাৰ আগতে। চহৰখন বেচ পৰিষ্কাৰ। আনকি ৰাজপথত এটিও ভিখাৰী দেখিবলৈ পোৱা নাযায়, ইমান কঢ়া আইন আছিল। ভিতৰলৈ যাওক, দেখিব বেৰেকপুৰৰ বস্তি অঞ্চলকো হাৰ মনাই দিব—ইমান লেতেৰা। বিশেষকৈ হাবচীপাৰাত। যেনে লেতেৰা তেনে ভয়াবহ। কথাই কথাই মৰামৰি। বন্দৰৰ এক হাবচী কুলি চৰ্দাৰ ইয়াকুব মোৰ বন্ধু আছিল। তেওঁ এবাৰ মোক তেওঁৰ ঘৰলৈ নিমন্ত্ৰণ কৰিলে। খাবলৈ গলো। ৰাম ৰাম ! দহদিনৰ পুৰণি ৰুটি বগা বগা পোক ওলাইছে। তেনেকুৱা দুৰ্গন্ধ। তাৰ উপৰি মাংস নামেৰে যি আছিল সেয়া চাব নোৱাৰি। ক'লা ৰঙ। তেওঁৰ লেতেৰা পাজামাত ঘঁহি মোৰ হাতত ৰুটি তুলি দিলে। কিকৰো ! মই বৈ থকা দেখি বিদ্ৰূপ কৰি কলে, 'শুনিছো, তোমালোকে হেনো কলগছৰ ছাল খাবলৈ ভাল পোৱা, মাংস-ৰুটি ভাল নোপোৱা।' মোক খোচ মাৰি

কথা কলে। তাৰ উপৰি অমৃত-সমান মাংস ৰুটি দি! ভাবিলো, মৰিবলৈ ভয় কিহৰ? খাই পেলালো। পেট ভৰাই খালো। ৰাস্তালৈ আহি অঙুলি ভৰাই সকলো উলিয়াই পেলালো। তাৰপিছত এদিনাথন তেওঁকো নিমন্ত্ৰণ কৰিলো। ব্যৱস্থাও তেনেকুৱা কৰিছিলো। দুদিনৰ পইতা ভাত আৰু তৰকাৰী—খা, কিমান খাবি!'

গভীৰ বিস্ময়ত স্থানচ্যুত হ'ল তেওঁৰ মুখৰ ৰেখা। কলে, 'ডাঙৰীয়া সকলো খাই পেলালে। মই দি তত্ নোপোৱা হলো। কি কম আপোনাক, মই লাজতে মৰি যোৱা যেন হলো। জানে, যোৱাৰ সময়ত কি কৈ গ'ল? "বহুত বঢ়িয়া চীজ খিলায়া দোস্ত।" বুজিলে। সেই কাৰণে কওঁ, বাহিৰলৈ যেতিয়া ওলাব বাহিৰলৈ ওলোৱাৰ দৰেই ওলাব। অৱশ্যে আপুনি যদি চাহ কম খায় সেয়া অৱশ্যে বেলেগ কথা।'

খুব নিবিড় হবলৈ যত্ন কৰা অন্তৰঙ্গতাৰ হাঁহি তেওঁৰ চকুৰে-মুখে। 'ভায়া' শব্দটোও তেওঁৰ মুখত বিচিত্ৰ নালাগিল। নাম না সুধিলে। নাম কলো।

'বেচ বেচ, এই এলাহাবাদত কোনোবা আত্মীয়জন আছে?'

'নাই।'

'ক'ত উঠিছে?'

আশ্ৰমৰ নাম কলো।

আশ্ৰমৰ কথা শুনি তেওঁৰ মুখত হাঁহিৰ লক্ষণ দেখিলো। যেন কত দিনৰ বন্ধুত্ব, কিমানদিনৰ পৰিচয়। অন্তৰঙ্গতাৰ সুৰত ৰহস্য কৰি কলে, 'ভায়া, এই বয়সত ইমান বৈৰাগ্য কিয়?'

কলো, 'বৈৰাগ্য নহয়। মন গ'ল, আহিলো। চাম বুলিয়েই ওলাই আহিলো।'

চাহ খাই থাকোতে কলে, 'ক'ত ঘূৰিব, আৰু কিয়ে বা চাব?' মুখত তেওঁৰ কৌতূহল আৰু বিস্ময়। যেনে ঘূৰি ফুৰাৰ এই মেলাত একোৱে নাই।

কলো, 'যি দেখা নাই, যলৈকে যোৱা নাই, সেইবোৰেই চাম।'

ভদ্ৰলোকে তম্বুৰ পৰা বাহিৰলৈ কেই মুহূৰ্ত্তমানৰ কাৰণে চাই থাকিল। যেন বহু দূৰৈত কিবা দেখিছে। চকুত তেওঁৰ পোহৰৰ

জিলিকনি। হঠাতে কলে, 'চাওক, মই মূৰ্খ মানুহ। কিবা কব খোজোতে কিবা কৈ পেলাম।

কথাষাৰ কৈ তেওঁ মনে মনে ৰ'ল। ভাব হ'ল এটি যেন গভীৰ অথচ তীব্ৰ আৰ্তনাদ ওচৰত শুনিবলৈ পাইছো। তাৰ মাজত অনুৰণিত হৈছে এক অস্থিৰতা। কিন্তু শান্ত। তাৰ পিছত হঠাতে মনে মনে ৰ'ল। যেন নিঃশব্দ ৰাতি এক এৰাবাৰীৰ পৰা কেঁচাই এবাৰ চিঞৰি উঠি ৰৈ নিমাত হৈ বল। তাৰ পিছত অসহ্য নিৰবতা, অন্ধ নিঃশব্দ ৰাতিৰ আড়ষ্টতা।

বাহিৰত কোলাহল। তম্বুৰ আশেপাশে গোলমাল, চিঞৰ-বাখৰ। সেই কোলাহল ধ্বনি যেন ঝিঁঝি পোকৰ চিঞৰ। বাহিৰত ৰৌদ্ৰালোকিত ৰূপালী বালিচৰ।

চাই দেখো মোৰ সন্মুখত নতুন মানুহ। তেওঁৰ বিশাল তামবৰণীয়া মুখখনত ৰেখাবোৰ ফুলি উঠিছে। যেন কোনো দূৰ পাহাৰৰ খহি পৰা ৰঙা শিল। গভীৰ খাদৰ দৰে মুখৰ ৰেখাবিলাক তেওঁৰ গম্ভীৰতৰ। চকু দুটি শিলৰ মূৰ্ত্তিৰ দৰে নিষ্পলক উদ্দীপ্ত অথচ অন্ধকাৰ। যেন এই শিলাখণ্ডৰ ওপৰেদি বহু যুগযুগান্তৰৰ ৰ'দ-বৰষুণ পাৰ হৈ গৈছে।

কি কম ভাবি পোৱা নাই। তেওঁ এনেভাৱে মনে মনে ৰ'ল যেন, সেয়া যেন আন এজনক মনে মনে থাকিবলৈ দিয়াৰ দৰে। মোৰ ঘৰ এৰি অহা অবাৰিত মন, আকুল আগ্ৰহত দুই চকু মেল খাই আছে। পাখি মেলি আছে মুক্ত বিহঙ্গৰ দৰে। উৎকৰ্ণ কাণ। মনোবীণাৰ তাঁৰত অজানা সুৰৰ মাত। সেযা ভদ্ৰলোকজনে যেন দুহাতেৰে চেপিহে ধৰিলে। আগচি ধৰিলে মোৰ অগ্ৰগতি। কি কম?

ইমান মানুহ, ইমান নাৰী আৰু পুৰুষ, শিশু আৰু বৃদ্ধ—গোটেই দেশৰ পৰা আহিছে। ময়ো আহিছো। কোনে আহ্বান কৰিলে, নাজানো, কি সুৰত বাজি উঠিল সেয়াও নাজানো, নুবুজো। এয়া যেন সেই বাধাৰ উক্তিৰ দৰে, খাবলৈ মন যোৱা নাই, শুবলৈ আনন্দ নাই। চাৰিওফালৰ পৰা কি অতৃপ্তি আছিল সেয়াও বিচাৰ কৰিচোৱা নাই। মনে কলে মন ব্যাকুল হৈছে। তাতে ঝঙ্কাৰ দিলে আগ্ৰহান্বিত আঙুলিয়ে। সেই কাৰণে ওলাই আহিছো। চাম, ঘূৰিম আৰু মনৰ আশা পূৰাম। কিন্তু বিচিত্ৰ বেশত এয়া কোন হৰিণী সজাগ চকুৰে

মোৰ সম্মুখত ব'লহি। নিজৰ ভিতৰত অতৃপ্তিৰ কিমান গভীৰ উৎস আছিল সেয়া ভাবি চোৱা নাছিলো। কিন্তু এয়া যে অতৃপ্তিৰ সমুদ্ৰ। বুকুত যিজনৰ তীব্ৰ নিঞ্জৰ, সোৱাদ যিজনৰ বিষাক্ত।

সকলোতে সেই একে হাঁহাকাৰ। নিস্তেজ হৈ কোন বহি থাকিব? ঠাই নাই, তথাপিও বুকুত হাত থৈ কোন সন্ধ্যাতৰালৈ চাই বহি থাকিব? এটা তৰাৰ ওচৰত আন এটা তৰা, তাৰ পিছত লাখ লাখ, কোটি কোটি, অসংখ্য। চকুৱে নামানে, মনে নামানে। বলৰামৰ কথা মনত পৰিল। আৰু মোৰ ঘৰ এৰি অহা চকুৱে শ্যামাক বিচাৰিছে।

তেওঁৰ হাঁহিত সেই মাজনিশাৰ বিৰহিণী হৰিণীৰ বোধহয় কান্দোন আছিল। ...মি বুলি অহা নাই। নাহিলে শুনাও নহ'লহেঁতেন। কথা কব খোজোতেই তেওঁ কলে, 'যলৈকে যাব, এতিয়া লগত যাব...।' বুলি কৈ বুকুখন দেখুৱালে। পুনৰ কলে, 'এয়া জানো কেতিয়াবা পূৰ্ণ হয়?'

কলো, 'পূৰ্ণ নহয় বাবেইতো এই সন্ধান।'

ইমান ডাঙৰ মানুহ অথচ হাঁহিলে কেনে করুণ আৰু নিৰীহ। কলে, 'তথাপিও পূৰ্ণ হব লাগিব। কিন্তু এয়াতো কেতিয়াও নভৰে। নিজৰটো ফুটা পাত্ৰ। যিমানে পূৰ্ণ কৰো সিমানেওলাই যায়। হিন্দীত গান এটা আছে জানেনে? যমুনাৰ পৰা কলহ ভৰাই বাৰে বাৰে পানী লৈ আহিলা, কিন্তু কি আচৰিত! বাৰে বাৰে সকলো পানী ওলাই যায়। এই আকৌ যাব যমুনাৰ ফালে। কওঁ, এয়া কি তোৰ পূৰ্ণ কৰোৱা আৰু হেৰুৱাই পেলোৱাৰ খেলা? যমুনাৰ পানী জানো এনেকুৱা যে কেতিয়াও সেয়া তোৰ কলহত থিত্ ল'বই নোখোজে?' কৈয়ে তেওঁ হাঁহিব ধৰিলে। আকৌ কলে, 'জানে, জীয়াই থাকোতেই যি ভৰ্ত্তি হোৱা নাই, মৃত্যুত জানো সেয়া ভৰি উঠিব? তথাপি—'

কৈ এক মুহূৰ্ত্ত ৰৈ আকৌ কলে, 'তথাপিও মনে নামানে, কি কয়? আগতে তেওঁৰ লগত বুজাপৰা, তাৰ ছিপত সকলো! আপোনালোকৰ সেই খ্ৰীষ্টান কবিৰ কথা মনত আছেতো?' বুলি কৈ তেওঁ কবিতাৰ স্তবক এযাৰি গাই দিলে।

দেখিছো তেওঁৰ কবিতা বেচ মুখস্থ আছে। এটি নিশ্বাস পেলাই কলে, 'বেয়া নিচা ভাই। এই পথৰ নিচাতকৈ একো বেয়া নিচা নাই। মাতি আনিলে এৰি নিদিয়ে, পিছৰ পৰা নামাতে, উভতি যাবলৈও নিদিয়ে।'

কৈ চাহকাপ শেষ কৰিলে। মোৰ খোৱা কেতিয়াবাই হৈছিল। কিন্তু মই বৈ থাকিব লগা হৈছিল। এওঁ নিজে নিজে কথা কবলৈ আহিছিল। কিন্তু তেওঁৰ কথা কোৱাৰ ধৰণ দেখি, উপযাচি বিদায় দিব নোৱাৰিলো। অকল সেয়ে নহয় তেওঁৰ চকুৰ সেই দিগন্তপ্ৰসাৰী দৃষ্টি, মুখমণ্ডৰ দাগ আৰু অসহায় হাঁহিৰে মনৰ মাজত একলগে অকাৰণেও অলপ বেদনা আৰু কৌতূহল জগাই তুলিছে। সুধিলো, 'আপোনাৰ দেশ ক'ত?'

মোৰ কথা শুনি তেওঁ হাঁহি দিলে। অট্টহাঁহি বুলিয়ে কোৱা যায়। কলে, 'চাহৰ আচৰ তেনেহলে ভালকৈয়ে জমিছে, কি কয়? মোৰ তো দেশ নাই। ঘৰক কৰিছো পৰ, পৰৰ ঘৰক কৰিছো আপোন। এতিয়া সকলো দেশেই ঘৰ বুলি ভাব হয়। ওঠৰ বছৰ বয়সত গাওঁ এৰি আহিছিলো। তাৰ পিছত দেশৰ পৰা দেশান্তৰ।'

সুধিলো, 'আপোনাৰ আত্মীয়-স্বজন ক'ত?'

'দেউতাক দেখা মনত নপৰে। কম বয়সতে মাকো হেৰুৱাইছিলো। ওঠৰ বছৰলৈকে এগৰাকী মাহীৰ তত্বাবধানত আছিলো। মাহীৰ মৃত্যু হ'ল। তেওঁৰ অলপ অচৰপ মাটিও আছিল। দেখিলো, মোৰ দৰে মাহীৰ আৰু বহুতো অঙহী-বঙহী আছে। মাহীৰ মৃত্যুৰ পিছত তেওঁলোক আহি সম্পত্তিৰ দাবী কৰিলেহি। বিশ্বাস কৰে নে নাই নাজানো। ৰক্ষা পালো। কাক দিম ভাবি পোৱা নাছিলো। অংশীদাৰৰ সংখ্যা দেখি সেই চিন্তা আঁতৰিল। মাত্ৰ ওঠৰ, বছৰ, সেয়া যে অথাই সমুদ্ৰ। পাৰাপাৰ নাই।'

কৈ থাকোতে তেওঁক ভাবত বিভোৰ হোৱা যেন দেখিলো; নাজানো তেওঁৰ এয়া আচৰ জমোৱা কথা নে অন্য কিবা, কিন্তু তেওঁক যে কিহবাই পাইছে সেয়া তেওঁৰ মুখমণ্ডলত ফুটি উঠিছে। কলে, 'সৰুতে বাঁহনিলৈ দেখুৱাই মাৰে কৈছিল, সেইফালে নাযাবি। কোৱা বাবেই সেইফালে চকু মেলি চাই আছিলো। আপুনি নিশ্চয় জানে তাৰ সোঁ-সোঁৱৰণি বতাহত এক কি পাগল কৰা আহ্বান আছে। সেই আহ্বান সকলো সময়তে শুনা গৈছিল। মানুহে শুনিলে হয়তো ক'ব, মই কেনে মূৰ্খ কবি। কাব্য কৰা নাই, এতিয়াও সেই আহ্বান কাণত বাজি আছে। বাঁহজোপাৰ মাজেদি দেখিছিলো মুকলি পথাৰ।

কোনোবাই যেন সেই মুকলি পথাৰৰ পৰা মোক মাতিছিল। লিখা-পঢ়া শিকিব নোৱাৰিলো। যেতিয়া অলপ ডাঙৰ হলো তেতিয়াই মুকলি পথাৰৰ ফালে দৌৰি পলালো। লাহে লাহে মোৰ ভয় আঁতৰিল। মাহীয়ে কান্দিছিল, মাহীয়ে মোক বান্ধি ৰাখিছিল। যিদিনাখন মাহীয়ে এৰি দিলে সেইদিনাখন কোনেবা তৈমুৰ কোনেবা চেঙ্গিজ খাঁ। দিগ্বিজয়ত ওলাই পৰিলো। মাত্র এজনৰ ওচৰ চাপিছিলো। সেয়া মোৰ সোণৰ বান্ধোন আছিল। মাহী আছিল তেজ-মঙহৰ। জানেইতো মানুহৰ কথা। তেজতকৈ মূল্যবান সোণ। সেয়া এৰিব পাৰিলে যেন সকলো এৰিব পৰা যায়। তেওঁ একো কথাই কোৱা নাছিল। শুনিলে, চালে, তাৰ পিচত কলে, যোৱা। আঁতৰি আহিলো। কিয় আহিলো, কিহৰ দিগ্বিজয়ত, একোৰে কব পৰা নাছিলো, তথাপিও ওলাই আহিলো। সেইদিনটো মোৰ কাৰণে অতি আনন্দৰ দিন আছিল, কিন্তু আজি ভাবো, কেনে ভয়ানক, কেনে সৰ্বনাশৰ সেই দিনটো আছিল।'

মই তেওঁক সুধিলো, 'কিয় ?'

কৈ তেওঁৰ ফালে চাওঁতেই আচৰিত হলো। এয়া কি, তেওঁৰ মুখত যে অসংখ্য ৰেখা ফুটি উটিছে।

তেওঁৰ চকুৱে-মুখে ব্যক্ত অব্যক্ত যন্ত্রণা। কলে, 'কিয় ? কোনোবাই মোক মাতি আনিলে। উভতি যোৱাৰ ঠাই নাই। আগবাঢ়ি যোৱাৰ ঠাই নাই, ঘূৰি ফুৰিছো। কিয় আহিছিলো, কলৈবা আহিছিলো সকলো পাহৰি গলো। মাত্র পৰুৱাই পোৱা মানুহৰ দৰে ঘূৰি ফুৰিছো। শুনিছো বহুতেই ফুৰিবলৈ আহি ভ্রমণ কাহিনী লিখে। মই কিন্তু দুই চকুৰে সেইবোৰ কিতাপ দেখিব নোৱাৰো। ভ্রমণ কাহিনী, সেয়া আকৌ কি ? দুদিন ফুৰিবলৈ অহা ? তেনেহলে মই কি ? মোৰ এয়া কেনে ওলাই অহা, এয়া কেনে ভয়াবহ ভ্রমণ ? শুকান পাত পথে পথে উৰি ফুৰিছে। কোনোবা এদিনাখন কাৰোবাৰ ভৰিৰ ছাপাত গুৰি হৈ যাব। কি যে বিচাৰিছিলো আৰু কি যে পালো। ডাঙৰ নিচা ভয়াবহ নিচা। এইকণ অভিজ্ঞতাৰে আকৌ মানুহে কিতাপ লিখে ?'

খন্তেক মনে মনে ৰ'ল। ভাব হ'ল, এটি তীব্র যন্ত্রণাৰ ঢৌ কাণৰ ওচৰত শুনিবলৈ পালো। পাহৰি গলো কুম্ভমেলাৰ কথা। পাহৰি

গলো, কলৈ আহিছো। এয়া যে মদাহীৰ ধিক্কাৰৰ কান্দোন। এদিনাখন যি আকণ্ঠ পানৰ মাতাল হৈছিলো, আজি তাৰে বিষক্ৰিয়া আৰম্ভ হৈছে।

কিন্তু পথ জানো বেয়া ? এয়া যে ঘৰ এৰি অহা মানুহৰ পিয়াহৰ পানী। যেতিয়ালৈকে জীৱন সঁচা, তেতিয়ালৈ সেয়াও আনন্দময়। সেয়া আনন্দৰ অশ্ৰু। সেয়া অগতিৰ গতি। নিঃসম্বলৰ সম্বল।

কিন্তু নাজানো, নুবুজো, পথে কেতিয়া এনেকুৱা প্ৰতিশোধ লয়। আৰু কেনে ভয়ানক প্ৰতিশোধ ! সেই প্ৰতিশোধৰেই এক প্ৰতিমূৰ্ত্তি যেন মোৰ সন্মুখত।

হঠাতে সুধিলো, 'আপোনাৰ নামটো কিন্তু এতিয়ালৈকে জনা হোৱা নাই।'

সোঁধোতেই হাঁহি দিলে। কলে, 'বেয়া নাম ভাই। এই অঘৰী জীৱনত সেয়াও এক ঠাট্টা। আকৌ এবাৰ চাহ খোৱা যাওক, কি কয় ?'

কলো, 'নিশ্চয়।' মই বযক মতাৰ আগতেই তেওঁ দক্ষিণী ভাষাত হুকুম দিলে।

তেওঁক সুধিলো, 'আপুনি জানো এবাৰো ঘৰলৈ যোৱা নাছিল ?'

কলে, 'গৈছিলো, বহুবাৰ, কিন্তু গাৱঁলৈ মাত্ৰ এবাৰহে গৈছিলো।'

'মাত্ৰ ?'

'ওঁ। যুদ্ধৰ পিছত গৈছিলো। গোটেই দিন ঘূৰি ফুৰিছিলো, কিন্তু কোনোৱে হলে চিনিব নোৱাৰিলে। গাৱঁৰ হৰ মুদী বেচৌতা ঠিক আগৰ দৰেই দোকানত বহি আছিল। মোক দেখি সুধিলে, 'ক্যা মাংতা চাহেব ?'

মনে মনে হাঁহি উঠিছিল। কলো, 'এক পোৱা ছিৰা আৰু ছুপইচাৰ গুড় দিয়া।' চাহেবক ছিৰা গুড় খুৱাই তাৰ কি আনন্দ! সুধিলে, 'কাৰ ঘৰলৈ আহিছিল ?' কৈছিলো, 'সোণৰ বাধোনৰ ঘৰলৈ।' তেওঁ মোৰ কথা শুনি কলে, 'ও. সোণাৰ বেনে ? পশ্চিম দিশত ছুঘৰ আছে। পোনে পোনে পোনে গৈ থাকক।' হাঁহি উঠিল। ছুখও হ'ল। সোণৰ বাধোনৰ ঘৰ অৰণ্যে পোন বাটেৰেই, গৈ দেখিলো, ভঙা ঘৰ আৰু হাবি-বনেৰে ভৰ্ত্তি। সন্ধ্যাৰ অন্ধকাৰত ভূতৰ

ঘৰ যেন লাগে। বুজিলো, কোনো নাই। হয়তো মোৰ সোণৰ বাধোনে আন দেশৰ কাৰাবাক বান্ধি পেলাইছে। তেওঁৰ চকুৰ ফালে চালে ধৰা পৰাৰ বাহিৰে আন কোনো উপায় নাছিল। উভতি আহিলো।'

কৈ তেওঁ মনে মনে ৰ'ল। চাহ আহিল। এইবাৰ দুই চিঙ্গল কাপ। বুজিলো সেই যে গ'ল পুনৰ যোৱা আজিও শেষ হোৱা নাই। কলে. 'ইয়াত যিমানদিন আছে, সময় কৰি ইয়ালৈ এবাৰ আহিব। অলপ অচৰপ কথা যে কম তেনে মানুহ লগ পোৱা নাই।'

পুনৰ সুধিলো. 'আপোনাৰ নামটো?'

হাঁহি কলে, 'পাহৰি যোৱা নাই দেখিছো। নেহাঁহিব কিন্তু। মোৰ নাম ৰমণীমোহন মুখোপাধ্যায়।' কৈ কি হাঁহি। হাঁহি ৰব নোখোজে। কলে, 'কেনে আচৰিত, মোহন পাগল ৰাখিলেই বোধহয় ঠিক হ'লহেঁতেন।'

সপোনতো ভবা নাছিলো যে চাহ খাবলৈ সোমাই এনে এজন ৰমণীমোহন মুখোপাধ্যায়ৰ লগত চিনাকি হম। বাহিৰৰ বালিচৰত ৰ'দ পৰি চিক্‌মিকাই উঠিছে। উঠিবৰ উদ্যোগ কৰি পইচা উলিয়ালো।

ৰমণীমোহনে গল্পৰ নায়কৰ দৰে বাধা দি কলে, 'পইচা বাকী পাওনাই থাওক, আন এদিনাখন দিব।'

বুজিলো, মই অহাৰ কাৰণেই এই কথা কলে। কলো, 'মই যদি আহিব নোৱাৰো?'

'তেনেহলে অকলে বহি বহি হাঁহিম।'

আচৰিত কথা। দুয়োজনে হাঁহি দিলো। কলো, 'ব্যৱসায় কৰিবলৈ আহিছে। পইচা যদি নলয় আহিম কেনেকৈ?'

'সেয়াইতো ফন্দী।' হাঁহি পুনৰ কলে, 'দোকানখন মোৰ এক মাদ্ৰাজী বন্ধুৰ। আঢ়ৈ হেজাৰ টকা দি দোকান লৈছে। বুজিবই পাৰিছে অৱস্থা। বাতিপুৱাৰ পৰা আপুনি একমাত্ৰ গ্ৰাহক। অৱশ্যে সেই সন্মান আপোনাক নিদিওঁ। মোৰ আত্মীয়তাখিনি আপুনি মানি লব লাগিব। মোৰ কি ভাগ্য যে আপুনি আহিছিল। ভাল লাগিছিল। আহিব, সদায় আহিব। সদায় বাকী পইচা লম, কিন্তু আজি হলে নোৱাৰো ভাই।'

কথা শেষ কৰি তেওঁ গম্ভীৰ হৈ গ'ল। এই বিৰাট পুৰুষজনৰ ভিতৰৰ মানুহজনৰ ক্লান্ত অসহায় প্ৰাণটিয়ে যে কেতিয়া মন দি মন কাঢ়ি লৈছিল গম পোৱা নাছিলো। যোৱাৰ সময়ত তেওঁৰ এই গাম্ভীৰ্য্যই মনৰ ভিতৰখন কঁপাই তুলিছিলি।

একেলগে দুয়ো বাহিৰলৈ ওলাই আহিলো। ৰমণীমোহনে কৈ উঠিল, 'ভাল তেন্তে যাবগৈ।'

দেখিলো, বুকুখন তেওঁৰ ফুলি উঠিছে। মূৰ দাঙি আকাশলৈ চাইছে। দুই চকুত মুগ্ধতা। বুজিলো, নিচা লাগিছে। বিষ এতিয়াও মাজে মাজে অমৃত হৈ উঠে। মুকলি আকাশ দেখিলেই মন উৰিব খোজে। বোধহয় এযেই এতিয়াও তেওঁৰ প্ৰাণবায়ু হৈ আছে।

কলো, 'আহো।'

মোৰ কথাৰ উত্তৰ নিদি কলে, 'দেখিছো মানুহৰ ভিৰ বাঢ়িছে। কালিলৈ পূৰ্ণিমা। স্নানৰ লগ্ন আছে।'

পথৰ মানুহ। বহিৰৰ কথা একোতেই পাহৰিব নোৱাৰে। পুনর কলো, 'আহো।'

হাতত ধৰি কলে, 'বাৰু।'

অলপ আগুৱাই গৈ পুনৰ উভতি ঠিয় হলো। হাঁহি উঠিল, লগতে লাজো লাগিল। তথাপিও কলো, 'এটা কথা কম?'

'এটা কিয়, এশটা কওক।'

কলো, 'সুধিছিল, কিয় আহিছিলো, নহাহেঁতেন আপোনাক লগ পোৱা জানো গ'লহেঁতেন!'

কোৱাৰ লগে লগে তেওঁ হোঁ-হোঁকৈ হাঁহিব ধৰিলে। তেওঁৰ হাঁহি চাই থাকিব নোৱাৰিলো। আকৌ খোজ দিলো। শুনিবলৈ পালো, চিঞৰি কৈছে, 'তেনেহলে এই যাত্ৰা আপোনাৰ নিষ্ফল যাত্ৰা। কুম্ভ আপোনাৰ শূন্যই থাকিব। হা-হা-হা...... ।'

উত্তৰলৈ বৈ যোৱা বতাহত তেওঁৰ হাঁহি উটি আহিল। শূন্য কুম্ভ মোৰ ভৰিব হৈ নাই নেজানো। কিন্তু হৃদয় কুম্ভ যে মানুহৰ ৰসৰ স্বাদত পূৰ্ণ হৈছে। যি মানুহ দেখি আশা নপলায়, সেই অতৃপ্তি তেওঁ হেজাৰ গুণ বঢ়াই দিলে। এই বৈচিত্ৰ্যৰে শেষ নাই, ৰূপৰ সীমা নাই। এই নামৰ মৃত্যু নাই।

হঠাতে মোৰ আনন্দৰ সীমা নাইকিয়া হ'ল। চাৰিওফালে মানুহ। বিচিত্ৰ ৰঙৰ বাহাৰ। কোলাহল, ব্যস্ততা, ব্যাকুলতা, উৰ্দ্ধশ্বাস মানুহ। চাৰিওফালৰ পৰা মানুহ অহা-যোৱা কৰি আছে। মনৰ ভিতৰত এডাল তাঁৰতেই সহস্ৰ ৰাগিণী বাজি উঠিল।

পূবফালে আগবাঢ়িলো। বালি শুকাই গৈছে। এনেকুৱা অৱস্থাত শীতত আৰাম লাগিছে। পূবফালে থকা সমুদ্ৰগুপ্তৰ টিলাৰ ফালেই আগবাঢ়িলো।

মই অকলে অহা নাই। শ-শ লাখ-লাখ মানুহ আহিছে। যেন মোৰ লগত সকলো আহিছে। যেন মোৰ ভৰিৰ খোজৰ লগত খোজ মিলাই, মোৰ হৃদয়-স্পন্দনৰ তালে তালে আহি আছে। যেন সকলোৱেই পূবফালে আহ্বান শুনি আহিছে।

স'চাকৈয়ে মানুহৰ ভিৰ যথেষ্ট বাঢ়িছে। এটি বাতিৰ ভিতৰতে যেন মানুহৰ সংখ্যা অসংখ্য বাঢ়ি গৈছে। কোনফালেৰে আহিছে গৈছে একো ঠাৱৰ কৰিব পৰা নাযায়।

সন্মুখৰ ওখ-চাপৰ বালিচৰ। এইফালে তম্বুৰ সংখ্যা ক্ৰমান্বয়ে কমি আহিছে, কমি আহি আহি একেবাৰে শেষ হৈ গৈছে। মাত্ৰ বগা বালি। তাৰ ওপৰেদি মানুহৰ বানপানী এই বাতিপুৱাৰ পৰা আৰম্ভ হৈছে। টাঙ্গাও আহিছে। ঠেলি ঠেলি আনিছে। এই ভিৰৰ মাজেদিয়েই প্ৰাইভেট গাড়ীও আহিছে, লগে লগে বতাহত ধূলি উৰুৱাই গৈছে।

দেহ শীতত কম্পমান। অথচ আকাশত মেঘ আৰু ব'দৰ সমাৰোহ। বগা মেঘৰ চপৰা নীলা আকাশৰ প্ৰান্ত জুৰি গৈ আছে। সৰু সৰু টুকুৰা মেঘত ব'দৰ ছাঁ লাগিছে, তাৰ লগে লগে ৰূপালী ঢৌ খেলি গৈছে।

ঝুচিৰ গাৰ'ৰ পৰা উটবাহিনী নামি আহিছে। পিঠিত কাঠৰ বোজা। দূৰৈৰ পৰা দেখা সমুদ্ৰৰ ঢৌৰ দৰে দুলি দুলি আহি আছে। লগত গাধবাহিনীও আহিছে। তাহঁতৰ পিঠিত অকল কাঠেই নহয়, তৰকাৰী আৰু ফলমূলো জাপি আনিছে।

মানুহ, পশু আৰু প্ৰকৃতিৰ বিচিত্ৰ সমাৰোহ। হাঁহি আৰু কলৰৱ। অন্ধ সুৰদাসে গান গাই গৈ আছে। ভাষা নুবুজো। দৰদী মাতৰ ভৈৰবী সুৰত ঘৰ এৰি অহাৰ আহ্বান। মাত্ৰ আহ্বান। এই ভিৰৰ

কোলাহলৰ মাজতো সেই সুৰত কেনে বিচিত্ৰ প্ৰসন্নতা। মুক্তি আৰু আনন্দৰ স্বাদেৰে ভৰপুৰ।

চাই দেখো যে অন্ধ সুৰদাসৰ শীত নাই। খালি গা, কপালত লেতেৰা ফটা উত্তৰীয়। ৰুক্ষ চুলিৰ জটা বতাহত উৰিছে। হাতৰ লাঠিডালেৰে চাৰিওফালে চাই লৈছে। মাজে মাজে গান বন্ধ হৈ গৈছে। আচৰিত হৈ চাই দেখো যে, মাজে মাজে সুৰদাসে হাঁহিছে, ইফালে-সিফালে চাইছে, চাইছে আকাশৰ ফালে। যেন তেওঁ দেখাহে পাইছে। হাঁহিছে আৰু তেওঁৰ মাতৃভাষাত কেতিয়াবা সুধিছে, 'শুনিছা, মই ঠিক গৈ আছোনে? পথ মোৰ ঠিক আছেতো?'

কোনোবাই উত্তৰ দিয়ে, কোনোবাই নিদিয়ে। কোনোবাই কয়, অন্ধ এই পথত কিয়? তেওঁ হাঁহে। হাঁহি হাঁহি পুনৰ গান গায়।

মই ভাবিছিলো মোৰ খোজত খোজ মিলাই মানুহ আহি আছে। অন্ধ সুৰদাসৰ আনন্দ দেখি ভাব হ'ল গোটেই মেলা তেওঁৰ খোজত খোজ মিলাই গৈ আছে। গৈ আছে যেন তেওঁৰ গানৰ সুৰে সুৰে।

গৈ আছো মনৰ জোৰত, দেহৰ জোৰত। তথাপিও আচৰিত। কোনে যেন ক্লান্ত সুৰত মোৰ লগে লগে গান গাই গৈ আছে।

কোনে জানে, কালিলৈ ৰমণীমোহন মুখোপাধ্যায়ৰ ওচৰলৈ যাব পাৰো নে নাই। কোনে জানে, কোনোবাদিনাখন যাব পাৰিম নে নাই। ঋণ? ক'তা, মনে মনেতো অলপো ঋণৰ বোজাৰ কথা অনুভূত হোৱা নাই। জানো, দি সুখ পোৱা যায়, লৈ দুখ পোৱা যায়। কিন্তু ৰমণীমোহনৰ ঋণতো ঋণ বুলি ভাব হোৱা নাই। কিমান ঋণ লৈছো, আৰু ভোগ কৰিছো মনোকষ্ট।- কিন্তু সেই ঋণেৰেতো মোক তেওঁ বন্ধা নাই। তেওঁ যে মোক এৰি দি বান্ধিলে, তেওঁ যে মোক ধৰি ৰাখিলে মুক্তি দি।

তেওঁৰ সংক্ষিপ্ত জীৱনকাহিনী, সংক্ষিপ্ততৰ তেওঁৰ সোণৰ বাধোনৰ কথা। সেই কাহিনীৰ তৰী, তেজ আৰু অশ্ৰুৰ নদীত ভাঁহি আছে। জানো, এই গতিপথত তেওঁ হেৰাই যাবগৈ। হয়তো হেৰাই যাব সূৰ্য্যাস্তৰ আগতেই। তথাপিও বুজিলো, মনত আঁকা ৰ'ল যি ৰেখা, সেয়া অদৃশ্যভাৱে মোৰ লগে লগে থাকিব। সেয়াতো ৰাখিব পৰা নাযাব।

যেন ধুমুহাহে আহিল। এজাক ভিখাৰী। ক'ৰপৰা আহিল, কেনেকৈ আছিল কোনোৱে নাজানে, কোনোৱে নাজানে কলৈ যাবগৈ।

হঠাতে আমি এজাক নৰ-নাৰীৰ দ্বাৰা কেন অৱৰুদ্ধ হৈ পৰিলো। আমি বিব্ৰত আৰু অসহায় হৈ পৰিলো। হে পুণ্যবান, দিয়া, দিয়া। হে তীৰ্থযাত্ৰী, দিয়া, দিয়া। হে দয়ালু, হে ৰজা-ৰাণী—দিয়া দিয়া, দিয়া, দিয়া।

কিন্তু প্ৰতিবাদ নাই, ক্ৰুদ্ধ গৰ্জন নাই, বিতাড়ন কৰা নাই। সকলোৱে বিব্ৰত অথচ হাঁহিমুখ। দিম দিম, যি আছে দিম বাৰু। দেখিলো গতি বেয়া। মোনাত হাত ভৰালো। কোনোমতে এজনৰ হাতত এটি পইচা তুলি দিলো।

পইচা পাই সেয়া কি হাঁহি। নিঃশব্দ, নিৰ্জন সেই অকলশৰীয়া পথিকৰ বুকুত ভয় লগোৱা চৰাইৰ কেনে বিচিত্ৰ মাত। দ্বীপান্তৰৰ সেই বনৰীয়া চৰাই।

চাই দেখিলো, এজন নহয়। বহুতো। ভিখাৰী নহয়। ভিখাৰিণী বাহিনী। মাজসজ্জাত প্ৰায় সকলো ৰকমৰ। ৰুক্ষ চুলি, ধূলিধূসৰিত মুখ আৰু লজ্জাহীন সাজ-পোছাক। সকলোতকৈ আচৰিত—তাৰ ভিতৰতো সিন্দুৰৰ প্ৰসাধন জটাত শুকান ফুলৰ সজ্জা। কাৰোবাৰ বুকুত সন্তান।

তাৰ মাজতে সেই ৰঙা কাপোৰ পৰিহিতা। দলৰ লগত মিহলি হৈ আছে। তথাপিও যেন চকুৰ আগত বেলেগ হৈ উঠিল। বোধহয় চকুৰেই দোষ। দোষ বোধকৰো মনৰেই। কোনে জানে, পুনৰ মোনাৰ পৰা তাইক পইচা দিছো। ছি-ছি কেনে কলঙ্ক! কি ভাগ্য, নাই কদৰ্থনা কৰিবলৈ সেই নাৰীবাহিনী।

চকু পৰোতেই দেখিলো মোৰ ফালে চাই আছে। পুনৰ ঠগ খাইছো বোধকৰো। সেইকাৰণে দেখিলো তাইৰ ওঁঠত জয়ৰ হাঁহি। জয়ৰ মাজতেইতো থাকে স্পৰ্ধা আৰু বিদ্ৰূপৰ ছায়া। ওঁঠৰ কোণত তাইৰ সেই দুৰ্জ্জয় ছলনাৰ হাঁহি। চাৰনি দেখি চমকি উঠিলো। তাই মোক খুটিয়াই খুটিয়াই চাইছে।

স্খলিত আচল বালিত খহি পৰিছে। বতাহত থৰ্ থৰকৈ কঁপিছে তাইৰ কাপোৰ, তাইৰ চুলি, তাইৰ সৰ্বাঙ্গ। সকলো মিলি বালিচৰত আন এক বিচিত্ৰ বেশ দেখা দিছে।

এয়া ৰূপ বুলি কম নে নাই নাজানো। কি ৰূপ বুলি কম? এয়া ৰূপ বলি কব নোৱাৰো। অথচ অপৰূপ বুলিও মন ভৰি নুঠে। এয়া ইস্পাতৰ তৰোৱাল নে ৰূপালী ৰঙৰ বেকা কাষ্ঠখণ্ড মাত্র?

মোৰ মনত বিস্ময়ৰ আবেশ। যাযাবৰী ভিখাৰিণীৰ চকুৰে মুখে ইমান আয়োজন বা কিয়? ইমান শাণিত দীপ্তি কিহৰ বাবে? কৰুণাপ্ৰাৰ্থীৰ এই নিৰ্লজ্জ বহ্নি কিয়? এয়া জানো যাযাবৰী ৰক্ত-প্ৰৱাহৰেই স্বভাব? নে, ঘৰ এৰি অহা ছোৱালীৰ সেই চিৰাচৰিত অভিশপ্ত জীৱনৰ ক্লেদ? অথবা, জীৱন-প্ৰস্তৰত আঘাত পাই পাই প্ৰতি মুহূৰ্ত্ততে তাই শাণিত আৰু দীপ্ত।

চকু আঁতৰাই আনিলো। লাজ লাগিল, মনত সঙ্কোচোত হ'ল। সকলোৱে তাইক সৰ্বনাশী বুলি কব, ময়ো যে সৰ্বনাশী বুলি কওঁ। তাইৰ চকুৰে মুখে সৰ্বনাশেৰেই আয়োজন।

তাই সকলো হেৰুৱাই, পথত আহি হাত পাতিছেহি, তাইতো সৰ্বনাশৰ জুল জ্বলাবই। যিজনৰ একোৱে নাই সৰ্বনাশৰ খেলাতো তেওঁৱে খেলে।

কোনোৱে উপযাচি তাইক ভিক্ষা দিছে। কিমান লুব্ধ চকুৰ আগত ভিখাৰিণী হৈও ৰাণীৰ দৰে মূৰ দাঙি আছে। মূৰ তল কৰি সন্মুখলৈ আগবাঢ়িলো। পথিকৰ স্বভাবসুলভ চাৱনিৰে তাইৰ দীপ্ত হাঁহিক অভিনন্দন কৰিব নোৱাৰিলো। সেই মন আৰু সাহসে নাই।

ধুমুহা অহাদি অহা ভিখাৰীৰ দল পুনৰ আঁতৰি গ'লগৈ। এই যোৱাৰ মাজতো ব্যাকুলতা আৰু ব্যস্ততা দেখা যায়। ইজনে সিজনৰ লগত খুন্দা-খুন্দি লগাই দিছে। পৰস্পৰৰ মাজত হিচাব হৈছে, কোনে কিমান পালে। কাজিয়া কৰিছে, হাঁহিছেও।

সকলো মিলি শুনা গৈছে এটি ব্যস্ত ত্ৰাসজড়িত আৰ্তনাদৰ দৰে।

কিছুমানে নিজৰ ভিতৰতে কোৱামেলা কৰিছে—ভিখাৰিণীবোৰ মাৰাঠাৰ তিৰোতা। নাজানো কোন দেশৰ তিৰোতা। কিন্তু ইহঁতক চিৰকাল দেখিছো। মেলাত, বজাৰত, নগৰত। শনি-ৰবিবাৰে দল বান্ধি ফুৰা দেখিছো।

বিদেশ ভ্ৰমণৰ কাৰণে হেনো কপালত লিখা থাকিব লাগে। কোনোবা বিধতাই বোলে লিখি দিয়ে। নাজানো কোন সেই

বিধতা, যিজনে ঘৰ এৰি অহা বৈৰাগ্যৰ তিলক কপালত আঁকি দিয়ে। কিন্তু মোৰ কপালত তো কোনোদিনাখন সেই তিলক দিয়া নাই। তথাপিও ভাৰতৰ ওচৰ-পাজৰৰ ইফালে সিফালে গৈছিলো। কিন্তু এই জাতৰ তিৰোতা হলে সৰ্বত্ৰ দেখিছো।

সেই চিৰাচৰিত চেহেৰা। চুলি বন্ধাৰ ইহঁতৰ কোনো নিয়ম নাই। তথাপিও কিবা যেন এটা ৰকম আছে। সেয়া সিহঁতৰ ৰুক্ষ চুলিতহে শোভা পায়। কাপোৰ পিন্ধাৰ বিচিত্ৰ ধৰণ। আমাৰ ঘৰৰ ছোৱালী-ইঁতৰ আয়াসসাধ্য দেহসজ্জাতকৈ ইহঁতৰ লেতেৰা কাপোৰৰ অনায়াস বেষ্টনী তৈয়াৰ কৰি এক বিচিত্ৰ ছন্দ। আৰু নাজানো কিয়, ইহঁতৰ ধূলিমলিন শৰীৰত দেখিছো অটুট যৌৱন।

ভাবো, আমি কিমান সঞ্চয় কৰি তীৰ্থযাত্ৰাত ওলাওঁ। মন্দিৰে মন্দিৰে মূৰ দোৱাই ফুৰো। ইহঁত আমাৰ পিছে পিছে দুটি পইচাৰ কাৰণে ঘূৰি ফুৰে। ইমান যে তীৰ্থক্ষেত্ৰৰ আশে-পাশে ইহঁত ঘূৰি ফুৰে, ভগবানৰ এক বিন্দু পুণ্যও জানো ইহঁতৰ মূৰৰ ওপৰত বৰ্ষিত নহয়?

কোলাহলমুখৰ লোকাৰণ্যৰ লগত ঠেকা খাইখাই গৈছিলো, আৰু ভাবিছিলো এনেকুৱা এক দাৰ্শনিক তত্ত্ব। হঠাতে কাণৰ ওচৰ হাঁহি শুনি থমকি ৰলো। আকৌ সৰ্বনাশী। কাষেৰে আচল উৰুৱাই তীৰ-গতিত সন্মুখলৈ আগুৱাই গ'ল। কিবা বুজাৰ আগতেই চকুত পৰিল তাইৰ দুই চকুৰ উজ্জ্বল জ্যোতি। তাৰ পিচত নিৰ্জন বনৰ চৰাইৰ মাতৰ দৰে আকাশত নাইকিয়া হৈ গ'ল হাঁহি। পিছলৈ চাই দেখো যে তিনি-চাৰিজন কোট-পেণ্ট পিন্ধা আধাবয়সীয়াল মানুহে লুব্ধ উৎসুক চকুৰে তাইৰ গতিবিধি লক্ষ্য কৰিছে।

ওচৰত কোনোবাই কোৱা শুনিলো, 'হাঁহিছে'।

চাই দেখো অন্ধ সুদান। নিজে নিজে কৈছে। তেওঁৰ লাঠি মোৰ ভৰিৰ ওচৰত। চকুৰ বগা পৰ্দা ঠেলি ওলাই আহিছে। পৰ্দা দুখন থৰ্‌থৰকৈ কঁপিছে। আৰু হাঁহিছে। হাঁহি হাঁহি নিজে নিজে পুনৰ কলে। 'হাঁহিছে কোনে?'

কৈ পুনৰ হাঁহিলে। যেন কাৰোবাৰ লগত কথাহে পাতিছে। হাঁহি হাঁহি কলে, 'পথ ঠিক আছেতো?'

নাজানো, এয়া তেওঁৰ কথাৰ কথা নে নাই। নাজানো, এয়া তেওঁৰ স্বগতোক্তি নে কি? তথাপিও কলো, 'ওঁ, ঠিক আছে।'

'ঠিক আছে?' কৈ পুনৰ হাঁহিলে। সৰল মনৰ অভিব্যক্তিৰ সেই হাঁহি। তথাপিও যেন, সামান্য বিস্ময়ৰ আভাস তেওঁৰ গম্ভীৰ কণ্ঠত। অলপ যেন ৰহস্যময়। আগৰ দৰে হাঁহি সুধিলে, 'বাবুজী, আপোনাৰ পথ ঠিক আছেনে?' কৈ আকাশৰ ফালে চালে। যেন আকাশৰ বুকুত কাণহে পাতিছে—উত্তৰ পোৱাৰ আশাত।

উত্তৰ দিব খুজিও থমকি ৰলো। এয়া আকৌ কেনে ধৰণৰ প্ৰশ্ন? মই যে চকু থকা মানুহ। অন্ধক দেখুৱাই দিছো পথ। তেওঁ আকৌ ওলোটাই মোক প্ৰশ্ন কৰিলে মোৰ পথ ঠিক আছে নে নাই। তথাপিও কব খুজিও ৰৈ গলো। পথৰ ঠিকনা ঠিক আছে নে নাই কোনে জানে। কিন্তু এক কথাত তেওঁৰ প্ৰশ্নৰ উত্তৰ দিব নোৱাৰিলো। বিশেষকৈ মুখখনলৈ চাই। মই উত্তৰ দিয়াৰ আগতে তেওঁ হাঁহি দিলে। এই ভিৰ আৰু গোলমালৰ মাজতো শান্ত উদাস তেওঁৰ কণ্ঠস্বৰ। কলে, 'কোই নতি বতা চকতা কিধৰ গয়ী সড়ক, কহাঁ গয়া ৰাস্তা। হ্যায় না বাবুজী?'

মনে মনে ভাবিলো, তেনেহলে তেওঁ জানো নিজকে নিজে প্ৰশ্ন কৰিছে? পথ তেওঁৰ ঠিক আছে নে নাই, এয়া জানো মাত্ৰ নিজৰ বাবেই প্ৰশ্ন! বহুতো মানুহে বাৰে বাৰে তেওঁক তেওঁৰ প্ৰশ্নৰ উত্তৰ দিছে আৰু তেওঁ হাঁহিছে।

পুনৰ হিন্দীতে কবলৈ ধৰিলে, 'বাবুজী মইতো অন্ধ। জন্মান্ধ। মই জন্মগ্ৰহণ কৰাৰ পিচৰ পৰাই মাত্ৰ এই কথা শিকিছো, পথ ঠিক আছেতো। গোটেই সংসাৰে যেতিয়া চিঞৰি কয়, সকলো ঠিক আছে, তেতিয়া মই ৰৈ যাওঁ। সকলো ঠিক আছে? পৃথিবীৰ সকলো ঠিক আছে? তেনেহলে মই সকলোৰে ঠিক পোৱা নাই কিয়? বাবুজী, ওহিছে পুছা কি, আপ-কা-ৰাস্তা ঠিক হ্যায়?'

আকৌ আগৰ দৰে মোৰ লগে লগে তেওঁ যাবলৈ ধৰিলে। তেওঁৰ মুখত কেতিয়াবা হাঁহি, কেতিয়াবা গহীন অন্যৰূপ দেখিবলৈ পালোঁ।

কোনোবাই সুধিলে, 'কা-হো সুৰদাস, গানা কাহে বন্দ্ কৰ দিয়া?'

সুৰদাসে বোধহয় গানৰ সুৰেই ভাবি আছিল। পুনৰ গান আৰম্ভ কৰিলে।

ঝুচিৰ ওখ ভূমিয়ে সন্মুখৰ পথ ৰোধ কৰি আছে। মাটিৰ তলৰ পৰা চিৰি ওপৰলৈ উঠি গৈ বাওঁফালে ঘূৰি গৈছে। এজোপা বটগছৰ কাৰণে ওপৰলৈ উঠি যোৱা চিৰিটো চকুত নপৰে। ওপৰত প্ৰাচীৰে আবৰি থোৱা দুৰ্গ এটা আছে। উত্তৰফালৰ কাৰ্নিচবিহীন সৰল প্ৰাচীৰৰ শাৰী তললৈ নামি গৈছে। সেই প্ৰাচীৰৰ গাত লাগি এটা গুহা আছে। আন এটি চিৰি গহ্বৰৰ মুখৰ পৰা বালিচৰলৈ নামি আহিছে। সেই গুহাত পকৰাব দলৰ দৰে অসংখ্য নৰনাৰী নামি আহিছে। চিৰিৰ ঢাপৰ কাৰণে চলমান নৰ-নাৰীদলক দূৰৈৰ পৰা দেখা পোৱা যায় ধীৰগতিত বোৱা নিজৰাৰ দৰে।

শুনিছিলো, এয়া সমুদ্ৰগুপ্তৰ কূপ। কিন্তু কূপ ক'ত ? এয়া যে দেখিছো, চাৰিওফালৰ পৰা এটি সুৰক্ষিত ওখ গড়ৰ দৰে। হঠাতে ভাব হয় যেন এক সামৰিক গাম্ভীৰ্য্যত আৰু কৌশলত ইয়াৰ চাৰিওফালে যুদ্ধৰ প্ৰয়োজন গোপনভাৱে হৈ আছে।

দুফালৰ দুটি চিৰি দেখি বুজিলো এটি উঠিবৰ কাৰণে, আনটো নমাৰ বাবে। নমা চিৰিৰ কাষত এডাল প্ৰাচীন বট গছ। তাৰে ছায়া চিৰিত পৰিছে। যিফালেই চাওঁ সেই ফালেই শ-শ বছৰৰ স্মৃতিচিহ্ন চকুত পৰে। সকলোতে প্ৰাচীনতাৰ প্ৰতিছাপ।

মোৰ পিছত থকা অন্ধ সুৰদাসে সুধিলে, 'বাবুজী, সন্মুখৰ টিলাত চিৰি আছে নহয় ?'

"টিলা ! সমুদ্ৰগুপ্তৰ কূপ নহয়। মানুহৰ মুখতো একে কথা। সমুদ্ৰ-গুপ্তৰ টিলা। কিন্তু অন্ধই কিয় সুধিছে ? তেওঁ জানো উঠিব পাৰিব ?

কলো, 'আছে। কিন্তু তুমিতো উঠিব নোৱাৰিবা সুৰদাস।'

তেওঁ হাঁহি কলে, 'নহি চকেঙ্গে ?' কৈ ওপৰলৈ চালে। যেন তেওঁ দেখিবলৈহে পাইছে, চাই লৈছে কিমান ওখ-চাপৰ। তাৰপিছত কলে, 'বাবুজী, এয়াতো মোৰ প্ৰথম নহয়। আগতে যে কিমানবাৰ উঠিছো।'

কৈ তেওঁ চাৰিওফালে এবাৰ চালে। চাই লৈ সুধিলে, 'বাবুজী, আপ চলা গয়ে ?'

কলো, 'উহু, যোৱা নাই।'

এৰি যাব পৰা নাছিলো। তেওঁ অন্ধ। কিমান অন্ধ মানুহ বাটে-পথে দেখা পাওঁ। খোজ কাঢ়ি যাওঁতে লগ পালেও সিহঁতৰ লগত

কথা নাপাতো। আনকি উভতিও নাচাওঁ। সুধিলে উত্তৰ দিওঁ। দয়া হলে অন্ধ ভিখাৰীক ছুটি পইচা দিওঁ। ইমানেই।

কিন্তু আজি উভতি চাব লগা হ'ল। এই কুম্ভমেলালৈ আহি উভতি চাব লগা হ'ল। সুৰদাস অন্ধ। কিন্তু তেওঁৰ প্ৰতিটি অঙ্গিভঙ্গী যেন চকু থকা মানুহৰ দৰে। তেওঁৰ সেই আত্মভোলা হাঁহিৰ মাত্তে কৰবাত যেন আত্মগোপন কৰি আছে এক গম্ভীৰ সচেতন অভিজ্ঞ সহৃদয় মানুহ। এক উদাস কৌতুক আৰু ৰহস্যৰ ছাঁ তেওঁৰ ভাবত ভৰা মুখখনত দেখা গৈছে। মই তেওঁক দেখা পাইছো। কথা শুনি অনুমান হয়, তেৰোঁ মোক তেওঁতকৈও ভালকৈ দেখিছে।

হাঁহি হাঁহিয়ে তেওঁৰ নিজস্ব ভাষাত কলে, 'সকলোৰে কয় উঠিবলৈ কঠিন, নামি আহিবলৈহে সহজ! কিন্তু বাবুজী, মইতো জন্মান্ধ। মোৰ বাবে উঠা সহজ, নমাটোহে টান।'

কিন্তু তেওঁৰ কথা শুনি আচৰিত হলো। চিৰকালতো শুনি আহিছো উঠিব পাৰিলে নমাও যায়। উঠিব পাৰে কেইজনে? 'সুৰদাস উঠাটোই কঠিন। নামিব পাৰে সকলোৰেই।'

তেওঁ কলে, 'হয়তো হয় বাবুজী। মগৰ বাবুজী; আপোনাৰ চকু বন্ধ কৰি পথ দেখুৱাই দিওঁ! আপুনি উঠি যাব পাৰিব কিন্তু নামিবলৈ গৈ পিচলি পৰিব। নহয় জানো? এবাৰ চকু বন্ধ কৰি কথাটো ভাবি চাওকছোন।'

কৈ তেওঁ মোলৈ চাই হাঁহিলে।

কিন্তু চকু বন্ধ কৰিতো কোনোদিনাখনে নমা নাই। ভাবিম কেনেকৈ? মই এক নগৰীয়া বুদ্ধি-অভিমানী মানুহ নীৰবে তেওঁলৈ চাই ৰলো। এই অন্ধই মোক উঠা-নমাৰ কথা কৈছে।

তেওঁ পুনৰ মোক মাতিলে, 'বাবুজী।'

'কোৱা।'

'ওইচা শোচনা বঢ়ি মুশকল হ্যায় না?' কৈ গুণ্‌গুণাই উঠিল আৰু আঙুলিৰে নিজৰ লাঠি টুকুৰিয়াব ধৰিলে। গানৰ কথা শুনি কি কলে বুজিব নোৱাৰিলো। তথাপিও তেওঁৰ ডিঙিৰ কঁপনি দেখি বুজিলো, নিজৰ বক্তব্যৰ অৰ্থ বুজাব খুজিছে কোনো এক সজনীক সাৱধান কৰি দি। তাৰ পিছত কলে, 'বাবুজী চবকে উচাঁ যো মিলি

হাতমে, উতৰানে কি বখত বাখো চামলাকে। নাহি তো, ও গৰ্ যায়েগী, হৰা যায়েগী, চুৰণা বেকাৰ হোগী। কৈঁও কি, তুমতো অন্ধা হ্যায় না? অন্ধা, তুমকো ৰো'নে পঢ়েগা।'

ভাবিলো, এয়া বোধ হয় অন্ধৰেই বেদনা। দৃষ্টিসম্পন্ন মানুহে কেনেকৈ সেয়া অনুভব কৰিব?

কলো, 'সেয়া হয়তো হয় সুৰদাস।'

কলে, 'চায়েদ নহে বাবুজী, সচ্চা। মহাপুৰুষ সকল আপোন সাধনপ থত আগুৱাই গৈ থাকে। কাহে? মগৰ বাবুজী, আপোন সাধনপথতজানো কোনোবাই তললৈ নামি যায়? তলৰপথক সকলো মানুহে ভয় খায়। পাপ আৰু মৰণৰ মায়া সেই তলৰ পথৰ কাষে কাষে আছে। তেনেহলে? ছুচিয়াৰ চে চঢ়ো, মগৰ উতাৰো জায়দা ছুচিয়াৰচে। সহজ বুলি যদি সহজতে নামিব খোজা সজনী, তেতিয়া-হলে কেতিয়া যে ভৰি পিচলি ক'ত হেৰাই যাব কবই নোৱাৰিবা। তেতিয়া অন্ধ সংসাৰে, হাঁহিব, ধিক্কাৰ দিব তোমাক।

সহজ সমজ্ কে চলিহো সজনী
ৰাস্তা বহুত টেটা হ্যায়॥

বাবুজী, ক্যায় হম্ গলত বতায়া?'

সঁচাকৈয়ে, পদস্খলিত মানুহ যেতিয়া নামে, মৃত্যু তেওঁৰ কাৰণে বৈ থাকে। প্ৰাণৰ বস্তু মুঠিত লৈ যেতিয়া শিশুই নাচে, তেতিয়াই কোনো মুহূৰ্ত্তত সকলো হেৰুৱাই শিশুই কান্দে। মানুহ উঠিবলৈ গৈ নপৰে, নামিবলৈ গৈহে পৰে। পৰিবইতো। নমাৰ পথেইতো টান বেছি। আনন্দত অধীৰ পদযুগল যে তেতিয়া শিথিল ছন্দত তালে তালে নাচে।

চকু থকাতেও নুবুজিলো। বুজিব লগা হ'ল অন্ধ এজনৰ পৰা। চাই দেখো যে, তেওঁৰ চকুৰে মুখে গৌৰৱৰ জিলিকণি। তেওঁৰ অন্ধ চকু-মুখত পোহৰ। ৰূপ-অন্ধ চকুৰে মই অন্ধ জীৱন-সন্ধানীৰ ফালে চাই থাকিলো।

তেওঁ কলে, 'বাবুজী, আপুনি খঙ কৰা নাইতো?'

খঙ? খঙ কৰিম কাৰ ওপৰত? কিয়? কলো, 'খঙ উঠিব লগা কথাতো তুমি একো কোৱা নাই সুৰদাস।'

হাঁহি কলে, 'সঁচা বাবুজী। মই মূৰ্খ। মোৰ কথা শুনি সকলোৱে

হাঁহে, খণ্ড কৰে। বাবুজী, পৃথিৱীখনে অন্ধ। সকলোতকৈ অন্ধ মই। সেই কাৰণেতো বাৰে বাৰে সোধো, পথ ঠিক আছে নে নাই। সজনী, চাই চিন্তি খোজ দিবা। পথ ঠিক আছেতো ?'

বুজিলো, অন্ধই যিয়ে নকওক কিয়, যি পথৰ কাৰণে তেওঁৰ ইমান প্ৰশ্ন, সেয়া নিশ্চয়ই ভগবানৰ দুৱাৰমুখ পাইছেহি। সুধিলো, 'পথ কিহৰ সুৰদাস ? ভগবানৰ ?'

সুৰদাসে বিনম্ৰ ভঙ্গীত হাতযোৰ কৰি ক্ষমা বিচৰাৰ ভঙ্গীত ঠিয় হৈ ৰ'ল। কলে, 'বাবুজী, ভগবান কোন, মইতো নাজানো। পৃথিৱী অন্ধকাৰ। মই পোহৰ বিচাৰি ফুৰিছো। বাবুজী, আপুনি কি বিচাৰিছে সেয়াতো আপুনিয়ে জানে। আৰু পথ ? হেজাৰ পথ সন্মুখত পৰি আছে। কোনটো পথেৰে যাব, সেয়াতো আপোনাৰ মনেই জানে। যেতিয়া মন ঠিক থাকে পথও ঠিক থাকে।'

কৈ হাঁহিলে। অলপ পিচত আকৌ সুধিলে, 'বাবুজী, লকৰী কা দুকান হ্যায় না এইঁা ?'

দেখিলো, সঁচাকৈয়ে অদূৰত খৰিৰ দোকান। কলো, 'ওঁ, আছে, কিন্তু বুজিলা কেনেকৈ ?'

'বতাহত খৰিৰ গোন্ধ পাইছো। মোক সেই ঠাইলৈকে পোনাই দিয়ক বাবুজী, মই তালৈকে গৈ জিৰণি লম।'

কলো, 'কিয় ? তুমি ওপৰলৈ নোযোৱা ?'

'নাযাওঁ।'

হাতত ধৰি তেওঁক কাঠৰ স্তূপৰ ফালে মুখখন ঘূৰাই দিলো। সুধিলো, 'সুৰদাস, তুমি এই ভিৰৰ মেলালৈ কিয় আহিছা ? তোমাৰতো কষ্ট হব।'

আগবাঢ়িব খুজিও তেওঁ বৈ গ'ল। কলে, 'বাবুজী, ঘৰতো অন্ধকাৰ, বাহিৰতো অন্ধকাৰ। দুখ সকলোতে। তেতিয়া হলে আনন্দ ক'ত ?'

কৈ তেওঁ লাঠিডালেৰে মাটিত শব্দ কৰি কৰি আগবাঢ়ি গ'ল। দেখিলো তেওঁৰ প্ৰতিটি পদক্ষেপত সতৰ্ক দৃষ্টি। যদি উজুটি খায়। কিন্তু তেওঁ লাঠি লৈ ঠিক কাঠৰ স্তূপৰ ওপৰত গৈ বহিল। বহি তেওঁ মোলৈ চালে। মুখত আগৰ সেই হাঁহি। যেন মোলৈ চাই বিদায়ৰ হাঁহি এটিহে মাৰিলে।

ঘৰ বাহিৰত যিজনৰ অন্ধকাৰ, সকলোতে যিজনৰ নিৰানন্দ, তেওঁৰ আনন্দ ক'ত ? টিলাত উঠিব খুজি চিৰিত ভৰি দিওঁতেই মনত পৰিল, সুৰদাসকতো পইচা এটাও দিয়া নহ'ল। তেৰে'। বিচৰা নাছিল। উভতি চাই দেখো যে সুৰদাসে দুটি শিশুৰ লগত হাঁহি হাঁহি কথা পাতি আছে। আচৰিত ! দুটি শিশুৱে তেওঁৰ দুফালে বহি কান্ধৰ ওপৰত হাত তুলি দিছে। আৰু সুৰদাস যেন সদাহাস্যময় এটি আনন্দৰ প্ৰতিমূৰ্ত্তি। শিশুৰ লগত ধেমালিয়ে জানো তেওঁৰ পোহৰ বিচৰা ?

চিৰিৰে ওপৰলৈ উঠি গলো। ওপৰলৈ উঠি দেখিলো এডোখৰ সমান ঠাই। বাওঁফালে কেইটিমান জুপুৰী ঘৰ। মন্দিৰৰ গম্বুজৰ দৰে এই জুপুৰীৰ ওপৰৰ ভাগ সজোৱা হৈছে। ভিতৰত সেন্দুৰৰ প্ৰলেপ-সনা কিছুমান শিল। অকল শিলে নহয়, শিলৰ মূৰ্ত্তিও আছে। কোনোবাটোৰ হাত ভঙা, ভৰি ভঙা। বহু কেইটাৰ মুখো নাই। বুজিলো, বছৰৰ পিছত বছৰ ধৰি এই শিলৰ মূৰ্ত্তিবোৰ ইয়াতে পৰি আছে। এই সময়ত পৰিষ্কাৰ কৰি লৈছে। প্ৰতিটো জুপুৰীৰ সন্মুখত একোজনকৈ পাণ্ডাৰূপী ব্ৰাহ্মণ। দেৱতাৰ পৰিচয় কৰাই দিছে। লগতে দানধৰ্মৰ উপদেশও দিছে। আৰু তীৰ্থযাত্ৰাৰ পইচা জুপুৰীঘৰৰ ভিতৰত ঝন্‌ঝনাই উঠিছে।

বালিচৰৰ পৰা আহিলো এখন গাওঁলৈ। গাওঁৱেতো ঝুচি গাওঁ। প্ৰতিষ্ঠানপুৰ। প্ৰাচীন বৎস দেশ। কিন্তু ইয়াত ক'ত আছে সমুদ্ৰগুপ্তৰ কূপ ?

বাওঁফালে বেৰেবে আগুৰা ঘৰ। হঠাতে চকুত পৰিলে ভাব হয় গৃহস্থৰ বাসস্থান বুলি। সোঁহাতে বিৰাট খাল। তলৰ ডাঠ অন্ধকাৰৰ কাৰণে একো দেখা নাযায়। তলৰপৰা পোনে পোনেএডাল সেউজীয়া গছৰ শিৰ ওপৰলৈ উঠি আহিছে। হাতেৰে সেই গছৰ পাত ধৰিবপৰা যায়। ইমান শীততো কোনে গোটেই গছডাল পাতেৰে ভৰাই পেলালে ! এয়া জানো কূপ ?

লক্ষ্য কৰিলো। ভিতৰত মানুহৰ ছাঁ। গুঞ্জন আৰু গোলমাল। কি ঘটনা ? লক্ষ্য কৰি দেখিলো ভিতৰত এটি সৰু ৰাস্তা। সেই

ৰাস্তাৰে মানুহৰ সোঁত বৈছে। এই সোঁত গৈ এটি অন্ধকাৰ সুৰঙ্গত গৈ সোমাইছে। তেনেহলে সেইটোৱে জানো কূপ? কিন্তু যোৱা পথ ক'ত?

মূৰ তুলি দেখিলো গাঁতৰ দক্ষিণ ফালে। তাতো এটা ঘৰ। পুৰণি ঘৰ, মেৰামতিৰ চিন বেৰত। সেইফালেও মানুহৰ সোঁত। লক্ষ্য কৰি দেখিলো এই ওখ টিলাৰ মাটি পূবলৈ আগবাঢ়ি গৈছে। সেই ফালেৰে সকলোৱে দক্ষিণলৈ গৈছে। ময়ো আগবাঢ়িলো। নতুনৰ সন্ধানত। জানো, কোনো নতুনৰ সন্ধানত যোৱা নাই। পথও নতুন নহয়। কিন্তু পুৰণি পথত মইতো নতুন। মোৰ কাৰণে যে সকলো নতুন!

পথৰ কাষত সাধুৰ দল। অপলক চকু আৰু গম্ভীৰ মুখ। দৃষ্টি তীৰ্থযাত্ৰীৰ ওপৰত। ঠায়ে ঠায়ে ভাং আদিও চলি আছে। তীৰ্থযাত্ৰীৰ কোনোবা বহিছে, কোনোবা বহা নাই।

হঠাতে থমকি ৰলো। ভয়ানক ভিৰ। সন্মুখৰ পুৰণি সেই ভগা ঘৰ। এটা নহয়। কেইবাটাও। বিক্ষিপ্তভাৱে সজোৱা। সকলো ভগা, পুৰণি।

ইয়াত গান নাই। হাৰমনিয়ামৰ শব্দ নাই। নাই ভগা বন্দৰৰ বাৰবনিতাৰ আচৰ। পূৰ্ণিমাৰ ৰাতি। ইয়াত ব্যস্ততা, ব্যগ্ৰতা আৰু ব্যাকুলতা। যানে দো বাবুৰা। যাবলৈ দিয়া, চাবলৈ দিয়া, দৰ্শন কৰিবলৈ দিয়া। আৰু সমতলৰ পৰা বহু ওপৰত ভগা ঘৰ তীৰ্থাঙ্গন বিষণ্ণ আৰু উদাসীন। একেলগে উদাৰ বম্ বম্ শব্দ আৰু বহুতো কণ্ঠৰ আৰাধনা, আহ্বান আৰু হাঁহি। খেলি-মেলি চাৰিওফালে। আকাশ যেন হাতৰ ওচৰত। আৰু বিচিত্ৰৰ পৰা বিচিত্ৰতৰ ৰূপে নৰ-নাৰী, তেওঁলোকৰ ভাষা, ৰূপ।

বুজিলো কোনোবা দেৱতা ইয়াতে অধিষ্ঠিত আছে। সেইকাৰণে ঠেলাঠেলি আৰু ভিৰ। ভাবিছো সোমাম নে নাই। পিছৰ পৰা কোনোবাই যেন সাবটিহে ধৰিলে। মুখ ঘূৰাই চাই দেখিলো এখন বহু ৰঙা ওৰণি। আচৰিত হৈ মানুহজন চোৱাৰ কাৰণে অলপ কষ্ট কৰিব লগা হ'ল। এগৰাকী ক্লান্ত কম্পিত মাৰোৱাৰী বৃদ্ধা। পোছাক দেখি ভাব হ'ল। বেচাৰীৰ সৰ্বশৰীৰ থৰ্‌থৰকৈ কঁপিছে। স্তিমিত দৃষ্টি উদ্‌ভ্ৰান্ত। ডিঙিত দহ-ভৰি মানৰ হাৰ এডাল, সোণৰ হাৰ নহয়,

যেন শিকলি বিশেষহে। দাঁতহীন মুখৰ পৰা জিভা ওলাই পৰিছে। সৰ্বশৰীৰত ফাকুৰ দৰে ধূলি।

মই যে এজন মানুহ, সেইফালে খবৰ নাই। যেন শিলৰ মাজত এডাল খুটিত বুঢ়ীয়ে তাল চম্ভালিছে, বিশ্ৰাম কৰিছে। মই আঁতৰি আহিলে প'ৰ যাব। আন যিয়ে নহওক কিয়, বুঢ়ী যেনেকুৱা গধুৰ, মই নিজকে চম্ভালি ৰখাতে ব্যস্ত হব লগা হৈছে। কিন্তু কম কাক? যিজনক কম তেওঁৰ খবৰে নাই। মাত্ৰ দুহাতেৰে সাবটি ধৰি আছে। আৰু আচৰিত। এনেকুৱা এটা ঘটনাত কাৰো ভ্ৰূক্ষেপেই নাই।

কেইমুহূৰ্ত্তমান পিছত বুঢ়ীয়ে মূৰ দাঙি চালে। তেওঁৰ মূৰটো দ্বিগুণ জোৰেৰে কঁপি উঠিল। চকু দুটি মুদ খাই গ'ল, মুখখন হাঁকৈ মেলি দিলে। ইয়াৰ নাম হাঁহি। সঁচাকৈয়ে যেন এক অনিৰ্বচনীয় সুধা গোটেই মুখতে বিয়পি পৰিল। তেওঁ দুয়োখন হাতেৰে মোৰ গালে-মুখে হাত ফুৰাই দি ভিৰৰ মাজত হেৰাই গ'লগৈ।

বুজিলো, মোৰ কাম শেষ হৈছে। ভিৰৰ মাজলৈ আগ নাবাঢ়ি পূবফালে আগুৱাই গলো। দক্ষিণৰ ফালে ভঙা ঘৰ, পূব আৰু উত্তৰৰ গছৰ মাজেৰে আকাশ দেখা গৈছে। কিন্তু সেইফালে মানুহৰ অহা-যোৱা বিশেষ দেখা নাই। সকলোৰ ঠেলা-ঠেলি মাত্ৰ মন্দিৰৰ দুৱাৰতহে।

দক্ষিণৰ ভঙা ঘৰৰ ওপৰেদি উকি মাৰি তললৈ চাই দেখিলো মানুহৰ সোঁত। কিন্তু এনেভাৱে টিলাৰ মাটি তললৈ নামি গৈছে আৰু তাৰ চাৰিওফালে সৰু-ডাঙৰ ইমান সুৰঙ্গ যে, শিঙা বাজি উঠিলেই এতিয়াই ধনু-কাড় হাতত লৈ অসংখ্য সৈনিক ওলাই আহিব। পূবফালে আগবাঢ়িলো। গছৰ মাজে মাজে সমতল উৰ্ব্বৰ খেতি চকুত পৰে। মোৰ চকুত এই গাওঁবোৰ কেনেৰা লাগিল, যেন বস্তিহে।

সমতল গাওঁতো দেখিছো ভিৰ।

চমকি উঠিলো। সন্মুখত দেখিলো ডাল ভৰি থকা এদাল ছজিনা গছ। ফুলি আছে। নিজৰ দেশত এয়া বিস্তৃতভাৱে সিঁচৰিত হৈ আছে। কিন্তু ইয়াত, ছজিনা সুন্দৰীৰ এয়া বিচিত্ৰ অঙ্গসজ্জা দেখি চকু-মন ভৰি উঠিল। মনত পৰিল, কিমান যুগযুগান্তৰ যেন দেশ এৰি আছো। সেই বিৰহ এই ছজিনা ফুল দেখি মোৰ আঁতৰিল।

বগা বগা ফুল। সোণ-ৰূপৰ অজস্ৰ ঐশ্বৰ্য্যৰ মাজত যুৱতী ছজিনাই

আনন্দত মূৰ দাঙি আছে। চাৰিওফালে এটি কোমল গোন্ধ পোৱা গৈছে।

চমকি উঠাৰ আৰু কাৰণ আছিল। ছজিনাৰ কোমল ডাল বৈ বৈ কঁপি উঠিছে আৰু তলত সৰি সৰি পৰিছে ফুল। এক ৰক্তাম্বৰীয়ে মুৰ তলকৰি সেইবোৰ বুটলিছে। বুটলিছে, আৰু কোঁচত ভৰাইছে। ব্যাকুলভাৱে বুটলিছে, যেন অমূল্য ধনহে পৰি গৈছে।

চাই, চাই থাকিলো। চকু ঘূৰাই আনিব খুজিও চালো। ৰক্তাম্বৰীয়ে কঁকালত আচল বান্ধি লৈছে।

ৰক্তাম্বৰীয়ে মূৰ দাঙিলে। সৰ্বনাশ। এয়া যে সঁচাকৈয়ে কৰাল-ৰূপিণী ৰক্তাম্বৰী। ক'লা ছোৱালী। ছোৱালী নহয়, বোৱাৰী। নহয়, বোৱাৰী নহয়, আন কিবা। মূৰত ওৰণি নাই। কঁকালৰ তললৈ চুলি বৈ আহিছে। নিৰলঙ্কাৰ দেহ। ডিঙিত ৰুদ্ৰাক্ষৰ মালা। শিৰত অস্পষ্টভাৱে সেন্দুৰ লগোৱা আছে। এটি শকত-আৱত দেহ। বয়স অনুমান কৰা টান। কিন্তু চকু দুটি দেখিলে স'চাকৈয়ে ৰক্তাম্বৰী। জন্মৰ সময়ত কোনোবাই বোধহয় চকুৰ কোণ দুটি কাটি দিছিল। নহলে জানো ইমান ডাঙৰ চকু কাৰাবাৰ থাকে ? এয়া যে পটত অঁকা কালীৰ আকৰ্ণ বিস্তৃত চকু।

সেই বিশাল নিস্পলক দৃষ্টিৰে মোলৈ উভতি চালে। অসঙ্কোচ দৃষ্টিত কৌতূহল আৰু বিস্ময়, নে ক্ৰোধ আৰু সন্দেহ বুজিব নোৱাৰিলো।

আনফালে চিঞৰ-বাখৰৰ শব্দ। আৰু এই ঠাইত, এই টিলাৰ বন-ভূমি হঠাতে যেন সেই চকুৰ চাৱনিত স্তম্ভিত হৈ ৰ'ল। মুহূৰ্ত্ততে চাৰিওফালে নিস্তব্ধতা নামি আহিল।

এয়া কোন বনবিহাৰিণী কপালকুণ্ডলা মোৰ চকুৰ সন্মুখত। ওঁঠত নাই বিচিত্ৰ হাঁহি, ভ্ৰূলতাত নাই ত্ৰস্ত আহ্বান। কিন্তু এতিয়া জানো টিলাভূমিৰ এই নিঃশব্দ বনাঞ্চল হঠাতে বিস্ময়ত শিয়ৰি উঠিব এই যুগৰ কপালকুণ্ডলাৰ কথাত, 'পথিক, তুমি জানো পথ হেৰুৱাইছা ?'

কিন্তু ঘুমন্ত বনানীৰ স্বপ্নভঙ্গৰ দৰে সেই বিচিত্ৰ কণ্ঠস্বৰ শুনা নগ'ল। উত্তৰ প্ৰদেশৰ টিলাভূমি শিয়ৰি নুঠিল কুম্ভমেলাৰ এই কপালকুণ্ডলাৰ নতুন উপাখ্যানত, তাৰ আগতেই কাপালিকৰ প্ৰৱেশ।

'নমস্তে বাবুজী, নমস্তে হই। কাঁছাসে আচতা হ্যায় ?'

আচতা হয়। একেবাৰে দেশৰ মানুহ। উভতি চাই দেখো, ৰক্তাম্বৰী। ক'লা মুখত আপ্যায়নৰ বিকট হাঁহি। ৰঙা ধুতী, ৰঙা চাদৰ। গোঁফ, দাড়ি আৰু ৰঙা চকু। সেয়া আধামুদ খোৱা, কিন্তু উজ্জ্বল। পগলাৰ দৰে জট-পকোৱা চুলি। ওজন বোধহয় এমোণ মান হব। ডিঙিত ৰুদ্ৰাক্ষৰ বোজা।

কব খুজিলো, 'আপ্' মুখৰ পৰা ওলাল, 'আপুনি ?'

আধামুদ খোৱা ৰঙা চকু বিস্ফাৰিত কৰি কলে, 'আপুনি. একে-বাৰে যে দেশৰ মানুহ ?'

ওঁ। মই যে এই যুগৰ কোট পেণ্ট পিন্ধা আধুনিক নৰকুমাৰ। কাপালিকৰ নিশ্চয় ভয় খাবলগীয়া কথাই। মোৰ উত্তৰ শুনাৰ আগতেই তেওঁ কলে। হাত যোৰ কৰি বিনীতভাৱে কলে, 'মোৰ নাম অদ্ভুতানন্দ ভৈৰৱ। মানুহে মাতে ভুতানন্দ, নহলে ভুতবাবা। মই কালীসাধক ভৈৰব। নিবাস আছিল যশোৰত। পাকিস্তান হ'ল এতিয়া চব্বিশ পৰগণাৰ বাৰাছতত আশ্ৰম কৰিছো। সেই তিৰোতা-গৰাকী, মোৰ ভৈৰৱী। বৰ মনত আশা আছিল প্ৰয়াগত তীৰ্থদৰ্শন সাধন-ভজন কৰিম। জয় মা-কালী বুলি ওলাই আহিলো। যাওক, আপোনাৰ নিবাস ?'

ভূতানন্দৰ কথা কোৱা হ'ল। কালী সাধক, কিন্তু কথাত দেখিছো বৈষ্ণৱকো হৰুৱাব। বোধহয় যশোহৰৰ হৰিবংশৰ তেজ দেহত আছে।

আনফালে ভৈৰৱী নিৰ্বিকাৰ। তেওঁ ব্যস্ত ফুল তোলাত। বোধ হয় নৰকুমাৰৰ পৰা ভৈৰৱৰ দৰ্শনত আশ্বস্ত হৈছে। উত্তৰ দিব খোজোতেই ভূতানন্দই কবলৈ ধৰিলে, 'নিশ্চয় আপোনাৰ ঘৰ কলিকতাত ?'

কলো, 'ওচৰতে।'

হাতযোৰ কৰি কলে, 'আমাৰ আশ্ৰমত পদধূলি দি যাওকহি।' ইয়াত আকৌ আশ্ৰম ক'ত ? তাৰোপৰি ভূতানন্দৰ আশ্ৰম। ভয় অবশ্যে নাই। হেজাৰ হলেও আধুনিক কাপালিকতো। বলি দিব নোৱাৰে।

তেওঁৰ লগত আগবাঢ়িলো। বেৰেৰে আবৰি থোৱা এটি ঘৰ। সমুখ ভাগ পৰিষ্কাৰ পৰিচ্ছন্ন। ভূতানন্দ ভৈৰৱৰ আশ্ৰম। জুপুৰীৰ ওপৰত এখন নিচান।

ভূতানন্দই এখন ফটা কম্বলৰ টুকুৰা আনি পাৰি দি বহিবলৈ

কলে। 'বহক, মন খুলি আপোনাৰ লগত ধৰ্মৰ কথা পাতো। ৰাতি ভালুকলৈ ভয় লাগে, দিনত কোনো নাহে এই ফালে। যত পাঞ্জাৰী, মাৰোৱাৰী, কি কম আপোনাক, জোৱান জোৱান ছোৱালী সুন্দৰীও অবশ্যে, আমাৰ আশ্ৰমৰচাৰিওফালে, কিকম একেবাৰে ইয়ে কৰিবলৈ আহে। মই তেনেকুৱা মানুহ নহয়, গতিকে ডিণ্ডিৰ শব্দ কৰিলেও নুশুনে। অথচ মোৰ ইয়াত নহলে সাধনাও নহয়। যাওক সেইবোৰ কথা, আপুনি যেতিয়া আহিছে—'

ধমকি ৰ'ল। বুজিলো, মোৰ মুখৰ পৰা কি ধৰ্মৰ কথা ওলাব।

ইফালে ভৈৰৱীয়ে এলুমনিয়ামৰ বাটি এটা লৈ অদূৰত বহিল। কোঁচৰ পৰা ছজিনা ফুলবোৰ উলিয়ালে। তাৰ পিছত বিশাল চকু মেলি প্ৰথমতে মোলৈ চালে, তাব পিছত ভৈৰৱক। ভাব হ'ল বোধ-হয় নাকৰ পাহটো অলপ ফুটি উঠিল, চকুত যেন জুইহে বৰষিছে।

ভৈৰৱীৰ চকুৰে-মুখে, বহাৰ ধৰণত এটি যেন আসন্ন দুৰ্য্যোগৰ ইঙ্গিত ফুটি উঠিছে। ভৈৰৱী যেতিয়া চকুত কিঞ্চিৎ অগ্নি জ্যোতি থকাতো স্বাভাবিক। কিন্তু ভাব-ভঙ্গী একেবাৰে সুবিধাৰ বুলি ভাব হোৱা নাই।

কিন্তু ভূতানন্দৰ সেইফালে খবৰেই নাই। তেওঁআচৰ জমাই কবলৈ ধৰিলে, 'দাদাবাবু?'

দাদাবাবু! ভূতবাবাক দেখিছো আত্মীয়তা কৰাতো অভ্যস্ত। বুজিলো ধৰ্মলোচনাৰ ভূমিকা বিস্তাৰ কৰা হৈছে। ভাব যেন বিশেষ জাল পতা হৈছে। এবাৰ ধৰিব পাৰিলে ৰেহাই নাই। হঠাতে চকু মুদি চেলাউৰি কপালত তুলি কলে, 'কওকছোন, জগতখন কাৰ?'

সৰ্বনাশ! এনেকুৱা ডাঙৰ প্ৰশ্ন। ঝুচিৰ টিলাৰ এই নিৰ্জন স্থানত, ইমান ডাঙৰ দাৰ্শনিক প্ৰশ্নও যে মোৰ কাৰণে অপেক্ষা কৰি আছিল, সেয়াতো জনা নাছিলো। প্ৰশ্ন কৰি ভূতানন্দৰ সেয়া কি মৃদু হাঁহি। অৰ্থাৎ, সহজ কথা নহয়। উত্তৰ দিহে যাব পাৰিব।

উত্তৰ শুনি ভূতবাবা আনন্দিত হব নে নাই নাজানো। তথাপিও কলো, 'দেখি শুনিতো ভাব হয়, জগতখন মানুহৰেই।'

ভূতানন্দ আনন্দিত যে হৈছে সেয়া বুজা গ'ল। মুহূৰ্ত্তৰ কাৰণে চকু দুটি মেলি পুনৰ জপাই কলে, 'বেছ বেছ, আধাখিনি কৈছে। কিন্তু কোন মানুহৰ?'

কোন মানুহৰ ? কোন মানুহ আকৌ। আমাৰ দৰে মানুহৰেই।' কলো, 'নুবুজিলো।'

তেওঁ চকু মুদিয়েই কলে, 'নুবুজিলে ?' চকু মেলি কলে, পুৰুষ-মানুহৰ নে তিৰোতামানুহৰ ?'

মানুহৰ এই ভাগবটোৱা ৰীতিৰ কথাতো কোনো দিনাখন বিচাৰ কৰি চোৱা নাই। কিন্তু ভূতানন্দই যি ধৰণে চকু পকাই চাই আছে, তাতে বুজা গ'ল এইটোৱেই তেওঁৰ আচল প্ৰশ্ন। যদি কওঁ, উভয়ৰেই, তেনেহলে সঠিক উত্তৰ হব। কিন্তু তেওঁৰ জানো মনঃপুত হব ? তাতোকৈ ভূতানন্দৰ উত্তৰটোৱেই শুনা যাওক। কালো. 'সেয়াতো নাজানো।'

ভূতানন্দৰ হাঁহিত বুজা গ'ল, মোৰ এই অজ্ঞতাই তেওঁ আশা কৰিছিল। তাৰপিচত মাটি অলপ হাতত লৈ কলে, ইয়াৰ নাম কি ?'

শঙ্কিত হলো। ভূতানন্দই কোনো ভৌতিক ভেলকি নেদেখুৱাইতো ? কলো, 'মাটি'।

ভূতানন্দই কলে, 'ঠিক। মা-টি। অৰ্থাৎ ?'

কৈয়ে ভৈৰৱীলৈ চালে, 'কাণখন এইফালে ৰাখিবি চণ্ডিকে।'

চণ্ডিকে অৰ্থাৎ ভৈৰৱী। কাণকন এইফালে কিয় ৰাখিৱ লাগে নুবুজিলো। কিন্তু উভতি চাই দেখিলো অন্য ৰকম। ভৈৰৱীৰ বিশাল চকু দুটি দুবাৰমান দপ্‌দপাই জ্বলি উঠিল। ওঁঠৰ কোণত কপট হাঁহি নে খঙ, বুজা টান। তাৰউপৰি 'কাণ এই ফালে ঠিয় কৰি ৰাখিলে নে নাই নুবুজিলো ! ভৰিৰ পৰা মূৰলৈকে গোটেই দেহতে এটি বিদ্যুৎ তৰঙ্গ খেলি গ'ল। দেখা গ'ল, সেই তৰঙ্গৰ খুন্দাত তেওঁ আনফালে মুখ কৰি বহিছে। কোনে জানে, হয়তো সেয়াই কাণ ঠিয় কৰি ৰাখৰ ভঙ্গী।

ভূতানন্দই সেইফালে ঘুৰি নাচালে। তেওঁ কবলৈ ধৰিলে, 'এই মাটি, মোৰ মা-তা ? মোৰ মা-টি। অৰ্থাৎ মা ধৰিত্ৰী। তেনেহলে, জগতখনি হ'ল তিৰোতামানুহ। নহয় জানো দাদাবাবু ?'

ধৰিত্ৰীক যেতিয়া মা বুলিছো, তেতিয়া ভূতানন্দৰ ভাষাত তিৰোতা মানুহ বুলি কোৱাত আপত্তি কি। কলো, 'হব হয়তো।'

কলে, 'তেনেহলে মাৰ'ও মা আছে, নহয় জানো ?'

মূৰ জোকাৰি সম্মতি জনালো। মা থাকিলে, তেওঁৰ মাও থাকিব, সন্দেহ কি।

ভূতানন্দই বিস্ফাৰিত চকুৰে, ভয়ানকভাৱে হাঁহি কলে, 'তেনেহলে সেই মা কোন ?'

সেয়াতো নাজানো। মোৰ এই অজ্ঞতা দেখি ভূতানন্দ আনন্দিত হ'ল। ডিঙিৰ স্বৰ নমাই কলে, 'তেওঁৰ নাম জগৎমাতা জগত্তাৰিণী, শক্তিৰূপিণী মা-কালী। তেওঁ জন্ম দিলে, দি আকৌ খেলিবলৈ ধৰিলে। এয়া মাৰ লীলা।'

কৈ কৈ কিছুদূৰ অগ্ৰসৰ হৈ, ডিঙিৰ স্বৰ আৰু নমাই ফুচ্ ফুচাই কলে, 'কিন্তু প্ৰয়াগত হলে মা-কালী নাই।'

আচৰিত হলো। ইমান ডাঙৰ গুপুত কথাতো মই জনা নাছিলো। কলো, 'হয় নেকি ?'

'নহলে আপোনাক কি কৈছো ? গোটেই মেলাখন ঘূৰি আহক, এজন মানুহৰ মুখত যদি, হুচ্ হুচ্......'

কথাৰ মাজতেই ভূতানন্দই হাততালি দি উঠিল, দেখিলো সন্মুখৰ গছজোপাত দুটি কাউৰী আহি কা কা আৰম্ভ কৰিছেহি। খেদা খাই কাউৰী দুটি পলাল। ভূতানন্দই বিৰক্ত হৈ কলে, 'মা নাই, মাৰ চেলাহঁত চব ঠিক আছে। সেই যে দেখিলে গাৰ ৰঙ ক'লা। সেই ক'লা কাউৰী আৰু কুলী, সকলো মাৰ চেলা। কিন্তু মাতৰ ভেদ দেখিছেতো ? আহিছে যেতিয়া শান্তিত বহিবলৈ নিদিয়ে। জমাই বহা যাওক।'

বুলি কৈ তেওঁ উঠি গৈ সন্মুখৰ গছ জোপাত উঠিবলৈ ধৰিলে। আচৰিত হৈ চাই দেখো যে গছজোপা প্ৰাচীন এজোপা নিমগছ। আচৰিত ! কাউৰী খেদিবলৈ ভূতানন্দ একেবাৰে গৈ গছত উঠিল।

এয়া যে পাঁচুগোপালতকৈ একোপ বেছি।

দেখিলো ভৈৰৱীয়েও সেইফালে চাই আছে। চাই থাকোঁতেই তেওঁৰ মুখৰপৰা সৰুকৈ অথচ তীব্ৰভাৱে ঝঙ্কাৰ শুনা গ'ল, 'মৰণ। মুখত জুই !'

এই তেওঁৰ প্ৰথম কথা। নাজানো, উত্তৰ প্ৰদেশৰ এই টিলাভূমিয়ে তাৰ হেজাৰ হেজাৰ বছৰৰ জীৱনত এনেকুৱা বিচিত্ৰ কথা কোনোবা দিনাখন শুনিছেনে নাই। কিন্তু এই শব্দতেই যেন চমকি উঠিলে নিৰ্জন টিলাভূমি। মৰ্ মৰাই উঠিল শুকান পাত।

অলপ ভয়-ভয়কৈয়ে সুধিলো, 'কি ঘটনা ?'

প্ৰশ্ন শুনি, ভৈৰৱীৰ ৰাগান্বিত ক'লা মুখত যেন হঠাতে হাঁহিৰ জিলিকণি দেখা গ'ল—যি হাঁহিক কোৱা যায় খঙৰ হাঁহি বুলি। কলে, 'বিষ।'

বিষ। মোৰ আচৰিত মুখ দেখি ভৈৰৱীৰ হাঁহি আৰু অলপ তীব্ৰ হ'ল। কলে, 'নিজকে ভৈৰৱ বুলি কয়, মা কালীৰ চৰণামৃত। দূৰ! তাতেই তেওঁৰ নিচা হয়।'

নিচা। কিন্তু নিমগছৰ ৰসত? জনা নাছিলো। আৰু জনা নাছিলো, সেইকাৰণে কোনোবাই এনেকুৱা আয়োজনো কৰিব পাৰে। চাই দেখিলো এখন হাতেৰে ডাল ধৰি আনখন হাতেৰে এটি টিন ভূতানন্দই নমাই আনিছে। যাৰ পৰা টিনটো নমাই আনিছে তাৰপৰা কঁ'লা ৰস গছডালৰে বৈ আহিছে।

ভৈৰৱীয়ে পুনৰ মোৰ ফালে চাই কলে, 'বুজিলে দাদাবাবু? আপোনাক কৈছিল যে ইয়াত বাদে তেওঁৰ সাধনা নহয়, সেয়া এই মৰণ ৰসৰ কাৰণে। এয়া এৰি যাব যেনেকৈ?'

ভৈৰৱীয়ে কথা সৰু মাতেৰে কলে। হাঁহিব খুজিও এক বিষাদৰ ছাঁ তেওঁৰ গোটেই মুখতে সিঁচৰিত হৈ পাৰিল। হাঁহিলে। কিন্তু হঠাতে তেওঁৰ হাঁহি কৰুণ হৈ উঠিল।

ভূতানন্দই আনন্দমনে টিনটো লৈ বহিলহি। কলে, 'চণ্ডিকে, কাপোৰখন আন। অলপ চে'ক লওঁ।'

মোৰ ফালে চাই কলে, 'সকলো মা'ৰ লীলা। মা নাই, কিন্তু মাৰ প্ৰত্যক্ষ কৃপা সকলোতে আছে। নহলেনো মাৰ এনেকুৱা পাদোদকৰ ভাণ্ড কোনে মোৰ কাৰণে থৈ দিছে? কি কম, যথাৰ্থ ভাল বস্তু, অমৃততুল্য। আপোনালোক লেখা-পঢ়া জনা ভদ্ৰলোকৰ ল'ৰা, এনেকুৱা পৱিত্ৰ বস্তু, কি কম!'

তেওঁৰ 'কি কম'ৰ বোধহয় মানে হয় আপুনিও এবাৰ খাই চাব পাৰিলেহেঁতেন। বুজিলো, কিন্তু নিমৰ ৰস নিশ্চয় ভয়ানক তিতা হ'ব। খাম কেনেকৈ? সুধিলো, 'খাব কেনেকৈ? তিতা নহয় জানো?'

বোধহয় ভূতানন্দৰ জিভাৰ পানী পৰিবলৈ আৰম্ভ কৰিছিল। খৰ্-খৰকৈ মুখৰ পানী টানি লৈ কলে, 'তিতা? কথাতে কয়, আগতে তিতা পিছত মিঠা। ভোজন কৰিবৰ সময়ত প্ৰথমতে নিমপাত নেখায়

জানো ? প্ৰথমতেইতো তিতাই লাগিব। সুখৰ আগতে দুখ। নহলে সুখ হজম হব কেনেকৈ ? বহক, আজি আপোনাক আচল কথা কম।'

কথা শেষ কৰি পুনৰ চণ্ডিকাক কাপোৰখনৰ বাবে তাগিদ দিলে।

কিন্তু চণ্ডিকাৰ কোন খবৰেই নাই। হঠাতে দজিনা ফুল মাটিত থৈ ৰক্তাম্বৰীয়ে ফণা তুলি ঠিয় হ'ল। কবলৈ ধৰিলে, 'বৰ যে কালী কালী কৰিছা, লাজ নালাগে ?'

দুৰ্বিপাক। বুজিলো, মোৰ উঠাৰ সময় হৈছে। ভূতানন্দই বিস্মিত আচৰিত হৈ কলে, 'এই চোৱা, তোমাৰ আকৌ কি হ'ল ?'

চণ্ডিকাই উত্তেজনাবশতঃ দুহাত তুলি চুলি বান্ধিলে। মুখ বেঁকা কৰি তীব্ৰ মাতেৰে কলে, 'কি হ'ল, তোমাৰ মৰণেইতো হব দেখিছো। ভদ্ৰলোকৰ সমুখত কম সেই কথা ? কালী কালী যে কৈছা, লাজ নালাগে ?'

কোনে কব, এয়া এলাহাবাদ ? কোনে কব, এয়া প্ৰয়াগৰ কুম্ভমেলা ? কোনে কব, এয়া সেই প্ৰাচীন প্ৰতিষ্ঠানপুৰ। ইয়াত বহি যে ঘৰৰ দৈনন্দিন জীৱনৰ কাজিয়া শুনিছো ! ক'ৰপৰা কলৈ আহিলো, অমৃতৰ সন্ধানত। এয়া যে চিৰকালৰ অমৃতবৰ্ষণ আৰম্ভ কৰিলে চণ্ডিকা আৰু ভৈৰৱে। পলোৱাৰ বাহিৰে উপায় নাই।

কিন্তু ইতিমধ্যে ভৈৰৱে ভৈৰৱমূৰ্তি ধৰি উঠিছে। গাত থকা ৰক্তবৰ্ণ উত্তৰীয় টানি কঁকালত বান্ধি লৈ চিঞৰিব ধৰিছে, 'কি, কালীনামৰ তই নিন্দা কৰিছ ? ইমান সাহস !'

ভৈৰৱীয়ে চিঞৰি চিঞৰি কথা কোৱা নাই। কিন্তু কথা হলে সমানে কৈ গৈ আছে, 'কালীৰ নিন্দা কৰিম কিয় ? তোমাৰহে গুণ গাইছো। এনেকৈ আৰু কিমান দিন চলিবা ?'

ভূতানন্দই মোক সাক্ষী কৰি কলে, 'চাওক চাওক দাদাবাবু, সাৱধান কৰি দিয়ক, নহলে বলি হৈ যাব, এই কৈ দিলো।'

কি বিপদ ! নিজৰে সাৱধান হোৱাৰ সময় হৈছে। তাতেই আকৌ ভৈৰৱীক ? সেই ক্ষমতা মোৰ নাই।

ভূতানন্দই কবলৈ ধৰিলে, 'চণ্ডিকে, খুন হৈ যাবি। আজি তোৰ বাপেৰ কেষ্টৰ দিন নে মোৰে চাই লওঁ। খবৰদাৰ !'

নুবুজিলো কোন এই কেষ্ট। ভৈৰৱৰ মূৰ্ত্তি দেখিলে আতঙ্ক হয়।

কিন্তু চণ্ডিকে অৱলীলাক্রমে এই মূৰ্ত্তিৰ আৰু সন্মুখলৈ গৈ কলে, 'মোৰ দেউতাৰ গুণ আছে।'

মই দেখিলো ভৈৰৱীয়ে ৰঙা আঁচল কঁকালত টানি বান্ধি কলে, 'তেতিয়া কিমান কথা কৈছিল। ৰেলৰ টিকট ফাঁকি দি আহিল। কৈছিলো তাত গৈ কি খাবা? কৈছিল বলা, লাখ লাখ মানুহ আহিব, দেখাৰ চাউল পইচা দিব। খোৱাৰ আকৌ ভাবনা কিহৰ? মানুহে যাচি দিব। মানুহ ইয়ালৈ কিয় আহে সেয়াতো তেওঁৰ নিজৰ মুখৰ পৰা শুনিলেই। দিনে-ৰাতি সেই মৰণ-ৰস পাৰি আনি খায়। দুদিন ধৰি পেটত একো পৰা নাই দাদাবাবু। ঠাণ্ডাত মৰো মৰো অৱস্থা, জুই নাই। ইমান সাধু হাত পাতি ফুৰিছে, এওঁ সেই-খিনিলৈ নামি যাব পৰা নাই। এই ফুলবোৰ কেঁচাই-কেঁচাই খাম নেকিঁ? কৈ থাকোতে ভৈৰৱীৰ মাত যেন কান্দোনত বৈযাব খুজিলে।

কিন্তু ভূতানন্দই ইমান ডাঙৰ অপমান সহিব নোৱাৰিলে। বিশেষকৈ মোৰ নিচিনা ভদ্ৰলোকৰ সন্মুখত। ক'ত আৰাম কৰি ধৰ্মালোচনা কৰা হব, শেষত গৈ খোৱা লৈ টনা-আজোৰা। ভৈৰৱীয়ে দুৰ্বল স্থানত আঘাত কৰিছে; সেইকাৰণে ভূতানন্দই মোলৈ চাব পৰা নাই। মানুহৰ সন্মানত আঘাত লাগিলে সেয়া সহ্য কৰিব নোৱাৰে। কিন্তু সেই সন্মান যদি মিছা হয়, তেতিয়া সেয়া সহ্য কৰা আৰু টান। তেতিয়া তেওঁ আত্মৰক্ষাৰ কাৰণে শেষ উপায় অবলম্বন কৰে। ভূতানন্দৰ অৱস্থা কিছুপৰিমাণে তেনেকুৱাই। তেওঁ ৰঙাচকু বিস্ফাৰিত কৰি কলে, 'তোৰ নিচিনা তিৰোতাৰ মুখত ইমান ডাঙৰ কথা! অসতী ক'ৰবাৰ। তই জানো মোৰ ঘৰৰ মানুহ যে তোক দুবেলা খুৱাম বুলি শপথ খাইছিলো মা-কালীৰ সন্মুখত—?'

মুহূৰ্ত্ততে চণ্ডিকাই মূৰ তুলি দৃঢ় ভঙ্গীত ঠিয় হ'ল। কি চকু! বিশাল চকু দুটিৰ পৰা যেন ফিৰিঙতিহে ওলাই পৰিছে। ৰঙা কাপোৰে ঢকা তেওঁৰ বলিষ্ঠ দেহত কেনে অপূৰ্ব তেজ। দুদিনৰ উপবাসে থকা মুখত তেওঁৰ সাপৰ ফণাৰ দৰে চমকনি। ভৈৰৱীৰ ৰূপ আছে নে নাই নাজানো। কিন্তু ক'লা তিৰোতাৰ এনেকুৱা বিচিত্ৰ ভয়ানক ৰূপ আগতে কেতিয়াও দেখা নাই। নাজানো, এনেকুৱা ৰূপৰ সন্মুখত কোনো পুৰুষ কোনদিনাখন মূৰ তুলি ঠিয় হব পাৰিছে নে নাই। কিন্তু ভূতানন্দই হলে নোৱাৰিলে।

বুজা গ'ল, ভূতানন্দ দুৰ্বল হৈ পৰিছে। সেই কাৰণে তেওঁ সন্মুখ সমৰ এৰি হঠাতে চণ্ডিকাক পিচৰপৰা আক্ৰমণ কৰিবলৈ ললে। কিন্তু মানুহে যেতিয়া এবাৰ স্বকীয় দুৰ্বলতা হেতুকে পিছত আশ্ৰয় লয়, তেতিয়া পৰাজয় অনিবাৰ্য্য। সেই পৰাজয়ৰ শেষ খলপাত ভূতানন্দ নামিল। লাঠি মাৰি পেলাই দিলে তেওঁৰ অতি আদৰৰ মাতৃপাদোদক। তাৰ পিছত চিঞৰি কলে, 'বল তোৰ লাজ আৰু খোৱা-বোৱা। মই গলো। মৰ তই ইয়াত। আৰু খোল-তাল আনি তোৰ বাপেৰ কেষ্টৰ ভজন কৰ, মানুহ জমিবহি।'

কৈয়ে দপ্‌দপাই উত্তৰফালৰ গছৰ আঁৰত অদৃশ্য হৈ গ'লগৈ।

ক'ৰ পৰা কি হ'ল! মাজতে মই আপদৰ দৰে সোমাই পৰিলোহি। কোনো এক অদৃশ্য অপৰাধে মোক যেন বিন্ধিলেহি। ভাব হ'ল অপৰাধৰ মূলতে মই। মই নাথাকিলে এনেকৈ বোধহয় ভৈৰৱীয়ে নকলেহেঁতেন। সন্মানহানিত ভূতানন্দ ইমানখিনি ক্ষিপ্ত নহলহেঁতেন।

ক'ত সমুদ্ৰগুপ্তৰ কূপ! আৰু কিমান কি।

উভতি আহিবলৈ উদ্যত হলো। তথাপিও যোৱাৰ আগতে ভৈৰৱীলৈ নোচোৱাকৈ থাকিব নোৱাৰিলো। কিন্তু চাই মোৰ আহিবলৈ ভৰি নচলিল। থমকি ৰৈ গলো।

ভৈৰৱীৰ চকুপানী গালেৰে বৈ আহিছে। কি সান্ত্বনা দিম? যিজনক কোনোদিনাখন দেখা নাই, নাজানো পৰিচয়, তেওঁলোকৰ কাজিয়াৰ মাজত কি কথা বাৰু কম? যিখিনি জানো, সেয়া তেওঁ-লোকৰ উপবাসে থকা বেদনাৰ কথা। আৰু যিখিনি ভূতবাবাই ইঙ্গিত দি গৈছে, তাকে ভিত্তি কৰি মই সান্ত্বনা দিয়া ভাল নেদেখুৱাই।

তথাপিও এই টিলাভূমিৰ নিৰ্জন গছৰ ছাঁৰ তলৰ পৰা এই চকু-পানী দেখি বিদায় লবলৈ ভাল নালাগিল। বিদায় লবই যে লাগিব সেইটো জানো। তথাপিও এই মুহূৰ্ত্তত নোৱাৰিলো।

হঠাতে ভৈৰৱীয়ে আলসুৱা বোৱাৰীৰ দৰে কবলৈ ধৰিলে, 'দেখিলে দাদাবাবু, কেনেকৈ কৈ গ'ল। আজি দহবছৰ তেওঁৰ লগত আছো, মই জানো তেওঁৰ একোৱে নহয়? এই কথা কৈ সকলো সময়তে মোক কষ্ট দিয়ে। তোমাৰ তিৰোতা নহব পাৰো, কিন্তু তাতোকৈ ডাঙৰ, মই তেওঁৰ ভৈৰৱী। তোমাৰ ধৰ্মত মই, কৰ্মত মই। তোমাৰ

সুখ মই, তোমাৰ দুখো মই। কি কয় দাদাবাবু? দুদিন ধৰি খোৱা নাই, শৰীৰেতো কষ্ট পাবই। কিন্তু দেখিলেতো'—কৈ থাকোতে তেওঁৰ ওঁঠ দুটি কঁপি উঠিল আৰু বিশাল চকুৰে ধাৰাসাৰে পানী পৰিবলৈ ধৰিলে। আৰু দূৰদেশৰ এই টিলাত ঠিয় হৈ মোৰ বুকুৰ ভিতৰখন কেনেবা লাগি গ'ল। যেনেকৈ ভৈৰৱীৰ ভোকে আত্মপ্ৰকাশ কৰিছিল ঠিক তেনেকৈ এইবাৰ আত্মপ্ৰকাশ কৰিলে এগৰাকী প্ৰেমৱতী নাৰীয়ে।

চকুপানী ওলোৱা চকুৰে মোলৈ চাই ভৈৰৱীয়ে ক'লে, 'কোৱা, মই জানো তোমাৰ কোনো নহয়? বিয়া হোৱা নাই ঠিক। ষোল বছৰীয়া ছোৱালী আজি ত্ৰিশ বছৰ হ'লহি দাদাবাবু, এই চৈধ্য বছৰত তেওঁক কেনেদৰে সঙ্গ দিছো সেয়া ভগবানেহে জানে। তেওঁতো সাক্ষী আছে। তেনেহলে? তেনেহলে তেনে কথা কয় কিয়? মই যদি দুখ পাওঁ তোমাৰ পাপ নহব জানো? মোৰ পুণ্য হলে তোমাৰো নহব জানো? মা-কালীৰ নামত স্ত্ৰী হৈছো, ৰভাৰ তলৰ বিয়াতকৈও জানো সেয়া কম? ভোকতো তুমি, ভৰা পেটতো তুমি। কাক কম, কোনে শুনিব?'

কথাবোৰ মোকে কলেই। মোকে সুধিলে! কথাবোৰ কৈ নতমুখে মোৰ সন্মুখত ঠিয় হৈ থাকিল।

ক'ত বা খণ্ড। ক'তে বা চণ্ডিকাৰ ৰণচণ্ডী মূৰ্ত্তি। ভোক আৰু প্ৰেমৰ অপমানত দুৰ্ভগীয়া অশ্ৰু-অন্ধ সেই একেই গাৱঁৰ ছোৱালীজনী! এই বিৰাট তীৰ্থক্ষেত্ৰত যেতিয়া সকলো দান-ধ্যান-ধৰ্মত ব্যস্ত-ত্ৰস্ত-উন্মত্ত, যেতিয়া পাপহীন মনেৰে মানুহ-অৰণ্যৰ বুকুত আনন্দত বিহঙ্গটোৰ দৰে মনৰ আশা পলুৱাই ঘূৰি ফুৰিছে, তেতিয়া তেওঁ মোৰ সন্মুখত দাঙি ধৰিলে মানুহৰ হৃদয় আৰু দেহৰ, বাস্তৱ আৰু বিচিত্ৰ এক ৰূপমহলৰ দুৱাৰ। ভাবো, এয়াতো বিশ্বৰ সকলো ৰূপ। এই ৰূপৰ শেষ নাই। ইয়াৰ বাহিৰে বৈচিত্ৰ্য ক'ত? এই ৰূপে সলনি কৰি দিলে আকৌ সুৰ। সেয়াতো নিয়ম। সুৰ তৰঙ্গত মাত্ৰ ৰূপান্তৰ—ভৈৰৱীৰ পৰা গজল, গজলৰ পৰা পূৰবী, পূৰবীৰ পৰা ইমন, ইমনৰ পৰা বেহাগৰ অশ্ৰুভৰা অন্ধকাৰত ৰাতি নিৰ্বাক হৈ চাই থকা মৌন নক্ষত্ৰৰ চকুৰে।

সেয়েই হয়তো সঁচা। ষোৱাৰ কি আছে? কি আছে নিৰানন্দৰ। তেওঁতো মোৰ যাত্ৰা পথত দিছে নতুন যাত্ৰাৰ ৰস। সংযোজন কৰিলে নতুন সুৰ।

চাই দেখিলো ভূতানন্দৰ আশ্ৰম নহয়, জুপুৰীঘৰ। সূৰ্য্য হালি পৰিছে। নিম, তেতেলি, ছজিনাৰ ছাঁৰ খেলিমেলি। নতমুখী ৰক্তাম্বৰী ক'লা ছোৱালী। ভৰিৰ কাষত তেওঁৰ অভুক্ত হাতৰপৰা পৰা ছজিনা ফুল। মধুলোভী মৌ-মাখি দৌৰি আহিছে গোন্ধত।

ভাবো, নিজৰ চকু জুৰোৱা মনলৈ চাই দেখো, গোটেই দেশতে কিমান জী-বোৱাৰীৰ ভৰিৰ তলত ছজিনা ফুল পৰি আছে। অলপ নিমখ, দুটোপাল তেল আৰু একাহী ভাতৰ অভাৱতে কিমান ছজিনা ফুলৰ থোক শুকাই গৈছে। জানো, যিজনে খোজে মাত্ৰ কৰুণাৰ পানীৰে এই বিশ্ব, তেওঁৱো কৰুণাৰ পাত্ৰ। কৰুণা কৰিও খোজা নাই। জানো, মোৰো খোৱা-বোৱা বৰ টান। মোৰ দৰে মানুহে দান-ধ্যান কৰাটো বেয়া দেখায়। জানো, তথাপিও সমুদ্ৰগুপ্তৰ টিলাৰ ওপৰত এই অভাবিত ফুলৰ থোক শুকাই যায় যদিও তথাপিও নিয়ত মৰুবাসৰ যিখিনি ৰস সান্ত্বনা সেয়াও যে হেৰাই যাব বিষ-বাষ্পত।

সঙ্কোচমনেৰে জেপত হাত ভৰালো। মাতিলো, 'ভৈৰৱী।'

হঠাতে ভৈৰৱীয়ে ওৰণি আঁতৰাই ক'লে, 'মোৰ নাম ভৈৰৱী নহয়।'

কলো, 'তেনেহ'লে চণ্ডিকা?'

উপবাসে থকা তেওঁৰ মুখত চকুপানীৰ দাগ। সেই মুখত তেওঁৰ লজ্জিত হাঁহি। ক'লে, 'নহয়।'

'তেনেহ'লে?'

'মোৰ নাম ময়লা।' কৈয়ে হাঁহিবলৈ ধৰিলে। ভাবিলো ৰহস্য নহয়তো।

'ময়লা। সেয়া আকৌ কি?'

'মোৰ নাম। খুব যে ক'লা। সেইকাৰণে সৰুতে এই নাম ৰাখিছিল।'

কথা কোৱাৰ সুবিধা পালো। গ্লানিখিনি যাতে আঁতৰাব পৰা যায়। কলো, 'ময়লা ক'তা? সুন্দৰ পৰিষ্কাৰ দেখিছো যে।'

ঔষধে কাম দিলে। ময়লাই সশব্দেৰে হাঁহিলে। কেনে বিচিত্ৰ। এতিয়াও চকুপানীৰ দাগ গালত লাগি আছে।

'মই কিন্তু তোমাৰ নাম জেউতী ৰাখিম।' কৈয়ে মোনাৰপৰা পইচা উলিয়াই কলো, 'জেউতী-ভৈৰৱী, মনত একো নাভাবিবা।

ৰাষ্টাত দেখা হৈ গ'ল, এয়াই লাভ। এই পইচাখিনি লোৱা, আজি ছজিনা ফুলৰ তৰকাৰী নিশ্চয় ৰান্ধিবা।'

কিন্তু চিঞৰ-বাখৰ লাগিল। ভাবিছিলো মেঘ আঁতৰিছে। চকুত যে পুনৰ পানী। খৰ্ধৰকৈ তেওঁৰ আঁচলেৰে মোৰ বহা আসনখন জোকাৰি দিলে। কলে, 'অলপ বহক।'

অপ্ৰস্তুত আৰু বিব্ৰতবোধ কৰিলো। জেউতীয়ে যদি কৃতজ্ঞতা প্ৰকাশ কৰিব খুজিছে তেনেহলে ভুল কৰিছে। ঘৰৰ নিয়ম পথত নচলে, পথৰ নিয়ম ঘৰত নচলে। আমি পৰস্পৰ কৃতজ্ঞতা এই পথৰ লগ পোৱাতে। পিছমুহূৰ্ত্ততে দুশ্চিন্তা হ'ল। সুধিলো, 'ভূতানন্দ উভতি আহিবতো।'

কলে, 'নাহিব? কেনেকৈ যাব? দিয়ক, পইচা দিয়ক।'

কৈয়ে নিঃসঙ্কোচমনে হাত পাতিলে। দিলো। পইচাখিনি আঁচলত বান্ধি, হাঁহি এটি মাৰি কলে, 'তেওঁ তেনেকৈয়ে কৈ থাকে। তেওঁৰ সন্মুখত যদি কিবা অলপ খাবলৈ দিব পাৰো, তেতিয়া কালীৰ নামত কি হাঁহি! সুখ বৰ বেইমান। তেতিয়া দুখৰ কথা মনতে নপৰে। মানুহজনক জানোতো।' কৈ থাকোঁতে তেওঁৰ ক'লা মুখত সলজ্জ হাঁহি দেখা গ'ল। লজ্জিতভাৱে মোলৈ এবাৰ চাই মুখখন তলমূৱা কৰিলে। খুবেই বিচিত্ৰ তেওঁৰ এই লাজ, হাঁহি-কান্দোন। মোক মধ্যস্থ কৰি মনৰ কোন গোপন লীলা-খেলাত তেওঁ লীলাৱতী হৈ উঠিল। সুধিলো, 'কিবা কথা কবা?'

ভৈৰৱীয়ে ডাঙৰকৈ চকু দুটি মেলি পূবলৈ থকা গছবোৰৰ ফালে চালে। ক'লে, 'দাদা, তেওঁৰ ওপৰত খঙ নকৰিব। তেওঁ তেনেকুৱাই। তেওঁক সকলোৰে পৰাই জানো। তেওঁ সাপ নচুৱা মানুহ আছিল। মই বৈষ্ণৱৰ ছোৱালী। দেখা পালেই চকু মুদিছিলো! সেই যে কৈছিল তোৰ বাপেৰ কেষ্টবেই দিন নে মোৰেই দিন। মোৰ দেউতা যে কৃষ্ণভক্ত আছিল—সেই কাৰণেই। বিন্ধি যোৱাকৈ কথা কৈছিল। এইবোৰ কাৰণতে বৈষ্ণৱৰ ছোৱালী হৈ আঁতৰে আঁতৰে আছিলো। তেতিয়া মোৰ বয়স হৈছিল। তথাপিও এই মানুহজনে যেতিয়া-তেতিয়াই মোৰ পিছে পিছে ফুৰিছিল, চোৰৰ দৰে চাইছিল। চকুৱে চকুৱে পৰিলে হাঁহি কৈছিল, 'ময়লা তোৰ ক'লা দেহ কেনে সুন্দৰ।'

মানুহে কৈছিল, কালী ময়লাৰ যে ৰূপ। এদিনাখন সন্ধ্যাসময়ত কোনোৱে নেদেখাকৈ মোৰ হাত দুখনত ধৰি কৈছিল, 'ময়লা, তোৰ শৰীৰত যে মা-কালীৰ অংশ আছে। তোক মোক লাগে।' কি সাহস! লাগিলে বুলিলেই হবনে? তথাপিও ছোৱালীৰ মনতো। কৈছিলো, 'কি যে কোৱা, ক'লা হ'ল বুলিনো মা-কালীৰ লগত তুলনা কৰিবা নে!' কোনে শুনে? কৈছিল, 'মই যে দেখো। মা-কালীৰ লগত মোৰ দেখা, খোৱা, বহা সকলো।' তেওঁৱে কৈছিল, 'ময়লা মোৰ প্ৰাণ। ময়ো যে চকু মুদিলে ময়লাক দেখো। তোৰ হাঁহি, কথা, চকু সকলো মিলি যেন সাক্ষাৎ কালী। তোক পালে, নিজৰ চিতা নিজে জ্বলাব লাগিব।' শুনক 'কথা।......'

কৈয়ে ময়লাই হাঁহিলে। চকুপানীৰে, ল'ৰালীকালৰ স্মৃতি, হাঁহি-কান্দোনত কেনে বিচিত্ৰ ৰঙৰ আভাস লগাই দিলে মোৰ গতিত। মই জানো, উত্তৰ প্ৰদেশৰ এই টিলাৰ বুকুত তেওঁ এই ৰঙৰ বোল সানি দিলে।

হাঁহি হাঁহি কলে, 'মনে মনে ভাবিলো ময়লাৰপৰা মলি।' কলো, তুমিতো সকলো দেখা পোৱা। আনকি ভূত-প্ৰেতকো। মোক কিবা দেখুৱাব পাৰা? কৈছিল, কিয় নোৱাৰিম। কালি আবেলি লটাইৰ চণ্ডীতলাত মই থাকিম, তালৈকে আহিবি, ভয় নেখাবি। দাদা, তালৈকে গৈছিলো, সঁচা কওঁ—মোক ভূত দেখুৱাইছিল।'

আঁচৰিত হৈ সুধিলো, 'ভূত দেখা পাইছিলা?'

কলে, 'ও, দাদা।'

হাঁহিব খুজিও নাহাঁহিলো। এনেকুৱা সহজ স্বীকৃতি বোধহয় ময়লা ভৈৰৱীৰ দ্বাৰাই সম্ভৱ। তথাপিও সুধিলো, 'কেনেকুৱা দেখিলা? কি দেখিলা?'

নিৰাভৰণ হাতখন শূন্যলৈ মেলি দি কলে, 'কি জানো কি দেখিছিলো। চকু মুদ খোৱা আছিল, কি দেখুৱাইছিল তেওঁহে জানে। মাত্ৰ বুজিলো, দেৱ-দেৱী যক্ষ-ৰক্ষ সকলো তেওঁৰ গুণৰ বহতীয়া। ময়ো বশ হলো। এনেকুৱা বশ হৈছিলো যে, বৈষ্ণৱৰ ছোৱালী হৈও কালীভক্তৰ লগত সেই ৰাতিয়েই লটাই চণ্ডীতলাৰ পৰা সকলোৰে মায়ামোহ আঁতৰাই তেওঁৰ লগত ওলাই গৈছিলো। সেই তেতিয়াৰ

পৰাই তেওঁৰ লগে লগে আছো। দাদা, তেওঁ কেনেকৈ যাব ? এনেকৈ বহুবাৰ গৈছিল।'

হাঁহিব খুজিও কান্দি পেলালে। কলে, 'দাদা, আজি মোৰ কেনে পুণ্য। ইয়াত চাউলৰ দাম, পচিশ ত্ৰিশ টকা মোণ। তথাপিও আজি তেওঁৰ আগত দুটি গৰম ভাত দিব পাৰিম, নিজেও পাম। যি ঠাণ্ডা! কালীনামৰ জোৱাৰ উঠিব। দাদা, আপোনাক প্ৰণাম কৰো।'

ছিছি, এনেয়ে ৰক্তাম্বৰী, তাতে আকৌ ভৈৰৱী। ঠিয় হলো, এই করুণা আৰু কৃতজ্ঞতা কিয় ? কলো, 'এতিয়া যাওঁগৈ।'

মনে মনে কলো, তুমি আঁতৰি গলেই ভূতানন্দৰ পৃথিবী অন্ধকাৰ। ময়লাই হাঁহি দিলে। কলে, 'আকৌ আহিবতো ?'

উভতি চাই দেখিলো ভৈৰৱীৰ চকু মুদ খাই গৈছে। কলো, 'যদি পাৰো আহিম।' মনে মনে কলো, যদি নোৱাৰো, তেনেহলে এই টিলাৰ ছবি তোমাৰেই মূৰ্তি ধৰি মোৰ চকুৰ আগত অক্ষয় হৈ থাকিব। এই অস্বচ্ছন্দ জীৱনৰ ক্ষেত্ৰত, বিশেষ উন্নাসিক স্বদেশ-পৰিচয় অজ্ঞ কূপমণ্ডুক চহৰৰ সভ্যতাৰ ওচৰত বহুতো সময়ত অসত্য আৰু অস্বাভাবিক। ইয়াতে যে এনেকুৱা এক ময়লা আৰু ভূতানন্দৰ লগত দেখা পালো, একোৱে নহয়, তথাপিও দেখিলো এক বিচিত্ৰ নাটক, সেয়া হয়তো এই টিলাৰপৰা নামিয়েই পাহৰি যামগৈ। তথাপিও জানো—মানুহৰ ধৰ্ম, প্ৰেম আৰু ভোকাতুৰ এই ঘটনা অক্ষয় হৈ থাকিব।

নাজানো, কি শুনিলো। দুদিনত কিমান মানুহৰ লগত দেখা হ'ল, পৰিচয় হ'ল। মনৰ অজস্ৰ তাঁৰত কিমান সুৰ বাজিল। আধ্যাত্মিকতাৰ উপলব্ধি নাই। সকলো মানুহৰ মাজতে হেৰফেৰ দেখিলো। এওঁ জানো ভৈৰৱ-ভৈৰৱীৰ কোন গূঢ় তত্ত্বসূত্ৰৰ বন্ধন, নে যি শুনিলো সেয়া জানো মানৱ-মানৱীৰ বিচিত্ৰ প্ৰেম-কাহিনী ? নাজানো। তথাপিও মই সাধাৰণ। সেই সাধাৰণৰ হৃদয়তো বিভিন্নজনৰ হাঁহি-কান্দোনৰ কাহিনীৰে ভৰি উঠিল।

হঠাতে কাহৰ শব্দ শুনি চমকি উঠিলো। এডাল দেৱদাৰু গছৰ আঁৰত কপালত হাত লগাই স্বয়ং ভূতবাবা ঠিয় হৈ আছে। সুধিলে, 'যায়গৈ ?'

কিমাশ্চর্যম্। লাজ আৰু বিনয়ত ভূতানন্দ মাটিত মিহলি হৈ গ'লযে। মিচিক-মাচাককৈ থকা চকু, ডিঙিত ৰুদ্ৰাক্ষ, এয়াও এক কাণ্ড। কলে, 'দেখিলেতো, সাক্ষাৎ চণ্ডীঠাকুৰ, হেঁ হেঁ।'

কলে, 'ভৈৰৱী একেবাৰে চণ্ডাল। মা'ৰ চৰণামৃতখিনিও গ'ল। আকৌ আহিব, মা-কালীৰ কথা কম।'

কি ভাগ্য, ভূত দেখুৱাব খোজা নাই। সুধিলো, 'ইয়াত কুপ ক'ত?'

উত্তৰত ক'লে, 'সেই যে বেৰখনৰে আগুৰি থকা ঘৰটো দেখিছে, তাৰ লগতেই দুৱাৰ আছে।'

'এতিয়া আহো।'

ভূতানন্দই যোৰহাতকৈ মূৰ দোঁৱাই ক'লে, 'খণ্ড দেখিলেতো? আচল ভৈৰৱীৰ লক্ষণ, আৰু মই--'

মুখন অন্ধকাৰ আৰু কৰুণ হৈ উঠিল। তেওঁক সান্ত্বনা নিদিলো। আগাবাঢ়ি আহিলো। বুজিলো, তেনেকৈ কৰুণ মুখেৰে যোৰহাতকৈ এইবাৰ তেওঁ আন এজনৰ ওচৰলৈ যোৱাৰ সময় হৈছে।

বেৰেৰে আগুৰা ঘৰটোৰ ওচৰলৈ আহি দেখিলো মানুহৰ ভিৰ। বহুতো নাৰী-পুৰুষ বহি গল্প কৰি আছে। বোধহয় জিৰণি লৈছে। সন্মুখত দেখিলো মন্দিৰ। মন্দিৰত যিজনৰ পট আছে, দেখি ভাব হ'ল গুৰু নানক। ওচৰত থকা শুভ্ৰবেশধাৰী শিখ সম্ভবতঃ। দেখিলো চৰণামৃত বিতৰণ হৈছে।

দুৱাৰৰ মাজেদি উকি মাৰি দেখিলো চিৰি বগাই পুৰুষ-তিৰোতাৰ দল পিল্‌পিলকৈ বগাই অদৃশ্য হৈ গৈছে। অলপদূৰ আগুৱাই গলো। একো চোৱাৰ উপায় নাই। মানুহৰ হেঁচা-ঠেলাত মানুহবোৰ যেন অন্ধ সুৰঙ্গত পৰিহে গৈছে। চিৰিমুখত মানুহৰ যথেষ্ট ভিৰও হৈছে।

এটা ঘটনা দেখি আচৰিত হলো। এজন যথেষ্ট শকত ভদ্ৰলোক চিৰিৰ মুখত আগ-পিচকৈ আছে। তেওঁৰ হাতত ধৰি এগৰাকী মহিলাও তেওঁৰ দৰে আগ-পিচকৈ আছে। তাকে লৈ মানুহৰ মাজতো ৰগৰ আৰম্ভ হৈ গৈছে।

এজন মানুহক সুধিলো, 'কি হৈছে?'

উত্তৰত শুনিলো, সেই মানুহজন সুৰঙ্গত অৱতৰণত ভয় খাইছে। যদি উশাহ বন্ধ হৈ মৰি যায়গৈ।

কি দৰকাৰ নামি যোৱাৰ ? শুনিলো ভদ্ৰলোকজনে কৈছে, 'ভগবান মোৰ ওপৰত বিৰূপ, মোৰ কি উপায় হব ?'

ইচ্ছা আছে কিন্তু সাহস নাই। কিন্তু ভগবানৰ যি চৰিত্ৰ, তেওঁ যে তলৰ অন্তৰণিক আৰোহণী কৰাই দিব তেনেকুৱা সম্ভাবনা কম। সুৰঙ্গৰ মুখখন যেনে সৰু তাৰু অন্ধকাৰ সেয়া যে হঠাতে পোহৰ হৈ উঠিব তাৰো সম্ভাৱনা নাই।

ভিৰৰ লগত তললৈ নামি গলো। চিৰিৰ মাজমান পাওঁতেই ভাব হ'ল, নামি আহি ভাল কৰা নাই। মাঘ মাহৰ ভয়ানক ঠাণ্ডাতো ঘাম ওলাবলৈ ধৰিলে। নিজে নামি অহা নাই। হেঁচা-ঠেলাত আপোনা-আপুনি নামি গৈ আছো। নাৰী-পুৰুষৰ কোনো বাচবিচাৰ নাই। পিচৰ পৰা হেঁচা যদি অলপ বেচি হয় উপায় নাই। শ্বাসৰুদ্ধ হৈ যদিও মৰো মাটিত পৰাৰ আশঙ্কা নাই। এনেভাৱে ঠিয় হৈ-য়ে মৰি থাকিব লাগিব। এয়া যে সঁচাকৈয়ে কূপ। পাতালপুৰী। উভতিম সেই আশাও নাই।

হঠাতে শৰীৰত শীতল বতাহ লাগিল। ক'ৰ পৰা আহিল ? বাওঁফালৰ পৰা এটি পোহৰৰ শিখা আহি ভিতৰত পৰিছে। যেন দুৰ্ভেদ্য অন্ধকাৰত হঠাতে চাৰ্চ-লাইটৰ পোহৰ পৰিছেহি। কিন্তু স্থিৰ হৈ হলে থাকিব পৰা নাই। কোনফালে যাওঁ ! এই ভিৰৰ মাজত সাধু-সন্ন্যাসীকে ধৰি সকলো প্ৰকাৰৰ মানুহ আছিল। ইয়াৰ কাম শেষ কৰি এবাৰ ওলাব পাৰিলেই স্বৰ্গৰ চাবিটো নিজৰ হাতৰ মুঠিলৈ আহিব।

ঠিয় হৈ থাকিব পৰা নাযায়। যিফালে হওক যাবই লাগিব। ইয়াত কি আছে সেয়া হলে নাজানো। মাত্ৰ শুনিছো, হনুমানজী আছে বুলি। সোফালে ঘূৰি এজনক সুধিলো, 'ইয়াতে হনুমানজী আছে ?'

উত্তৰ দিলে, 'হয়' বুলি। কিন্তু কি আচৰিত ! লগতে মানুহজনে আৰম্ভ কৰি দিলে, 'হনুমানজী এবাৰ ইয়াত লুকাই আছিল। মানে—'

পুনৰ কোৱাৰ দৰকাৰ নাই। কিয়নো, ৰামায়ণৰ বহু পিছত নিশ্চয় সমুদ্ৰগুপ্তৰ কূপ সজোৱা হৈছিল। হনুমান লুকাই থকা কোনো ইতিহাস ইয়াত থাকিব নোৱাৰে। কিন্তু এই ভয়ানক ভিৰৰ মাজতো খনি খোৱা মানুহজনৰ মুখত ৰামায়ণৰ বিচিত্ৰ গল্প কোৱাৰ বাসনা দেখি আচৰিত হব লাগে।

সুধিলো, 'তুমি আগবাঢ়ি যোৱা নাই কিয় ?'

হাঁহি উত্তৰ দিলে, 'মৰিবলৈ ?' কৈয়ে মোনাৰ পৰা পইচা উলিয়াই সোঁফালে দলিয়াই দিলে। দেখিয়ে বুজিলো, তেওঁ তাতেই আছে। সেই ঠাইখিনিতে বহুতো নৰ-নাৰীক দেখা পাইছো।

আগুৱাই গলো। অস্বীকাৰ নকৰো, পুণ্যাৰ্থী নৰ-নাৰী মোতকৈ বহুত ধৈৰ্য্যশীল, কষ্টসহিষ্ণুও। ভাব হ'ল, মোৰ ওভাৰকোটৰ বুটামবোৰ এটাৰ পিছত এটাকৈ ছিঙি গৈছে। অসম্ভৱ হেঁচা পৰিছে, কোটটো যেন খোল খাই গৈছে।

তাৰ পিছত, ঢিমিক-ঢামাককৈ জ্বলি থকা প্ৰদীপ। ভাব হ'ল, তেল, সেন্দুৰ, ক্ষয়িষ্ণু শিলৰ মূৰ্তি, পাণ্ডা আৰু পইচা সকলো মিলি যেন এক বিচিত্ৰ ছায়াৰ খেল।

লগে লগে ওলাই আহিলো। ডিঙিত কাৰোবাৰ এখন হাত পৰিছেহি। পৰক। লক্ষ্য এতিয়া টৰ্চ-লাইট। যেন মুমূৰ্ষু জীৱনত এতিয়াও জীপ আছে। হাতখন ক্ৰমান্বয়ে মোৰ কঁকালত পৰিছেহি। তেনেহলে ওভাৰকোটৰ বুটাম খুলিয়ে গৈছে। কিন্তু এয়া কি ? হাতখনে যেন মোৰ পেট-বুকুত খুব লাহে লাহে উঠা-নমা কৰি আছে। তাৰ পিচত কঁকালত হাতখন বৈ গৈছে। পিচমুহূৰ্ত্তত আকৌ হাতখন বুকুত। অন্ধ নেকি ? ঠেলা-হেঁচাত তৎ পোৱা নাই।

কিন্তু আকৌ বুকুত হাত ? মোৰ যে সকলো এই বুকুতে আছে। মোৰ সকলো, মোৰ অমৃতকুম্ভ যে সৰু এটি চামৰাৰ বেগত থোৱা আছে। ইয়াত মনতকৈও কাম দ্ৰুত গতিত হয়।

বুকুৰ স্পৰ্শ হাতেৰে চেপি ধৰিলো। এখন হাত। কোমল নহয়, কঠিন কিন্তু সৰু। এক্সৱাই নিয়াৰ কাৰণে টানিছে। মুহূৰ্ত্ততে একোঁচা চুলি চকুৰ কাষৰ পৰা আঁতৰি গ'ল। অস্ফুট আৰ্ত্তনাদ। ক'লা ওভাৰকোটৰ তলত এখন মুখ। এযোৰ চকুত পোহৰৰ চিক্‌মিকনি। সেই চকুত একেটা মুহূৰ্ত্ততে ভয় আৰু খঙ, হাঁহি আৰু ভিক্ষা ! ভাব হ'ল, লেতেৰা কাপোৰ পৰিহিতা এদল তিৰোতামানুহৰ দলে মোক আগুৰি ঠেলি লৈ গৈ আছে। হাতখন এৰি দিয়া নাই। চিঞৰিম নে নাই ভাবিছো।

দাবী আৰু অনুৰোধৰ আৰ্ত্তনাদস্বৰ শুনিলো, 'ছোড় দো, ছোড় দো ?'

চিঞৰটো মোৰ কাণৰ ওচৰত। সেই ভয়ানক চকু মোৰ মুখৰ ওচৰত্। চকু নমাই চালো। সাৰী। ৰঙা ব্লাউজ। আৰু এই ভিৰৰ মাজতে যেই মুহূৰ্ত্তে অনুভব কৰিলো, ঠিক সেই মুহূৰ্ত্ততেই, এক অব্যক্ত ভাষাহীন কোমল আৰু বিচিত্ৰ স্পৰ্শ মোৰ বুকুত।

সৰ্বনাশী! খনমাহীৰ সৰ্বনাশী! ব্ৰজবালাৰ আতঙ্ক, ল'ৰাচোৰ।

ল'ৰাচোৰ ক'তা? তাই যে আচল প্ৰাণচোৰ। সৰ্বস্ব চুৰি কৰে তাই। মোৰ হৃদ্‌পিণ্ড বিচাৰিছে, মৃত্যুৰ দৰে সৰ্বনাশীয়ে।

মুহূৰ্ত্ততে কটাক্ষ বিলোপ হ'ল; ঘন হ'ল স্পৰ্শ। এই ভয়ানক পৰিবেশত এক বিচিত্ৰ কণ্ঠই মোৰ সৰ্বাঙ্গ আচ্ছন্ন কৰি দিলে, 'ছোড়্‌-দো মেৰী বাবু, ছোড় জী।'

যি মুহূৰ্ত্ততে গম পাইছো, ছোৱালী বুলি, সেই মুহূৰ্ত্ততে মোৰ হাতৰ মুঠিৰ জোৰ কমি আহিল। মই ভদ্ৰলোক, মোৰ আত্মাভিমান আছে। ভদ্ৰলোক আৰু পুৰুষ, মনৰ কোণে কোণে সভ্যতাৰ সংস্কাৰ মোৰ আছে। মোৰ অৰ্থৰ প্ৰতি যিজনৰ লোভ, তাৰ প্ৰতি ঘৃণা আৰু ক্ৰোধ আছে। বয়সৰ কাৰুণ্য আৰু উদাৰতাই সকলো সময়তে বাস্তৱক নেমানে। তাৰ উপৰি নাৰী। নাৰী নামত ধিক্কাৰ দিয়া নাই। নিজৰ মনক ফাঁকি দিম ক'ত?

হাত আপোনা-আপুনি শিথিল হৈ আহিল। মোৰ ঘামি থকা হাতৰ মুঠিৰ পৰা তাইৰ সৰু হাতখন পিছলি অদৃশ্য হৈ গ'ল। পিঞ্জৰাবদ্ধ বিহঙ্গদল মুক্ত হ'ল। পিচমুহূৰ্ত্ততেই হেঁচা-হেঁচি লাগিল। বিহঙ্গ পলাইছে। দেখা গ'ল অদূৰত ভিৰৰ মাজতে ভাঁহি উঠিল সেই মুখখন। মুক্ত বিহঙ্গই যেন নিঃশব্দে ডিঙি বেঁকাকৈ হাঁহিলে। ওঁঠৰ কোণৰ সেই হাঁহি বিদ্ৰূপ নে কৰুণাৰ, নাজানো।

গাত বতাহ লাগিলহি। চেঁচা বতাহ। ঘামি থকা শৰীৰত হঠাতে শীতৰ শিহৰণ লাগিল। টিলাৰ কাষে কাষে দক্ষিণলৈ আহি থাকিলে এখন আশ্ৰম পোৱা যায়। ডাঙৰ আশ্ৰম। বেচ পোহৰ হৈ আছে। তাত থকা মঞ্চটোও ভালকৈ সুসজ্জিত। সন্মুখত সৰু সৰু গছেৰে ভাৰতবৰ্ষখন আঁকা আছে।

সোমাবলৈ গৈ বাধা পালো। জোতা থৈ যাব লাগিব। কাৰ ওচৰত? সেই ভাবনা নাই। তাৰ কাৰণে মানুহ আছে। জোতা দিয়ক, নম্বৰ

লগোৱা কাৰ্ড লৈ যাওক। কাৰ্ডখন ওভতাই দিলে জোতাও পাব। সেয়ে ভাল।

মঞ্চত গান হৈ আছে। সুৰ ভজনৰ অনুৰূপ। কিন্তু ভাষা দুৰ্বোধ্য। শ্ৰোতাৰ ভিতৰত বিপৰীত লিঙ্গই বেছি। যদি পাপ নহয় তেনেহলে কওঁ, এই ঠাইত ৰূপৰ যেন মেলাহে বহিছে। ৰূপ আৰু পোছাকত আশ্ৰমৰ চাৰিওফাল উজ্জ্বল হৈ উঠিছে। তীব্ৰ পোহৰতো আছেই।

আশ্ৰমৰ সুদীৰ্ঘ বেৰৰ মাজত বহুতো ঘৰ।

চিগাৰেট মুখত আছিল। এটি বিৰক্ত আৰু গভীৰ কণ্ঠই যেন দাবি দি উঠিল, 'বাবু ?'

উভতি চাই দেখো, বিৰাট এগৰাকী পুৰুষ, গৌৰমূৰ্তি, গেৰুৱা বেশ। মূৰত চুলি, নাকত কাপোৰ। গোটেই মুখত অত্যন্ত বিৰক্তিৰ চিহ্ন প্ৰস্ফুটিত।

তেওঁলৈ চাওঁতেই কলে, 'চিগাৰেট পেলাই দিয়ক। মহাৰাজসকল সকলো সময়তে অহা-যোৱা কৰি আছে, তেওঁলোকৰ নাকত গোন্ধ লাগিলে আপোনাৰ নৰকবাস হব।'

চমকি প্ৰথমতে চিগাৰেট গুমালো। সুধিলো, 'শিখসকলৰ আশ্ৰম নেকি ?'

চিগাৰেট গুমোৱা দেখি বোধহয় আনন্দিত হ'ল। কলে, 'নহয়।'

'এই আশ্ৰমৰ মহাৰাজে এয়া পছন্দ নকৰে। তাৰ উপৰি শিখ ভক্তসকলো সকলো সময়তে ইয়ালৈ আহে। আপোনালোকে সকলো সময়তে চিগাৰেট খালে কেনেকৈ হব। আপোনালোকে ধৰ্ম নামানে ?'

কথা বঢ়াই লাভ নাই। সাধু নিজে চিগাৰেট খোৱাৰ বিৰোধী। সেই কাৰণে বিৰক্ত। কথা কোৱাৰ কোনো দৰকাৰ নাছিল। কওঁতেই চিগাৰেট গুমুৱাই তেওঁক সন্তুষ্ট কৰিলোহেঁতেন।

সুধিলো—'এয়া কোন আশ্ৰম মহাৰাজ ?'

উত্তৰ দিলে—'সাধুবেলা আশ্ৰম।' কৈয়ে নিজে পুলকিত হৈ পুনৰ কবলৈ ধৰিলে, 'সিন্ধুৰ আটাইতকৈ ডাঙৰ আশ্ৰম। পাকিস্তানৰ এলেকাত পৰাত এতিয়া বেনাৰচত আশ্ৰয় লৈছে। লাখ লাখ টকা আশ্ৰমৰ সম্পত্তি।'

লাখ টকাৰ ঔজ্জ্বল্য যে আছে সন্দেহ নাই। মাত্ৰ নাই মিঠা আৰু উদাৰ হাঁহিৰ স্নিগ্ধতা, জোতা লৈ ওলাবলৈ খোজোতেই চকুত পৰিল

ৰিডিংৰুম। মন আনন্দত নাচি উঠিল। মেজৰ ওপৰত সকলো ধৰণৰ কাগজ-পত্ৰ।

ওলোৱাৰ পথত এজনে বহী আৰু কলম আগবঢ়াই দিলে। দৰ্শকৰ স্বাক্ষৰ। আপত্তি কি? আন আন ৰজাৰ বিচিত্ৰ আখৰৰ মাজত নিজৰ নামতো মাতৃভাষাতে লিখি দিলো।

ওলাই পশ্চিমৰ ফালে আগবাঢ়ি গলো। কিছুদূৰ আহোঁতেই এক বিৰাট বাহিনী চকুত পৰিল। নেতৃত্ব দিছে পাঁচুগোপালে। মোক দেখা পায়েই হুঙ্কাৰ দিলে, 'এই, গোটেইদিন ক'ত আছিলা?'

ওলোটাই সুধিলো, 'কলৈ যায়?' মোৰ কথাৰ উত্তৰ নিদি কলে, 'খুড়ীদেউ এয়া তোমাৰ ছিৰিমান। হুলস্থুল লগাইছিলা ক'লৈ গ'ল বুলি। এইবাৰ সুধি লোৱা।'

ভালকৈ চাই দেখো যে আশ্ৰমৰ সকলো আহিছে। কমেও পোন্ধৰ গৰাকীমান হব। তাৰ মাজতে কেনে অপৰূপ। পাঁচবৈছ্যৰ লগত খনমাহী। শুনিছিলো দুই শক্তি একেলগ হলে বিস্ফোৰণ অনিবাৰ্য্য। কিন্তু খনমাহীৰ মুখখন বেছ প্ৰশান্ত। মাত্ৰ কলে, 'সেই ল'ৰাটো নহয় জানো?'

আন এজনে কলে, 'ওঁ।'

বুঢ়ীমায়ে সুধিলে, 'কিবা খাইছেনে নাই?'

মিছাকথা কব লগা হ'ল, 'ওঁ খাইছো।'

পাঁচুগোপালে কলে, 'যদি খাইছা মুখখন শুকান শুকান লাগিছে!'

উত্তৰ দিলো 'খুব ঘূৰিছো, সেই বাবে।'

মুখ বিকটাই পাঁচুগোপালে কলে, 'হৈছে হৈছে। বোধহয় কোনোবা মায়াবীৰ কবলত পৰিছা? খবৰদাৰ—এয়া কুম্ভমেলা।'

খনমাহীয়ে কৈ উঠিল, 'ব'ল বাপু। শৰীৰত কঁপনি উঠিছে। কাইলৈ আকৌ পূৰ্ণিমা। আজিয়ে এনে ঠাণ্ডা, কালিলৈ বা কি হয় কোনে জানে।' পাচুগোপালেও কৈ উঠিল, 'ব'ল ব'ল।'

হুকুম মোকেই কৰিছে। সুধিলো, 'ক'ত ক'ত ঘূৰিলে?'

সৰু মাতেৰে কলে, 'নৰকত। ঘূৰি ফুৰাৰ কি এনে আছে?' চিঞৰি কবলৈ ধৰিলে, 'ৰামকৃষ্ণ আশ্ৰমলৈ গৈছিলো, আনন্দময়ী দৰ্শন কৰিলো।'

গৈ থাকোঁতে কাণত পৰিল বুঢ়ীমাৰ কথা, 'খোৱা নাই মই কি কৰিম ? ঘৰৰ বাহিৰ-ভিতৰত মই জানো ইয়াকে কৰিবলৈ আছো ? তই ধৰি বান্ধিতো খুৱাব পাৰিলিহেঁতেন ?'

উভতি চাওঁতে চকুত পৰিল ব্ৰজবালাৰ মুখখন। জোনৰ পোহৰত দেখিলো অভিমানভৰা মুখ। চকুৱে চকুৱে পৰাত ওৰণি টানি ললে।

বয়স কোমল হলেও তেওঁৰ হৃদয় পুৰঠ। মনে মনে ভাবো দিনবোৰ পাৰ হৈ গৈ আছে, দেখাদেখিৰ পৰ্বও শেষ হৈ আহিল। ঘৰৰ পৰা দূৰলৈ ওলাই আহিছো। পথত পোৱা মানুহৰ লগত আত্মীয়তা বান্ধিছো। তাকেই বেৰি আকৌ অভিমান, হাঁহি। সেই কাৰণেই নোখোৱাৰ বাবে অভিমান। নিষ্ঠুৰ আৰু তিক্ত জীৱনত বোধহয় এইবোৰেই আমাৰ মানবিকতাকণ জীয়াই ৰাখিছে।

গোটেই ৰাতি টোপনি নহ'ল। শীততো আছিলেই — তাৰ উপৰি গোটেই ৰাতি মানুহৰ কথা-বতৰাৰ বিৰাম নাছিল। কালিলৈ সঙ্গমত পূর্ণিমাৰ স্নান আছে। স্নানাৰ্থীসকলৰ আগমন হৈছে। কিন্তু সেয়া জানো গোটেই ৰাতি ? অকল জানো সেয়া ? নাজানো ইমান গান কি হব। তম্বুৰ ভিতৰত ঠাণ্ডাতেই আমাৰ জীৱন কাহিল। বাহিৰৰ শীতত স্নানাৰ্থীসকলৰ ঠাণ্ডাত কঁপা কঁপা মাতেৰে গান। বুজিব পাৰিছো সকলোৱে দলে দলে আহিছে। শুনিছো, সঙ্গমত অসম্ভৱ ভিৰ হব। সেই কাৰণে ৰাতিয়েই সকলোৱে গোট খাইছেহি। স্নানৰ সময় ধৰা-বন্ধা আছে। ঠিক সময়ত ডুব দিব নোৱাৰিলে কি লাভ। বুজিব পাৰিছো বুঢ়ীমাৰ চকুতো টোপনি নাই। মাজে মাজে তন্দ্ৰা আহি আকৌ ভাঙি গৈছে। ভগবানৰ নাম লৈ টোপনি নহাকৈ থাকিবলৈ চেষ্টা কৰিছে।

শেষ ৰাতিৰ ফালে টোপনি-আহিবলৈ ধৰিছিল। পাঁচুগোপালৰ চিঞৰত সেয়াও নহল। তাৰ চিঞৰ-বাখৰত চাৰিওফালে দৌৰাদৌৰি আৰম্ভ হ'ল। তম্বুৱে তম্বুৱে চিঞৰ-বাখৰ লাগি গ'ল। তাৰ ওপৰত শীতৰ বাঘনখসদৃশ ভয়াবহ আঁচোৰ আছেই। সকলো ফালে ব্যস্ততা দেখা গ'ল।

নানান ধৰণৰ কথা শুনা গৈছে। এইটো লোৱা, সেইটো লোৱা। বুঢ়ীবোৰে শঙ্কা আৰু উৎকণ্ঠাত কান্দিছে। মোক লোৱা, মোৰ হাতত

ধৰা। অলৰ বুঢ়াবোৰে দুৰ্বল কণ্ঠৰেই আকুলভাৱে চিঞৰিছে, 'হে ভগবান, শক্তি দিয়া, শক্তি দিয়া।'

অসম্ভৱ শীত। তাৰ উপৰি ঠাণ্ডা বতাহ। সময় নাই, বলা, বলা। সঙ্গমত সঞ্চাৰিত হৈছে অমৃত। জীৱন-যৌৱন, ধ্যান-ধাৰণা, কামনা-বাসনাৰ অমৃত ঢৌ লাগিছে, ডুব দিব লাগিব, বলা, বলা।

শীত? আঁতৰি যোৱা। আঁতৰি যোৱা। দুৰ্বল! শক্তি আহৰণ কৰা। অন্ধকাৰ! পোহৰ হোৱা। কি পৰিল? ঘটি? থাওক। কি ৰ'ল? কপোৰ-কানি? থাওক। সময় নাই? ক্ষণ পাৰ হৈ যাবলৈ ধৰিছে। বলা, বলা।

বাহিৰত পাঁচুগোপালৰ তীব্ৰ কঠিন মাত কাণত পৰিছেহি, 'আহা, সোনকালে ওলাই আহা।'

কাঁণত পৰিছেহি আহ্বান। তথাপিও পৰি থাকিলো। বিস্ময়ত হতবাক, দেহ আড়ষ্ট। মন ছট্‌ফটাই আছে, তথাপিও পৰি থাকিলো।

কোনে মাতিছে। সকলোকে কোনে মাতিলে এনেকৈ? কাৰ বাঁহী বাজিল? কোনে কাণে কাণে মন্ত্ৰ শুনালে? কিয় ইমান ব্যাকুল হ'ল? কিয় এনেভাৱে সকলো এৰি সকলোৱে দৌৰ দিলে? আচৰিত। এই ভয়ানক শীততো সঙ্গমত ডুব দিবলৈ সকলোৱে পাগল হৈ উঠিল।

বুঢ়ীমাৰ মাত কাণত পৰিলহি—'প্ৰহ্লাদ, ল'ৰাটোক মাত।'

প্ৰহ্লাদে মোক জগাবলৈ আহিল, 'দাদা, উঠক, সকলোৱে যাবলৈ ওলাইছে'—কৈয়ে মোৰ কম্বলখন টানি দিলে।

দেখিলোঁ ব্ৰজবালা। আনন্দত, উৎকণ্ঠাত, শীতৰ কঁপনিত অদ্ভুত তেওঁৰ মুখৰ ভাব। সৰু মাতেৰে কলে, 'বলা, সোনকালে বলা।'

ব্যাকুল আৰু কৰুণ আকুতি। তাৰ পিছত ওলাই গ'ল বুঢ়ীমা আৰু স্বামীৰ লগত। মাতিছে। ত্ৰিবেণীত ব্ৰজবালাই আজি ডুব দিব। তেওঁৰ জীৱনত ডুব দিব, তেওঁৰ যৌৱনত ডুব দিব, ডুব দিব তেওঁৰ স্বামীৰ পৰমায়ুত।

পাঁচুগোপালৰ মাত শুনা গ'ল, 'সকলো আহিছে? বলা, এতিয়া আগবাঢ়া।' পাঁচুগোপাল চতুৰ। পুণ্য সঞ্চয়ৰ হাত ধৰা খুঁটি। নেজানো, ইয়াতে পাঁচুগোপালৰ কিমানখিনি আনন্দ আৰু লাভ। কিন্তু তেওঁৰ কণ্ঠত এটি মৃদু উল্লাসৰ ধ্বনি শুনা গৈছে।

ভাব হ'ল আশ্ৰমখন খালি হৈ গ'ল। সকলো গুচি গ'ল। মই অকলে কেনেকৈ পৰি থাকো? ডুব বাৰু নিদিওঁ, অকলে থাকো কেনেকৈ? ময়ো যাওঁগৈ তেওঁলোকৰ লগে লগে। ডুব নিদিয়াকৈওতো ডুবি আছো।

ওভাৰ-কোটতো পিন্ধি ওলাই আহিলো। ওলাইয়ে কোতোৱালজীৰ লগত দেখাদেখি হ'ল। সুধিলো, 'আপুনি যোৱা নাই?'

কোতোৱালে ক'লে, 'আমাৰ আজি নহয়। অমাবস্যাত। মৌনী অমাবস্যাৰ দিনাখন। সেই দিনাখন পূৰ্ণকুম্ভ যোগ আছে। আজিও কম নহয়। গ্ৰহণ যোগ আছে। কিন্তু সাধু সম্প্ৰদায় আজিব এই যোগত যোগ নিদিয়ে।'

মুখ ধোৱাৰ উদ্দেশ্যে আশ্ৰমৰ কললৈ আগবাঢ়িলো। গৈয়ে অপ্ৰস্তুত হলো। ভাবিছিলো আশ্ৰমত কোনো নাই। কিন্তু আছে।

দেখিলো, তম্বুৰ একাষত নিৰুদ্দেশ-স্বামী-সন্ধানী পত্নী। ওৰণি পৰি গৈছে। আঁচল খুলি গৈছে। শিৰ আৰু কপালত সেন্দুৰ, চকুত পানী। চাই আছে শূন্যলৈ। তেওঁৰ পিছত থিয় হৈ দেওৰেক। গভীৰ মুখ, ম্লান চকু।

কোনো কথা নাই। দুয়োজনে মনে মনে ঠিয় হৈ আছিল। আশ্ৰমৰ পিছৰ এই নিৰ্জন ঠাইখিনিও যেন একান্ত হৈ আছিল তেওঁলোকৰ লগত। যোৱাকালি দূৰৈৰ পৰা পোছাকৰ উজ্জ্বলতাৰ কাৰণে তেওঁলোকৰ এই ৰূপ মোৰ চকুত পৰা নাছিল আৰু মনও কৰা নাছিলো। মাত্ৰ ব্ৰজবালাৰ মুখত শুনিছিলো বোৱাৰী কাৰো লগত কথা নকয়। তেওঁ নিৰ্বাক।

ইতিমধ্যে ৰ'দ উঠিবলৈ আৰম্ভ কৰিছে। আজিৰ এই স্বৰ্ণালী ৰাতিপুৱা সকলোৱে যেতিয়া মৃত্যুৰ বিনিময়ত প্ৰাণৰ সঙ্গমলৈ ধাপলি মেলিছে তেতিয়া এই নিৰ্জনত তেওঁলোক দুয়োজন ঠিয় হৈ আছে।

তেওঁলোকৰ পৰিচয় নেজানো। নেজানো মন। ভাব হ'ল, এই নিঃশব্দ পৰিবেশত বেদনা আৰু চকুপানীৰ এক আবেগময় সুৰ বাজিছিল। এনে নিৰ্জন অৱসৰতহে মানুহে তেওঁৰ স্বকীয় বেদনাৰ মুখামুখিকৈ ঠিয় হব পাৰে, বেদনাৰ গৌৰৱত হাঁহিব বা কান্দিব পাৰে।

মই অজানিতে আহি সুৰ কাটি দিলোহি। ভাঙি দিলো সেই

মুক নির্জনতা। সোমাই গ'ল। দেওবেক অলপ সময় নতশিৰত ঠিয় হৈ থাকি তেৰোঁ ভিতৰলৈ সোমাই গ'ল।

মোৰ মুখ ধোৱা নহ'ল। কললৈ গৈ হাত দিয়ে আঁতৰি আহিলো। বাহিৰলৈ ওলাই আহি ভিন্ন ৰূপ চকুত পৰিল। একো ভাবনাৰ অৱসৰ নাছিল। চকু আৰু মন উৰা মাৰিলে বালিচৰলৈ। লাখ লাখ মানুহৰ সমুদ্ৰই মোক দিশহাৰা কৰি দিলো।

কলৈ যাম, কোনফালে যাম ? যি ফালেই চাওঁ সেইফালেই মানুহ। নাৰী, পুৰুষ, শিশু, বৃদ্ধ, ক'ত যে মানুহ ! এক বিৰাট বলিয়া বানৰ ঢল দক্ষিণলৈ নামিছে। দিগন্ত বিস্তৃত মৌমাখিৰ চাক ভাঙি যেন, এক সংক্ষিপ্ত সৰু পথেৰে উৰি গৈছে। সেই সৰু পথ দক্ষিণত। গঙ্গাৰ ইপাৰ-সিপাৰৰ মানুহে যেন এক আচৰিত নিয়মৰ বশবৰ্তী হৈ চাৰিও-ফালৰপৰা আহি এক ঠাইলৈ অগ্ৰসৰ হৈছে।

দক্ষিণলৈ অগ্ৰসৰ হোৱা সম্ভৱ নহল। পুল পাৰ হৈ পেৰেড-গ্ৰাউণ্ডৰ বান্ধৰ তললৈ আহিলো।

সকলোৱে সঙ্গমলৈ গৈছে। ৰছী বান্ধি পুলিচে অহা-যোৱাৰ পথৰ নিৰ্দেশ দি আছে। ভলন্টিয়াৰ বাহিনীয়ে সহায় কৰিছে। চাৰিওফালৰ পৰা তেওঁলোকৰ কৰ্ণবিদাৰী হুইচেলৰ ধ্বনি শুনা গৈছে। ঘনে ঘনে বিপদৰ সঙ্কেত ধ্বনি বজাইছে।

খুন্দা খাই বহুখিনি আঁতৰি আহিলো। ঠিয় হৈ থকাৰ উপায় নাই। মাইক বাজিছে, বিউগলৰ শব্দ শুনা গৈছে, বয়-স্কাউট বাহিনীয়ে কুচ-কাৱাজ কৰিছে। প্ৰধানমন্ত্ৰী জৱহৰলাল নেহৰু আহিব। কল্যাণী কংগ্ৰেছৰ পথত এবাৰ সোমাই যাবহি।

বান্ধৰ ওপৰত হাতীৰ দল। সিহঁতৰ গাত ৰাজকীয় জৰী, মখালি কাপোৰৰ ঢাকনি। সেইফালে দৌৰি গৈছে এদল ছোৱালী। আচৰিত হৈ ভাবিলো, কিয় ? আগবাঢ়ি গলো। দেখিলো, ছোৱালীবোৰ দৌৰিছে আৰু চিঞৰিছে, 'হে ভগবান, হে বাবা, অলপ ৰবা।'

কিন্তু ঘণ্টা বজাই হস্তিবাহিনী আগবাঢ়ি গৈ আছে। তাৰ মাজতেই এগৰাকী ছোৱালীয়ে হাতীৰ গাত হাত দিলেগৈ। হাঁহি আৰু আনন্দত অধৈৰ্য্য হৈ হাতী চুই তাই কপালত হাত দিয়াৰ আগতে, হাতীৰ ভাৰিব লাখিৰ কোবত তাই ছিটিকি পৰিল।

তথাপিও তাই উঠি পুনৰ দৌৰ দিলে। এজনক সুধিলো, 'কি হৈছে, ইহঁত হাতীৰ পিছত কিয় লাগিছে?'

শুনিলো, হাতী স্পৰ্শ কৰি প্ৰণাম কৰিব। সেয়াই হব পুণ্য। ধন্য পুণ্য! প্ৰাণৰ ভয়ো জানো নাই।

হঠাতে হট্ যাও, হট্ যাও শব্দত চমকি উঠিলো। এদল মানুহ দৌৰি আহিব ধৰিছে। দলৰ সন্মুখত ছিন্ন-ভিন্ন ধূলি লগা আলখাল্লা পিন্ধা এদল মানুহ। কিন্তু মানুহ বুলি তেওঁলোকক চিনিব পৰা নাযায় ধূলি-বালিৰে তেওঁলোকৰ মুখমণ্ডল ঢাক খাই পৰিছে। ভৰিবোৰ ফুলি তেজ ওলাইছে। কান্ধত ডাঙৰ ডাঙৰ মোনা। তেওঁলোকে বেগাই খোজ দিছে।

তেওঁলোকৰ পিছে পিছে নাৰী-পুৰুষৰ দল। প্ৰত্যেকেই তেওঁলোকৰ ভৰিত পৰিছে। ভৰিত পৰি চিঞৰিছে, 'দয়া কৰা বাবা, দয়া কৰা বাবা।' লুটি খাই পৰিছে ধুনীয়া কাপোৰ পৰিহিত পুৰুষ, মহামূল্যবান অলঙ্কাৰ পৰিহিতা নাৰী।

কিন্তু আলখাল্লা-বাহিনী নিৰ্দয়। তেওঁলোকে থমকি ৰব নাজানে। মানুহবোৰে দৌৰি দৌৰি খোৱা বস্তু আৰু পইচা তেওঁলোকৰ মোনাত ভৰাই দিছে।

এগৰাকী কম বয়সীয়া গাভৰুৱে দুহাত মেলি এজন আলখাল্লাধাৰীৰ সন্মুখত ঠিয় হ'ল। ৰব লগা হ'ল আলখাল্লাধাৰী। কিন্তু সৈনিকৰ লেফ্ট-ৰাইটৰ দৰে তেওঁৰ ভৰি- চলি থাকিল। চকুত তেওঁৰ ক্ৰোধ নাই। ব্যস্ততা আৰু ব্যাকুলতা, মিনতি আৰু প্ৰাৰ্থনা।

গাভৰুৱে সুদৃশ্য ৰুমাল উলিয়াই কেইটিমান টকা তেওঁৰ মোনাত ভৰাই দি হাত পাতিলে।

আলখাল্লাধাৰীয়ে তেওঁৰ আলখাল্লাৰ পৰা এটুকুৰা কাপোৰ ফালি গাভৰুৰ হাতত গুজি দিলে। দিয়েই খুন্দা মাৰি পুনৰ আঁতৰি গ'ল।

'মিল গয়া, মিল গয়া!' বহুতেই চিঞৰি উঠিল। একোৱে নুবুজিলো। এওঁলোক কোন, ঘটনা কি। এই বিষয়ে এজনক সুধিলো।

উত্তৰ দিলে, 'এওঁলোক মহাপুৰুষ। এওঁলোকে এই জীৱনত

কেতিয়াও থমকি নৰ'ব। এওঁলোকে সাধনাৰ প্ৰথম দিনাখনৰ পৰাই এইদৰে গৈ আছে। গোটেই জীৱন এনেকৈ গৈ থাকিব। এয়াই তেওঁলোকৰ সাধনা।'

আচৰিত! মানুহৰ জীৱনধাৰণত এয়া বা কেনেকৈ সম্ভৱ, কিন্তু তৰ্ক অনাৱশ্যক। সুধিলো, 'কি এওঁলোকৰ নাম?'

উত্তৰ দিলে নেজানো বুলি।

পুনৰ খুন্দা খালো। আঁতৰি যোৱা, ঢল নামিছে। দল-বলে নামি আহিছে নৰ-নাৰী। গতি সঙ্গমৰ ফালে। সেয়া জানো অকল গঙ্গা, যমুনা আৰু সৰস্বতীৰ সঙ্গম? নে, বিচিত্ৰ মানুহে তাতে সঙ্গম সাজিছে সহস্ৰ স্ৰোতৰ মিলিত মোহনাত।

স্ৰোতৰ সতে উটি গলো। এদল নাৰীয়ে হাঁহিছে, গান গাইছে, ঠেলি-হেঁচি আগুৱাই গৈছে। দেখিলো সকলো গেৰুৱা বসনধাৰী। যুৱতীৰ সংখ্যা বেছি, প্ৰৌঢ়া কেইগৰাকীমান। যেন দুটি দল। এদল নাৰী ৰঙা-বগা, বহল নাক, মোটা ওঁঠ, সৰু চকু। চাপৰ। বাকীবোৰ আন দহজনৰ দৰে। কাৰোবাৰ আকৌ মূৰ খুৰোৱা। চকুৱে চকুৱে পৰিলে হাঁহি দিয়ে। মুখ ফুটাই এগৰাকীক সুধিয়ে পেলালো, 'আপোনালোক ক'ৰ পৰা আহিছে?'

সৰ্বনাশ! এয়া যে সেই শ্যামাইঁতৰ দৰে কথাই কথাই হাঁহি। হাঁহি উত্তৰ দিলে, 'আমি হৰিদ্বাৰৰ পৰা আহিছো। তুমি?'

উত্তৰ দিলো, 'কলিকতা।'

কথা শুনি আকৌ হাঁহি। জনতাই কৌতূহলবশতঃ আমাৰ ফালে চাবলৈ ধৰিলে। এগৰাকী গেৰুৱা বসনধাৰীয়ে কলে, 'আমি অবধূতানী, হৰিদ্বাৰত আমাৰ আশ্ৰম আছে।'

অবধূতানী। মনত পৰিল সেই গৃহাবধূতৰ কথা। মনত পৰিল তেওঁৰ অবধূতানীৰ হাঁহি থকা মুখখন। কিন্তু এওঁলোক কাৰ অবধূতানী?

আগবাঢ়ি গৈ থকা। পথৰ দুয়োকালে ভিখাৰীৰ দল। সুস্থ, অসুস্থ, খোৰা, বিকলাঙ্গ, অন্ধ। সিহঁতৰ সন্মুখত থকা কাপোৰখনত পইচা, চাউল, দাইল, ফুল ইত্যাদি পৰি আছে। ইয়াৰ মাজতে সাপুৰীও বহি গৈছে। লগে লগে সিহঁহৰ কাণ তাল মৰা চিঞৰ।

হটযোগীসকলে যোগ দেখুৱাবলৈ আৰম্ভ কৰিছে। মাটিত মূৰ থৈ ওপৰলৈ ভৰি দাঙি দিছে। কোনোবা চিত হৈ পৰিছে আৰু কোনোবা খালি গাৰে কণ্টক শয্যাত শুই আছে।

এঠাইত থমকি ৰব লগা হ'ল। দহ বছৰমান বয়সৰ ল'ৰা এটাই কাইটৰ বিছনাত গাত ভস্ম সানি শুই আছে। মুখ মেলি আছে। জিভাত এডাল তীক্ষ্ণ সৰু ত্ৰিশূল লগাই থোৱা আছে। তাৰ ৰঙা চকুৰে পানী বৈ আহিছে। বতাহত বিৰিণা কঁপা দি কঁপি আছে।

বিস্ময় বেদনাত চমকি উঠিলো। এই সৰু ল'ৰাটোক লৈ এয়া কেনে ভয়াবহ ধৰ্মলীলা? এই মহামেলাত এনে কৰুণ দৃশ্যৰ অৱতাৰণা কিয়? পিছমুহূৰ্ত্ততে ভাব হ'ল, অকল জানো ধৰ্ম? প্ৰাণৰ এই যন্ত্ৰণাৰ মাজত তাৰ জানো কোনো সাধনা নাই? দেশৰ কিমান ঠাইত এনে ভয়ানক সাধনাত কিমানজন ব্যস্ত। সেই সাধনা তাহাঁতৰ পেটৰ কাৰণে। তাহাঁত জীয়াই থকাৰ সাধনা।

মোৰ সহানুভূতিসূচক দৃষ্টি নিক্ষেপত তাৰ মোনা নভৰে। এনে নিদাৰুণ যন্ত্ৰণাত দেখিছো তাৰ ব্যাকুল দৃষ্টি আছে সন্মুখত পাৰি থোৱা কাপোৰখনত। তাৰ সাধনাৰ মোনা ভৰি উঠিছে নে নাই। তিৰোতা-বোৰে চাৰিওফালে আগুৰি আছে। কৰুণাৰ বিচিত্ৰ শব্দ শুনা গৈছে তেওঁলোকৰ মুখত।

থাওক কৰুণা। যি দেখুৱাই সি মানুহৰ দৃষ্টিক আকৰ্ষণ কৰিছে, তাৰ সেই প্ৰাপ্য দি আগুৱাই গলো।

পানীৰ ওচৰলৈ আহি আৰু এক ভয়ানক দৃশ্য চকুত পৰিল। পানীৰ পাকত ক্ষুব্ধ মহৰ দৰে মানুহৰ দলে ঠেলাঠেলি কৰি আছে। নাৰী আৰু পুৰুষ উভয়ে। শিশু আৰু বৃদ্ধ। আনফালে সঙ্গমৰ বুকুত নাওৰ ভিৰ। ৰছীৰে যমুনাৰ সীমাৰেখা বান্ধি দিয়া হৈছে। প্ৰতি মুহূৰ্ত্ততে বাজি আছে ভলান্টিয়াৰৰ হুইচেল, পতাকাও উৰি আছে। সেয়া হ'ল ডেঞ্জাৰ জ'ন। নীলা পানীৰ প্ৰাণ-ভুলোৱা হাঁহিৰ ঢউৰ তলত চিৰমৃত্যু বৈ আছে।

মহাৰাজ, মহাৰাজ সম্বোধন কৰি এজন বুঢ়াই দুহাতেৰে ধৰি পানীৰ ওচৰলৈ টানি লৈ গ'ল। মোৰ হাতত ধৰিয়েই পানীত ডুব দিব ধৰিলে। সেয়া কি হাঁহি। সোলা মুখেৰে এমোকোৰা হাঁহিৰে মোক আশীৰ্বাদ

দিবলৈ ধৰিকে, 'জীতে ৰহো বাবা!' পানীক মই খুব ভয় কৰো, সাঁতুৰিব নাজানো।'

সেয়াই ভাল। মোৰ গাত ধৰি স্নান কৰি ললে। লাভৰ মূৰত মোৰ কাপোৰত বোকা-পানী লাগিল।

ইয়াত লাজ কৰিবলৈ একো নাই। কাৰোবাৰ কাপোৰ খুলি গৈছে, কোনোবাই বা নিজেই খুলি ৰাখিছে। কোনোবাই আকৌ অন্তৰ্বাস-খিনিও পৰিত্যাগ কৰিছে। তথাপিও পঞ্জাৱী মহিলাসকল এই ক্ষেত্ৰত বৰ উদাসীন। অধিকাংশই সাঁতুৰিব নাজানে। কিন্তু নিৰ্বিকাৰভাৱে তেওঁলোকে কেনেভাৱে পাঞ্জাবী খুলিছে। কেনেকৈ ইমানবোৰ মানুহৰ সন্মুখত সম্পূৰ্ণ নগ্ন দেহেৰে হাঁহি হাঁহি পানীত নামিছে—সেয়া নাজানোঁ। হয়তো এয়া তেওঁলোকৰ বাবেই সম্ভৱ।

দেখিলো, এজন নাৱৰীয়াই দুঅনা দুঅনাকৈ চিঞৰিছে। বেছ ডাঙৰ নাও। বহুতো মানুহ উঠিছে। সঙ্গমলৈ চাই আৰু বৈ থাকিব নোৱাৰিলো। নাৱলৈ উঠি আহিলো। মই উঠা নাওখন মানুহৰে ভৰ্তি হৈ গ'ল। তথাপিও নাওখন এৰি নিদিয়ে। আমি সকলোৱে নাওখন এৰি দিবলৈ কলো। তথাপিও নাৱৰীয়াই আমাৰ কথালৈ কাণ নিদি পুনৰ মানুহ মাতিবলৈ ধৰিলে।

পিছত যেতিয়া নাওখন বুৰ যোৱাৰ উপক্ৰম হ'ল তেতিয়াহে এৰি দিলে। নাৱৰীয়াই খেল আৰম্ভ কৰি দিলে। সেয়াও এক কেনে ভয়াবহ অভিজ্ঞতা। নাওখেল, সেয়াও আকৌ আমাৰ নিচিনা নিতান্ত ৰসজ্ঞানহীন মানুহক লৈ? দেখিলো কেইজনমান আধুনিক গৰম কাপোৰ পিন্ধা পঞ্জাৱী যুৱক-যুৱতী। খিল্‌খিলাই হাঁহিছে। অথচ ভয় তেওঁলোকৰেই বেছি। তেওঁলোক সাঁতুৰিব নেজানে। আচলতে হাঁহি ভয়ৰ। নাওখন যিমানে টল্‌মলাই সিমানেই তেওঁলোকে ভয়ৰ হাঁহিৰে নিজৰ মাজতে সাৱটা-সাৱটি কৰিছে। পুণ্যস্নানৰ এই ৰাতিপুৱাতে ছোৱালীকেইজনীৰ মুখত প্ৰসাধনৰ প্ৰলেপ। কাপোৰ-কানিও পানীত নমাৰ কাৰণে নহয়। ইকালে আকৌ কান্ধত কেমেৰা। নাওখনত প্ৰায় ত্ৰিশজনমান মানুহ। লক্ষ্য কৰি দেখিলো, দুটি কিশোৰী, এটি প্ৰায় ছমহীয়া কেঁচুৱাক লৈ বৰ ব্যস্ত হৈ পৰিছে। পিন্ধনত কোনো জাকৃজমকতা নাই, কিন্তু অলঙ্কাৰত দেখিছো বাহুল্য বেছি। কিন্তু শিশুটি কিয়, বুজিব নোৱাৰিলো।

মাটিত জনাৰণ্য, পানীত নাও আৰু নাও। নাৱে নাৱে খুন্দা লাগিছে। বঠাই বঠাই ঠেকা লাগি বিচিত্ৰ শব্দই নৈৰ মাজভাগক অন্য এক ৰূপ দিছে। নাৱৰীয়াই নাৱৰীয়াই কাজিয়া। অকল নাৱৰ ভিৰে নহয়, পানীত মানুহবো ভিৰ। কঁকাললৈ পানীত ডুব দি ঠাণ্ডাত বিচিত্ৰ শব্দ। তাৰ উপৰি নাৱৰ খুন্দা। ডুব দিয়া অৱস্থাত এবাৰ নাৱৰ তলত পৰিলে ৰক্ষা নাই।

নাৱৰীয়াই আদেশ দিলে, সমলোৱে ইয়াত নামি স্নান কৰা। লগে লগে প্ৰতিবাদৰ জোৱাৰ উঠিল। নাও যেতিয়া ভাৰা কৰা হৈছে, ইমান খৰ্ধৰ্ কিয় ? নাৱৰীয়াই কলেও কোনোৱে নামানিলে।

নাওবোৰত ঢউৱে খুন্দা মাৰিছেহি। মানুহবোৰে স্নান কৰিছে। কোনোবাই নাওত ধৰি, কোনোবাই হাতত ধৰি। হাঁহি, কান্দোন, চিঞৰত সঙ্গম মুখৰিত হৈ পৰিছে।

পানীৰ ওপৰত ভাঁহি আছে ফুল, বেলপাত। ক'ৰবাত আকৌ সেন্দুৰৰ গুৰি। কি আচৰিত ! এই বোকা পানীৰ বুকুতেহে দেখিছো দুটি ৰঙৰ ধৰা ওচৰা-ওচৰিকৈ বৈ গৈছে। বাৰিষা নহয়, গঙ্গাই তেওঁৰ স্বভাৱগৈৰিক বেশ ধাৰণ কৰা নাই। তেওঁৰ নিৰন্তৰ দক্ষিণাভিমুখী পানীৰ ধাৰা এতিয়াও জল্‌মলাই আছে। যিমানেই আগুৱাই গৈছো সিমানেই বোকা পানী এৰি পৰিষ্কাৰ পানী দেখিবলৈ পাইছো।

ওচৰা-ওচৰিকৈ গঙ্গা-যমুনা বৈ গৈছে। এগৰাকী উত্তৰৰ পৰা দক্ষিণলৈ, আনগৰাকী পশ্চিমৰ পৰা ঘূৰি দক্ষিণলৈ। এজনী যুগ-যুগান্তৰৰ খং, অভিমান আৰু বিৰহৰ বেদনাৰে নীলা ; আনজনী সকলো পোৱাৰ আনন্দৰ বৈৰাগ্যত উদাসীন গৈৰিকবসনা। এজনীয়ে হাঁহে খিল্‌খিলাই, আৰু আনজনীৰ হাঁহিত উন্মাদিনীৰ বেদনা। তথাপিও দুয়ো ওচৰা-ওচৰিকৈ, একে প্ৰেমৰ আবেগত দিগন্তলৈ দ্ৰুতগতিত ধাবমান হৈছে। সৰস্বতী ক'ত ? শুনিছো তেওঁ গুপ্তভাৱে আছে।

নাও ৰ'ল। বতাহ বেছি হোৱাৰ লগতে নাওখনো দুলিছে। পানী কিন্তু সেই বুকুৰ সমান। তাৰ বাহিৰত ৰছীৰে বিপদ সীমা চিহ্নিত।

নাৱৰ লগত নাও। তাৰে মাজতে হাতত প্ৰাণ লৈ স্নান কৰিব লাগিব। দুই নাৱৰ মাজত ঘঁহনি খাই মৰিলেও কোনোৱে ৰক্ষা কৰিবলৈ নাহে।

কাপোৰ খোলাৰ সময় হ'লহি। ছিঃ ছিঃ, মনে মনে কওঁ, হে মন। চকু বন্ধ কৰা। পঞ্জাৱী মহিলাসকলৰ কাপোৰ খোলাৰ কাহিনী আকৌ নকওঁ। কিন্তু তেওঁলোক নামিব কেনেকৈ ? বেচেৰা নাৱৰীয়াৰ অৱস্থা কাহিল। সকলোৱে তেওঁক ধৰি পানীত ডুব দিছে। ফুটন্ত যৌৱনে 'মোক খা, মোক খা' কৰি থকা অৰ্ধ-নগ্ন পঞ্জাৱী মহিলাৰ ফান্দত পৰি নাৱৰীয়াই 'হায় ৰাম, হায় ৰাম' কৰি অস্থিৰ। পানীত যদি এবাৰ নমা গ'ল আকৌ উঠি-অহাৰ কোনো নামেই নাই।

সমলোৱে কাপোৰ খোলে আৰু মোলৈ চায়। ভাব, এওঁবা আকৌ কোন ? কাপোৰ দেখোন নোখোলে ?

হঠাতে চমকি উঠিলো মৃদু কান্দোনৰ উচুপনিত। ইয়াত কোনে কান্দে ? সেই দুজন। যি দুগৰাকীক ভাবিছিলো কিশোৰী বুলি। তেওঁলোকৰে এগৰাকীয়ে, যি গৰাকীৰ কোলাত শিশুটো আছিল।

আন গৰাকীয়ে তেওঁক সান্ত্বনা দিছে। তেওঁলোকে কিশোৰী নহয়, তৰুণী। তেওঁলোকৰ মুখত কিশোৰীৰ ছাপ আছে। কিন্তু যেতিয়া সকলোৱে হাঁহিৰে আনন্দৰে স্নান কৰি সঙ্গম উত্তপ্ত কৰি তুলিছে, তেতিয়া এই দুগৰাকীয়ে কিয়বা কান্দিছে !

তেওঁলোকে টোপোলা খুলিলে। টোপোলাৰ ভিতৰত দামী কাপোৰ। ওপৰৰ কাপোৰখন দেখি ভাব হ'ল বগা পাটৰ। ৰাতিপুৱাৰ ৰ'দ পৰি চিক্‌মিকাই উঠিছে। সেই কাপোৰৰ ওপৰত আৰু দুটি বস্তু আছে —দুপাত সোণৰ চুড়ি।

গৰম কাপোৰ পিন্ধি থকা শিশুটোক তিতি থকা কাঠৰ ওপৰত শুৱাই দিলে। শুৱাই দিওঁতেই শিশুটোৱে বিকট কান্দোন আৰম্ভ কৰি দিলে। কিয় নেজানো, মনটো ব্যস্ত হৈ উঠিল। শিশুৰ এই অসহ্য পীড়ন যেন শৰীৰৰ প্ৰতিডাল নোমৰ গুৰিত লাগিলহি।

কিন্তু সেই কান্দোনলৈ তেওঁলোকে কাণ নিদিলে। যি গৰাকীয়ে কান্দিছিল, তেওঁক আনজনে ধৰি ঠিয় কৰাই দিলে। তেওঁ ঠিয় হ'ল, কিন্তু সঙ্গিনীৰ বুকুত মূৰ থৈ হুকুহুকাই কান্দিবলৈ ধৰিলে। বতাহত তেওঁৰ খোপা খুলি গৈ উৰিব ধৰিছে। এইবাৰ তেওঁৰ সঙ্গিনীও ক'লে, 'নেকান্দিবি শিবপিয়ানী।'

কিন্তু আচৰিত ! তেওঁলোকৰ লগত কোনো পুৰুষ সঙ্গী নাই।

এই নাওৰ কোনো মানুহৰ সেইফালে লক্ষ্য নাই। সকলোৱে নিজকে লৈ ব্যস্ত। বুজিলো সকলোৱে নিজ নিজ হৃদয়াবেগত ভাঁহিছে।

আনহাতে আকৌ শিশুটোৱে কান্দোনৰ আবেগত নিজৰ ভৰি দুখন হাতেৰে মুঠি মাৰি প্ৰায় নিজৰ মুখত ভৰাই দিছে। তাৰপিছত হঠাতে বাগৰি উফৰি নপৰাৰ মুহূৰ্ত্ততে মই ধৰি লৈ কোলাত তুলি ললো।

মহিলা দুগৰাকী আচৰিত হৈ মোলৈ চালে। তাৰ পিছত চকুত কৃতজ্ঞতাৰ হাঁহি দেখা দিলে। এনে লাগিল যেন চকুৱে চকুৱে চাই হাঁহিলে।

সুধিলো, 'এনেভাৱে পেলাই ৰাখিছা কিয় ?'

শিবপিয়ানীৰ সঙ্গিনীয়ে কলে, 'আমি স্নান কৰিম।'

স্নান! তিতি থকা কাঠৰ ওপৰত শিশুক শুৱাই থৈ পুণ্য সঞ্চয়! বিৰক্ত হৈ কলো, 'কেঁচুৱাটো কিয় ?'

সঙ্গিনীয়ে কলে, 'সিও স্নান কৰিব।'

স্নান! পৃথিবীলৈ আহি পাওঁতেই এই পুণ্যস্নান! সুধিলো, 'এইটোক কিয় ? তোমালোকে কৰিলেই জানো নহব ?'

দুখ থাওক, বেদনা থাওক, এনেভাৱে কথা আৰম্ভ কৰোতেই তেওঁলোক দুয়োগৰাকী কিছু পৰিমাণে বিব্ৰত, সঙ্কুচিত। অলপ সময় মনে মনে থাকি সঙ্গিনীয়ে ক'লে, 'তাৰ দেউতাক নাই, জীয়াই ৰাখিব লাগিবতো, যেই কাৰণে স্নান নকৰালে নহব।'

কৈ থাকোতে দেখিলো, শিবপিয়ানী পুনৰ ব্যাকুল হৈ কান্দিলে। দুয়ো অলপ আঁতৰি গ'ল। তাৰপিচত সঙ্গিনীয়ে ক'লে, 'তাৰ মাকক স্নান কৰোৱাই লওঁ। তুমি—'

বাকীখিনি চকুৰ দৃষ্টিত প্ৰকাশিত। 'তুমি শিশুটোক চাবা।'

তেওঁলোক স্নান কৰিবলৈ পানীত নামিল। আৰু উত্তৰ প্ৰদেশৰ এই দুৰন্ত পিতৃহীন শিশু এটিয়ে অপৰিচিত মানুহৰ কোলত সৰু সৰু ভৰি দুখনেৰে ছটফটাই শূন্যলৈ হাত দুখন ডাঙি জপিয়াব ধৰিলে। বুজিলো, যুবতী শিবপিয়ানী বিধবা। এই শিশুৰ মাতৃ।

সকলোৰে লগতে পুণ্যস্নান চোৱাৰ হেপাহৰে ময়ো ওলাই আহিছিলো। ক'ৰ শিশু এটি কোলাত তুলি লব লগা হ'ল! তাৰ পৰিচয় নেজানো। তাৰ বাপেকে বা কেনে আছিল সেয়াও

নেজানো। শিশুৰ মাকৰ দেহত থকা অলঙ্কাৰ দেখি তেওঁ যে বিধবা সেয়া অনুমান কৰিব পৰা নাছিলো। নেজানো, এই অলঙ্কাৰৰ অলক্ষিতে এই শিশুৰ কাৰণে কিমানখিনিয়ে বা নিৰাপত্তা আছে। এই শিশুৱে পিতৃহীনতা নুবুজে, পুণ্য নুবুজে। এই সঙ্গমৰ বুকুত এক বিচিত্ৰ মানুহ আহিছে তাত পৰমায়ুৰ সন্ধানত—এই অমৃত কুম্ভৰ সঙ্গমত। তাৰ এই পৰমায়ুৰ সন্ধান পীড়ন মাত্ৰ। এই পীড়নৰ অন্তৰালত কুসংস্কাৰ আছে। কিন্তু তাৰ মাকৰ গোটেই বুকু জুৰি একমাত্ৰ সি আছে। প্ৰাণৰ আকাঙ্ক্ষাৰ মৰ্য্যাদাই ইয়াত ডাঙৰ। কুসংস্কাৰতো সমাজৰ অভিশাপ।

তাৰ দেউতাক নাই, সেই কাৰণেই দুখ। এজন সঙ্গীক পথত আহোঁতে হেৰুৱাইছিলো। তেওঁ আহিছিল যাতে তেওঁ ব্যাধি মুক্ত হব পাঁৰে আৰু আয়ু সন্ধানৰ উদ্দেশ্যত। আমি এজন মৰো, আন এজনে জন্মগ্ৰহণ কৰে। দিনে-নিশাই এই অহা-যোৱাৰ মাজত আমি নতুনৰপৰা নতুনতৰ। এজনৰ আকাঙ্ক্ষা পুৰাই আন এজনে। এজনৰ পথৰ শেষত আৰম্ভ কৰে আন এজনে যাত্ৰা। সেই কাৰণেই আমি মানুহ, আমি বন্ধু।

এজনে বিড়ম্বিত জীৱনৰ প্ৰসাদ ক্ষয়ৰোগে লৈ গৈছে, আৰু আনজনক আলিঙ্গন কৰিছো। ইয়াক পথতে পাইছিলো, পথতে এৰি যাম। এওঁ জীয়াই থাকক, পথৰ এই কামনা লৈ ঘৰলৈ উভটি যাম।

শিবপিয়ানী পানীৰপৰা উঠি কাপোৰ সলাইছে। কথাতে বুজিলো তেওঁলোক দুয়ো একে ঘৰৰ। ঘৰ এলাহাবাদ নগৰতে।

নতুন কাপোৰ পিন্ধি শিবপিয়ানীয়ে মোনাৰ পৰা ফুল-বেলপাত উলিয়াই লৈ মোলৈ হাত দুখন আগবঢ়াই শিশুটোক নিজৰ কোলাত ললে।

দুয়োজনে মিলি শিশুৰ কাপোৰ-কানি খুলি নাৱৰ ওপৰত শুৱাই দিলে। তাৰ পিছত হাতত পানী লৈ তাৰ গাত ছটিয়াই দিবলৈ ধৰিলে। আৰু শিশুৰ সেয়া কি চিঞৰ! এইদৰে গা ধুৱাই নতুন কাপোৰ পিন্ধাই তাৰ হাতত সোণৰ চুড়ি পিন্ধাই দি পুনৰ অসঙ্কোচ মনেৰে মোলৈ আগবঢ়াই দিলে।

ফুল-বেলপাত সেন্দুৰ পানীত দিলে। হঠাতে কি হ'ল নেজানো।

শিবপিয়ানীৰ হাত দুখন তেওঁৰ সঙ্গিনীয়ে চেপি ধৰিলে। কিন্তু শিবপিয়ানীয়ে হাত দুখন একুৱাই লৈ নিজৰ হাতৰ পৰা সোণৰ খাৰু দুপাত খুলি পানীলৈ দলিয়াই দিলে।

তেওঁৰ সঙ্গিনীয়ে ম্লান হাঁহি মাৰি মাত্র কলে, 'পাগলী!'

কিন্তু বাধা দিলেও তেওঁৰ অপেক্ষা নাছিল। এইবাৰ মোৰ ফালে চাই শিবপিয়ানীয়ে হাঁহিল। হাঁহি চালে নিজৰ শিশুক। মই শিশুটিক তেওঁলৈ আগবঢ়াই দিলো।

নাৱৰীয়াই সকলোকে নাওত উঠিবলৈ সকিয়াই দিবলৈ ধৰিলে।

কিন্তু বহুতো এতিয়াও পানীত। শিখ গৃহিণীসকলৰ দেখিছো উঠি অহাৰ কোনো লক্ষণেই নাই। স্বয়ং শিখ পুৰুষবোৰো পানীত নামিছে।

হঠাতে ওভাৰকোটত টানি ধৰাত পিছলৈ উভটি চালো। দেখিলো শিখ এজনে দাঁত উলিয়াই হাঁহিছে। চকুত তেওঁৰ দুষ্টামিৰ হাঁহি। কলে, 'পানীত নানামে কিয়?'

সৰ্বনাশ! এইবোৰ কাপোৰৰ সৈতে পানীত নামিম? কলো, 'অসুখ হৈছে।'

যিমান সময় তেওঁৰ ফালে আচৰিত হৈ চাই আছিলো, সেই সময়খিনি পানীৰ ছিটিকনিত মোৰ ওভাৰকোট তিতি গৈছিল। অকলে নহয়, সঙ্গিনীসহ ছিঞৰ-বাখৰত পানীৰ ছিটিকনিত খৰ্ধৰকৈ ঠিয় হলো। হাঁহি হাঁহি কলে, 'গাত অলপ পানীকে লোৱা।'

ইতিমধ্যে নাৱৰীয়াই পুনৰ সকিয়াই দিবলৈ ধৰিলে, 'মই কিন্তু নাও এৰি দিম, উঠা যদি সোনকালে উঠা।'

নাওলৈ উভটি আহিলো।

ঘাট পাওঁতেই দেখিলো পানীত ভিৰৰ মাজত খনমাহী। মূৰ খুৰাই পেলাইছে। কি কাণ্ড! প্ৰহ্লাদে দেখি চিঞৰি উঠিল, 'এই দাদা, বতাহ খাই ফুৰিছে নেকি? মূৰ নুখুৰুৱাই?'

হাঁহি কলো, 'নাই।'

প্ৰহ্লাদে কলে, 'কিয়? কোনোদিনাখন পাপ কৰা নাই জানো?'

উত্তৰ দিবলৈ গৈ হাঁহিলো। প্ৰহ্লাদে ক'লে, 'নিশ্চয় কৰিছে। মুখ দেখিয়েই ধৰিব পাৰিছো। কিয় শুনা নাই জানো?- প্ৰয়াগত মূৰ খুৰাই পেলালে পাপীৰ সৰ্বত্ৰ পৰিত্ৰাণ। খুৰুৱাই পেলাওক, তাৰ পিছত

পুনৰ পাপ কৰিব, একো নহয়। আগৰ পাপখিনিতো নোহোৱা হ'বলৈ দিয়ক।'

খনমাহীয়ে মুখ বিকটাই কৈ উঠিল—'ছি ছি কি অশুভ কথা। সঙ্গমত ঠিয় হৈ মুখৰ লাগবান্ধ নাই জানো।'

প্ৰহ্লাদে আনফালে মুখ ঘূৰাই লৈ কলে, 'থাওক তোমাৰ শুভ-অশুভ কথা। ৰাতিপুৱাৰ পৰা তুহাত এক নহল, সঙ্গম দেখুৱাইছে।'

তুহাত এক হোৱা মানে চিলিম ধৰা ভাগ্যে কথাখানি খনমাহীৰ কাণত নপৰিল। দেখিলো ব্ৰজবালা পানীত কঁপি আছে। মোলৈ এবাৰ চাই পুনৰ ওৰণি টানি ললে।

আমাৰ নাও প্ৰায় খনমাহী বাহিনীক ভেদ কৰি ঘাটত লাগিলহি। নাৱৰীয়াই সকলোকে হাতত ধৰি নাওৰ পৰা নমাই দিলে। শিৱ-পিয়ানী আৰু তেওঁৰ সঙ্গিনী ঠিয় হৈ আছিল।

মই নামি আহোঁতেই শিবপিয়ানীৰ দলে কলে, 'যাওঁ।'

উত্তৰ দিলো, 'বাৰু।'

শিবপিয়ানীয়ে তেওঁৰ কোলাত থকা শিশুক জোকাৰি দি কলে, 'কোৱা, যাওঁ বুলি।'

হঠাতে জোকাৰ খাই শিশু আচৰিত হৈ থমকি ৰ'ল। পিছমুহূৰ্ত্ততে হাত-ভৰি মাৰি কেইটামান দুৰ্বোধ্য শব্দ উচ্চাৰণ কৰিলে। শিবপিয়ানীয়ে যেন কলে, 'দেখিলাতো, কেনৈ কথা কব পাৰে?' তাৰপিছত হাঁহি হাঁহি তেওঁলোক আঁতৰি গ'লগৈ।

এটি নিশ্বাস পেলাই পুনৰ খনমাহী-বাহিনীৰ ফালে চালো। কিন্তু সেয়া কোন? খনমাহীৰ কাষত? সৰ্বনাশ! সৰ্বনাশী স্বয়ং। মোৰ নিজৰে বুকু কঁপি উঠিল। নেজানো চকুৰ পলকত কি ঘটনা এতিয়া ঘটে। কিন্তু আচৰিত। ইমান কাষত প্ৰায় গাতে লগা বুলি ক'ব পাৰি, তথাপিও খনমাহীৰ চকুত সৰ্বনাশী পৰা নাই।

আৰু এয়া কি বিচিত্ৰ বেশ সৰ্বনাশীৰ? এই বিচিত্ৰ বেশ তেওঁৰ কাপোৰত নহয়, সেন্দুৰত। তেওঁৰ শিৰত সেন্দুৰ, কপালত সেন্দুৰ। আৰু, আৰু তেওঁৰ ওচৰত এজন পুৰুষ। ক'লা বেমাৰী ক্ষীণ পুৰুষজনৰ ডিঙিত এজাপ মাছুলী। বহুদিন মূৰত নকটা এবোজা চুলি। ঠাওাত

থৰ থৰকৈ কঁপিছে। দুহাতেৰে সৰ্বনাশীক ধৰি আছে। অসহায় জীৱৰ দৰে তেওঁৰ মুখৰ ফালে চাই আছে।

সৰ্বনাশীৰ চঞ্চল চকুত ক'ত সেই দুৰন্ত কটাক্ষ, কণ্ঠত সেই চৰাইৰ মাত। গম্ভীৰ মুখত তেওঁৰ স্নেহজড়িত অথচ বিষণ্ণ হাঁহি। স্নিগ্ধ চকুৰে চাই আছে বক্ষলগ্ন পুৰুষজনক। কিবা যেন তেওঁক কৈছে আৰু অঞ্জলি ভৰাই তেওঁৰ মূৰত পানী ঢালিছে। পুৰুষজনে মূৰপাতি পানী লৈ শিশুৰ দৰে হাঁহিব ধৰিছে।

হঠাতে খনমাহীৰ গাত অলপ খুন্দা লাগিল। মুণ্ডিত মস্তকৰ খনমাহীয়ে তেতিয়া আহ্নিক শেষ কৰিছে মাত্ৰ। বিৰক্ত হৈ উভটি চালে। বুজিলো, এতিয়াই লাগিব। কিন্তু আচৰিত কাণ্ড। দেখিলো খনমাহীৰ বিৰক্ত মুখত হাঁহিৰ আভাস। মুণ্ডিত মস্তক, প্ৰকাণ্ড মুখত সেই হাঁহি যে কিমানখিনি বিচিত্ৰ সেয়া নেদেখিলে বুজা নেযাব। কিন্তু কিয়? খনমাহীয়ে জানো চিনিব নোৱাৰিলে? পৰিবেশ আৰু কামৰ গুণত মানুহৰ চেহেৰাও জানো সলনি হয়?

যায়। নেজানো, কেনেকৈ সৰ্বনাশীক চিনিব পাৰিলো। কিন্তু খনমাহীয়ে স্থুল ওঁঠ দুটি বিস্ফোৰিত কৰি সুধিলে, 'সোণ, এওঁ কোন? তোমাৰ স্বামী?'

সৰ্বনাশীয়ে উত্তৰ দিলে, 'হয়।'

মাহীৰ চকুত দেখিলো বেদনাৰ ছায়া। ক'লে 'আহা, বহুদিন বোধহয় বেমাৰত ভুগিছে?'

সৰ্বনাশীৰ চকুতো দেখিলো তেনেকুৱা ছায়া। কলে, 'হয়, বহুতদিন।'

খনমাহীয়ে সমবেদনাৰে কেইটিমান মুহূৰ্ত্ত পুৰুষজনলৈ চাই থাকিল। তেওঁৰ চকু চল্‌চলীয়া হৈ উঠিল। এটি নিশ্বাস পেলাই পৰম আশ্বাসৰ সুৰত কলে, 'ভাল হৈ যাব মা। ইমান কষ্ট কৰি সঙ্গমলৈ লৈ আহিছা যেতিয়া, এওঁৰ পৰমায়ু কোনে নিব পাৰে? তোমাৰ অলঙ্কাৰ আৰু সেন্দুৰ অক্ষয় হৈ ৰওক, চিৰ-আয়ুষ্মতী হোৱা।'

কৈ আকাশৰ ফালে মুখ তুলি খনমাহীয়ে নমস্কাৰ কৰিলে। নেজানো, এই বিদেশিনীয়ে আশীৰ্বাদৰ কি অৰ্থ বুজিলে। তেওঁ তেওঁৰ স্বামীক বাৰে বাৰে সঙ্গমৰ পানী ঢালি দিবলৈ ধৰিলে। কিন্তু মোৰ মনৰ মাজত অকল বিস্ময়ে নাছিল, আৰু কিবা আছিল।

যি আছিল, সেয়া মোৰ আনন্দমুখৰিত বিস্ময়, শ্ৰদ্ধা আৰু বেদনাৰ নমস্কাৰ। নমস্কাৰ মানুহৰ জীৱনৰ আৰু হৃদয়ৰ কোটি কোটি বৈচিত্ৰ্যেৰে ভৰা অপৰূপ বিচিত্ৰতাক।

ভাবিছিলো এই তিৰোতা অকল সৰ্বনাশৰ বাটে বাটে বাটকুৰি বাই যোৱা সঙ্গিনী। ভাবিছিলো, সেই সৰ্বনাশৰ অকল পাপলীলা। ধ্বংসৰ উন্মাদনাত, মানুহৰ প্ৰতি অশ্ৰদ্ধাত আৰু প্ৰেমহীনতাত, তেওঁ মাত্ৰ যৌৱনৰ অগ্নিকণা মানুহৰ চকুত ছটিয়াই যায়। অস্বীকাৰ নকৰো, তেওঁৰ ভ্ৰষ্ট জীৱনৰ পঙ্কিল হাতৰ পৰা নিজৰ পইচাৰ বেগটো সযত্নে ৰক্ষা কৰি মনলৈ ধিক্কাৰ আহিছিল। ভাবিছিলো, বোকাত ডুবি যোৱাৰ কাৰণে হাত পৰিছিল। সেই বুকুতে হাত থৈ এয়া কোন এক পইচাই সৰ্বস্ব—এই ভাবধাৰাৰ অসহায় মানুহ আমি?

এয়া মনৰ চেন্টিমেণ্ট হয় নে নহয় নেজানো। কিন্তু এই পুৰুষজন যদি তেওঁৰ স্বামী নহৈ আন কোনোবাপথৰ মানুহ হ'লহেঁতেন, তেনেহলে জানো নত হৃদয়ৰ এই নমস্কাৰ ওভটাই নিব পাৰিলোহেঁতেন! কোনে পাৰিলেহেঁতেন? হৃদয়ৰ কোনো এক অংশ জুৰি যাৰ আছিল এই লীলাক্ষেত্ৰ, প্ৰেম আৰু স্নেহত যে সৰ্বনাশীয়ে এনেকুৱা মূৰ্তি ধৰিব পাৰে, যি এনেভাৱে অমৃতত হয় একাকাৰ, সেয়া পঙ্ক বুলি উভটি যাম—সেই দুঃসাহস মোৰ নাই। আৰু যেন কোনোদিনাখনে কাৰো নাথাকে।

অকল খনমাহীয়ে নহয়, দলৰ আন কোনোৱে সৰ্বনাশীক চিনি নেপালে। সৰ্বনাশীয়েও চিনি পালে নে নাই সেয়াও নেজানো। মোৰ লগত চকুৱে চকুৱে পৰিলেও হয়তো মোকো চিনিব নোৱাৰে। নোৱাৰে, কাৰণ, মই যে তেওঁৰ জীৱনৰ কোনো নহয়। এতিয়া তেওঁ ডুব দি আছে। তাত তেওঁৰ নিজৰ মেলা। তাৰপৰা যেতিয়া ভাঁহি উঠিব, তেতিয়াহে এই বাহিৰৰ মেলা, আমি, মই।

ভিৰ ঠেলি ওপৰলৈ আহিলো। আজ বাৰু দেখাদেখি নহওক! তেওঁ যি বৈচিত্ৰ্যেৰে ভৰা দুৱাৰ মোৰ চকুৰ আগত খুলি দিছে, সেই দুৱাৰমুখত জমা হৈ যাওক মোৰ বিস্ময় আৰু নমস্কাৰ।

ওপৰলৈ উঠি আহি দেখো যে ঘোঁৰাৱালা দৌৰিছে। নেহৰু আহিছে। মানুহৰ গতি হঠাতে দুফালে গৈছে। একালে প্ৰধানমন্ত্ৰী, আনফালে সঙ্গম।

হঠাতে গাত ঠাণ্ডা লগাত উভটি চালো। সৰ্বনাশ। দেখা পায়ে যে আঁতৰি গলো। এডাল সাপৰ নেজাংশ গাত লাগিছিলহি। নেজডাল টানি ডিঙিত মেৰুৱাই লৈ দাঁত উলিয়াই সাপৰ মালিকে হাঁহিব ধৰিছে। ভঙা মাতেৰে কলে, 'ভয় নেখাবা বেটা, এয়া মন্ত্ৰপূত শিৱ-হাৰ।'

এনেয়ে ভয় খাই আছিলো। তাৰ উপৰি হাঁহি হাঁহি এই ভয়ঙ্কৰ শিৱ-হাৰৰ কথা শুনি খং উঠি গ'ল। কলো, 'বেচ হৈছে। সাপৰ নেজ লগাই মতাৰ বাহিৰে আন উপায় নাই নেকি?'

মানুহজনৰ পিন্ধত লেতেৰা গেৰুৱা আলখাল্লা। হিচাব ধৰিলে এশমান টাপলি মৰা পোৱা যাব। কিন্তু ডিঙিত ইমান ডাঙৰ সাপ এডাল দেখিয়ে হয়তো ইমান ভিৰৰ মাজতো জনতাক কিছু আঁতৰত ৰাখিছিল। যিজনেই দেখা পায়, ভয়তে কিছুদূৰ আঁতৰলৈ যায়গৈ। কান্ধত মোনা এখন। হাতত বিচিত্ৰ লাঠি। লাঠিতো নহয় যেন এডাল আঁকোৰা-পঁকোৰা সাপ।

মোৰ খং উঠা মুখৰ ফালে চাই হাঁহিলে। হাঁহি কলে, 'যদখ' বাবুজী, যিজনক স্পৰ্শ কৰে তাৰ কপাল ভাল। তোৰ কপাল ভাল দেখিছো বাবুজী।'

কৈ সঁচাকৈয়ে কেইমুহূৰ্ত্তমান মোৰ কপালখন নিৰীক্ষণ কৰিলে। বুজিলো, গতি ভাল নহয়। মা-দেউতা আত্মীয় বন্ধুজনে যি কপাল কোনোদিনাখনে ভাল দেখা নাছিল, সেই কপাল আজি হঠাতে এই আলখাল্লাধাৰীৰ ওচৰত ভাল হৈ উঠাতো ভাল নহয়। আঁতৰি যোৱাৰ ভাও জুৰি কলো ঃ 'হয়তো হয়।'

মানুহজনে খৰ্ ধৰকৈ মোৰ ওছৰলৈ আহি কলে, 'শুন্ বেটা, কলৈ যাৱ? তোৰ ভাগ্য ভাল। কপালত তোৰ শিৱ লীলা কৰিছে। তোক আজি মই মহাদেৱৰ প্ৰসাদ দান কৰিম।'

কৈ মোনাত হাত ভৰাই বন্ধ মুঠি উলিয়াই আনি কলে, 'হাত পাত।'

বুজিলো, বিপদ হ'ল। হাতত কি বা দিয়ে? এবাৰ এক সাপৱলাই এনেভাৱে হাত পাতিবলৈ কৈ হাতৰ ওপৰত এডাল জীৱন্ত বিছা দিছিল। অৱশ্যে সেই বিছাৰ শুং নাছিল। কিন্তু শিয়ৰি উঠাতো স্বাভাৱিক। এয়াও যদি তেনেকুৱা হয়।

কলো, 'কি আছে, দেখুৱা।'

কলে, 'খং নকৰিবা বেটা! হাত পাত, দিছো।'

কি মুচ্‌কিল! ইফালে আমাৰ চাৰিওকালে ভিৰ হবলৈ আৰম্ভ কৰিছেই। মই যিমানে আতৰি যাবলৈ খোজো তেওঁ সিমানেই মোৰ পিছ লয়। হাত পাতিব লগা হ'ল; সৰু জাতৰ পোক এটা, কিন্তু মৃত। বস্তুটো সৰু, টান আৰু লোমশ।

সুধিলো, 'কি এইটো?'

সৰু মাতেৰে কলে, 'শিয়ালৰ শিং।'

শিয়ালৰ শিং? বহুতো চতুষ্পদীৰ শিং দেখিছো চকুৰে আৰু ছবিত। কিন্তু এনেকুৱা অভূতপূৰ্ব বস্তুতো কোনো দিনাখন দেখাও নাই, শুনাও নাই। শিয়ালৰ আকৌ শিং গজে, বিশ্বাস অবিশ্বাসৰ কথা বাৰু মুঠিল। কিন্তু শিয়ালৰ শিঙেৰে মোৰেই বা কপাল কেনেদৰে খুলিব? সুধিলো, 'কি কৰিম এইটোৰে?'

মানুহজনে হাঁহি কলে, 'তই একো কৰিব নালাগে। তই মাত্ৰ থৈ দিবি। যি কৰিব লাগে, স্বয়ং শিৱই কৰিব। সকলো শিয়ালৰ শিং নহয়। যিটোৱে মহাদেৱৰ দৰ্শন পায় তাৰে শিং গজে। কেতিয়া? যেতিয়া মহাদেৱে কালিকা দেৱীৰ লগ পাবলৈ আহে, তেতিয়া যি শিয়ালে তেওঁৰ সাক্ষাৎ পায় তাৰেই শিং গজে। তোৰ কপাল ভাল, যে তই পাই গলি।'

সেয়া হয়তো হয়। কিন্তু যি সাধনা মই কৰা নাই, তাৰ ফলৰ ভাগেই বা কিয় লওঁ? নেজানো মহাদেৱৰ দৰ্শনপ্ৰাপ্ত কোন সেই ভাগ্যবান শিয়াল, আৰু তাৰ শিং কাটি ভাগ্যবান আজি এই সাধক। কিন্তু যি দেখিছো মোৰ ভাগ্যৰ দুৰ্গম পথত যাত্ৰা। এইটোৰে মোৰ হব কি?

কোৰ দ্বিধান্বিত ভাব দেখি আলখাল্লাধাৰীয়ে খৰ্‌ধৰকৈ মোৰ কাণৰ ওচৰলৈ মুখ আনি ফুচ্‌ফুচাই কলে, 'ইচ্ মে বশীকৰণ হোতা হ্যায় বেটা। দুনিয়া তোৰ বশ হব। মনৰ মানুহ তোৰ ওচৰলৈ আহিব। তোৰ মন ভৰি উঠিব।'

হাঁহি উঠিল। যি মন লৈ পথলৈ ওলাই আহিছিলো, সেই মনৰ হাঁহি যেন এই কেইদিনৰ শেষত গঙ্গা-যমুনাৰ তীৰত নিজ স্বৰূপ লৈ

ওলাই আহিল। বশীকৰণ, সেয়া মনৰ মানুহক। মনৰ মানুহ বিচাৰোতে কোনোবা হয় বৈৰাগী। কোনোবাই আকৌ পোৱাৰ পিছত বৈৰাগী। কোনোবা আকৌ পাইও বৈৰাগী। মনৰ মানুহ! সেয়া কেনেকুৱা নেজানো। ক'ত তেওঁৰ ঘৰ, কেনেকুৱা ৰূপ সেয়াও নেজানো।

অকাৰণত কি প্ৰয়োজন মনৰ মানুহক শিয়ালৰ শিং দি ব্যতিব্যস্ত কৰাৰ? তেওঁ যে অলক্ষিতে এই লক্ষ মানুহৰ হাঁহিৰে মোক বিদ্ৰূপ কৰিব। কলো, 'সাধুজী, এয়া মোৰ দৰকাৰ নাই।'

কিন্তু তেওঁ নিৰাশ হোৱাৰ পাত্ৰ নহয়। গম্ভীৰ মুখেৰে কলে, 'বেটা, সকলো দৰকাৰটো তই বুজিব নেলাগে। এয়া তই লবই লাগিব। বতাহ নলগাবি, পৱিত্ৰ জ্ঞানেৰে মোনাত থৈ দে। আৰু মোক খুচী কৰি দে।'

তেওঁক খুচী কৰাটোৱেই বোধহয় আচল। বুজিলো, শিয়ালৰ শিং নিদিয়াকৈ নেৰে। সুধিলো, 'কেনেভাৱে, কোৱা?'

সি অলপ সময় চকু মুদি আকৌ খুলি। কলে, 'বেছি নহয়, মোক টকা পাঁচোটা দে।' লগে লগে মই বশীকৰণ যন্ত্ৰ আগুৱাই দি কলো—'এই লোৱা তোমাৰ বস্তু। পাঁচ টকা দি মই কিনিব নোৱাৰো।'

কিন্তু তেওঁ মোতকৈও চতুৰ। কলে, 'এয়া কিনা-বেচাৰ কথা নহয় বাবা—দান। তোমাৰো দান মোৰো দান। বাৰু দুটকাকে দিয়া।'

মই আকৌ হাতখন আগবঢ়াই দি কলো, 'মোক ৰেহাই দিয়া সাধুজী, দুটকাও মোৰ হাতত নাই।'

'কিমান আছে বেটা?' -

মিছা কথাৰ আশ্ৰয় নলৈ নোৱাৰিলো। কলো, 'চাৰি অনা আছে।'

চকুত অবিশ্বাসৰ ভাব দেখা দিলে। মোৰ আপাদমস্তক নিৰীক্ষণ কৰিলে। হতাশ হৈ ডিঙি জোকাৰি কলে, 'তেনেহলে ওভোটাই লব লাগিব।'

ৰক্ষা পৰিলো। ওভোটাই দিব খোজোতে কলে, 'দানতো ওভোটাই লব নোৱাৰো, বাৰু চাৰি অনাকে দে। তোৰ কপালত আছিল।'

ইমানখিনিয়ে যাতে হ'ল আৰু অলপ চোৱা যাওক। কলো, 'তোমাকে যদি চাৰিঅনা দিও মই কি খৰচ কৰিম? দুঅনাকে লোৱা।'

এইবাৰ মুখত কথা নাই। তীৰ্থক্ষেত্ৰত যে মোৰ দৰে এনেকুৱা পুণ্যাৰ্থী থাকিব পাৰে এয়া বোধহয় তেওঁ ভবাই নাছিল। বৰ বিমৰ্ষ দেখা গ'ল। ক'ত তেওঁৰ সেই সাধনদীপ্ত চকু। দেখিলো করুণ দুটি চকুত তেওঁৰ নিৰাশাৰ গ্লানি। দুঅনাকে দিলো। তথাপিও তাকেই হাত পাতি ললে।

মই আগবাঢ়িব খোজা দেখি কলে, 'বাবুজী গৰীবক চাহ একাপকে খুওৱা।'

এইবাৰহে আচল মানুহজনে দেখা দিলে। জীৱনৰ খাদ্য বিচৰাৰ এয়াই তেওঁৰ পন্থা। মানুহৰ আচল মূৰ্তি দেখা দিলে কোনে তাক অৱহেলা কৰিব পাৰে। কলো, 'বলা, চাহ খাবা।'

সঙ্গমৰ এই তম্বু সমদ্ৰত চাহ দোকানৰ অভাৱ নাই। দোকানলৈ গৈ কলো যি খোৱা তাকে লোৱা, পইচা দিব নালাগে।'

গৰম চাহত ফুঁ মাৰি কলে—'আৰে বাপৰে, সেয়া মই ওভোটাই লব নোৱাৰো।'

বুজিলো, হাৰ নেমানে। চাহৰ কাপত মুখ দি তেওঁৰ বাহ্যজ্ঞান লুপ্ত হ'ল। শিয়ালৰ শিং দি বশীকৰণ কৰিব নোৱাৰিলে। সেই চকুৰে বশীকৰণ কৰিলে। চাহৰ পিছতো আৰু দুঅনা পইচা দি কলো, 'যাওঁগৈ সাধুজী।'

বিস্মিত হাঁহি তেওঁৰ মুখত দেখা দিয়াৰ আগতে মই ভিৰৰ মাজত হেৰাই গলো।

ভিৰৰ মাজত হিদেৰ মা'ক। হাতত ধৰি কলে, 'বোপা দেখেনি।

ঘূৰি ফুৰোতে দুপৰীয়া হৈছিল। আশ্ৰমলৈ আগবাঢ়িছিলো। দেখিলো, হিদেৰ মাকৰ সন্মুখত এজন সাধু।

সুধিলো, 'কি কৰিছে?'

হিদেৰ মাকে সাধুক দেখুৱাই কলে, 'এই বাবাজীৰ পৰা কথা শুনিছিলো। বৰ সুন্দৰ কথা কয়।'

কৈ হিদেৰ মাকে হাঁহিলে। শকত আৰু ফটা লেন্সৰপৰা দেখা গৈছে মুগ্ধ চকুযোৰ। কিন্তু হাঁহিটো যেন অসম্পূৰ্ণ। কলে 'তেনেহলে

যাওঁগৈ বাবাজী। বাবাজী কালিলৈ আকৌ আহিব। মোক এজন সদ্‌ব্ৰাহ্মণ সাধু লগ পোৱাই দিব। মই তেওঁক ভোজন কৰাম।'

সাধু ক্ষীণদেহী। প্ৰকাণ্ড জটা। তথাপিও এই শীততো নগ্নদেহ। মাত্ৰ কৌপিন পিন্ধি আছে। 'ভাল কথা মা, মইও ব্ৰাহ্মণ। মোকে ভোজন কৰোৱা।' হিদেৰ মাকে এক মুহূৰ্ত্ত সাধুক চাই ললে। তাৰ পিছত কলে, 'বেচতো বাবা, তুমিয়ে মোক আশীৰ্বাদ কৰিবা।'

মই কলো, 'তেনেহলে মই যাওঁগৈ?'

কিন্তু হিদেৰ মাকে মোৰ হাতখন এৰি নিদিলে। কলে, 'যাবা কিয়? বলা বাবাজীক খুৱাওঁগৈ। তুমি চাই যোৱা।'

কৈয়ে কোনো আপত্তি নুশুনি মোৰ হাতত ধৰি লৈ গ'ল। মোৰ কৰিবলগীয়া একো নাছিল। কৌতূহল অনুভৱ নকৰিলো। বৰং অলপ ভয়েই আছিল। হিদেৰ মাকে খুৱাব, কিন্তু কিহেৰে খুৱাব।

সন্মুখৰ এখন খোৱা দোকানত সোমাল। দোকানত সিমান ভিৰ নাই। খোৱা বস্তু সজাই থোৱা আছে।

হিদেৰ মাকে দোকানৰ পৰা পানী আনি ঠাই এডোখৰ মচি সাধুক বহিবলৈ কলে।

সাধুই সুধিলে, 'কিমান খুৱাব পাৰিবি মা?'

উত্তৰ দিলে, 'যিমান খাব পাৰা।' দোকানীক খোৱা বস্তু দিবলৈ দিলে।

কিছু সময়ৰ পিছত মোৰ মুখ শুকাই গ'ল। এয়া কেনে খোৱা। খোৱাৰ মাজত জিৰণিয়ে নাই। কিন্তু হিদেৰ মাকে মুগ্ধ চকুৰে সেই খোৱা চাই আছে। মোৰ মুখ শুকাই গৈছিল, কাৰণ মোৰ যে ভয় এটা। সেই ভয় খুৱাই দিছে হিদেৰ মাকে। ইমান পইচা তেওঁ ক'ৰ পৰা দিব? তেতিয়া হ'লে, ভাবিবলৈ যিমানে সঙ্কোচ হওক, তেতিয়া হ'লে হিদেৰ মাকে এইবাবেই স্নেহেৰে মোক হাতত ধৰি মাতি আনিছে নেকি?

এইবাৰ দোকানীৰ চকুতো সংশয় দেখা দিলে। সৰু দোকান। তথাপিও এজনৰ পক্ষে সেয়া অমানুষিক। যিমানে খোৱা বস্তু শেষ হবলৈ ধৰিলে সিমানে তেওঁৰ সংশয় বাঢ়ি গ'ল। এবাৰ চাইছে হিদেৰ মাকৰ ফালে, এবাৰ মোলৈ। মোৰ পিন্ধা কাপোৰৰ ফালে। তেওঁৰ

চকুৰ দৃষ্টি দেখি মোৰ বুকু কঁপি উঠিছে। এয়া মোক কি বিপদত পেলালে।

কিন্তু আচৰিত। সহজ আৰু নির্বিকাৰভাবে সাধুয়ে খাই আছে। তেওঁৰ জানো খোৱাত কষ্ট হোৱা নাই? মানুহজন দেখাত বেচ ক্ষীণ, কিন্তু খাইছে!

দোকানীয়ে সুস্থিধি নোৱাৰিলে, 'আৰু দিম মাইজী?'

'নিদিবা কিয়? তেওঁ যিমান খাব খোজে দি থাকা। খুৱাই তোমাৰ-মোৰ সকলোৰে সুখ। কি কোৱা বোপা?'

কৈ মোলৈ চালে। কিন্তু ইমান অসহায় বোধহয় কেতিয়াও বোধ কৰা নাছিলো। যিয়ে নহওক, মোৰ সংশয় পাৰ হৈ সন্দেহ বদ্ধমূল হ'ল। পকেটত থকা পইচাৰ মোনা যেন বন্দী এন্দুৰৰ দৰে ওলাই অহাৰ কাৰণে জপিয়াব ধৰিছে। এইটো যদি ক'ৰবাত লুকুৱাই থব পাৰিলোহেঁতেন! কিন্তু কোনে জানিছিল যে ইমান বিপদত পৰিম। মোৰ তো কোনো সন্দেহ নাই, 'দিয়াতকৈ সুখ আৰু কি আছে?' —এই কথা যে মই শুনিব লাগিব। কিন্তু ইমান ডাঙৰ দুখৰপৰা কোনে মোক উদ্ধাৰ কৰিব? কোনে উদ্ধাৰ কৰিব হিদেৰ মাকৰপৰা?

যিজনে খাইছে আৰু খুৱাইছে অকল তেওঁলোকে নিৰ্বিকাৰ, তৃপ্ত, মুগ্ধ। মাত্ৰ স্বস্তি নাই দোকানীৰ আৰু মোৰ। মোৰ শঙ্কিত মুখ দেখি সন্দেহ ঘনীভূত হৈছে দোকানীৰ। কোনে জানে, চকুৰ নির্দেশত পহৰা বহুৱাইছে নে নাই।

দোকানীয়ে ঘোষণা কৰিবলৈ বাধ্য হ'ল, 'মোৰ এই বেলাৰ খোৱা সকলো শেষ হৈছে। টকা দি আপোনালোকে আন দোকান বিচৰক।'

আচৰিত হৈ চাই দেখো যে সঁচাকৈয়ে তেওঁৰ সকলো শেষ।

হিদেৰ মাকে সাধুক সুধিলে, 'বাবা আৰু খাবা?'

মন মোৰ ক্ষুব্ধ হৈ উঠিল। কিন্তু মানুহৰ অতি-মানবিকতা নাইবা পশুত্বত মোৰ বিশ্বাস নাই, শ্ৰদ্ধাও নাই। গল্পত শুনিছিলো, কোনোবা কালত কোনোবাই ইমান খাব পাৰিছিল, পাৰিছিল নাই নেজানো। কিন্তু আজি চকুৰ সন্মুখত বিৰক্তি আৰু ভয়ত সেই দৃশ্য দেখিবলৈ পাইছো।

সাধুই পানী খাই হাত মছিলে। এটি উগাৰ মাৰি, ক্ষুধাতৃপ্ত মুখখন তুলি কলে, 'নাই, আৰু নেখাওঁ। মোৰ পেট ভৰিছে।"

তথাপিও ভাল। কিন্তু যিখিনি খাইছে, সেয়া যে বহুত। সেই বহুতৰ কি উপায় হব ? মানস চকুৰে দেখিবলৈ পালো, হিদেৰ মাকে সেই চকু দুটি দাঙি লৈ মোক কৈছে, কি যে কৈছে মোৰ মৃৰত সোমোৱা নাই।

হিদেৰ মাকে সাধুক কলে, 'বাবা, মোক লৈ কোনোৱে সুখী নহয়। তুমি আনন্দিত হলে মোক আশীৰ্বাদ কৰিবা।' কৈ তেওঁ প্ৰণাম কৰিলে।

সাধুই কলে, 'তোমাৰ প্ৰাণত আনন্দ হওক।'

কৈ সাধু আঁতৰি গ'ল। হিদেৰ মাক ঠিয় হৈ উঠি লৈ দোকানীক কিমান পইছা হ'ল সুধিলে।

দোকানীয়ে কলে, 'খুচুৰা হিচাপ ধৰা নাই মাইজী। সেৰ হিচাবে তোমাৰ উনৈশ টকা তিনি অনা হৈছে।'

হিদেৰ মাকে মোলৈ এবাৰ চালে। তাৰ পিছত কঁকালৰ পৰা এটা পুৰণি টোপোলা উলিয়ালে। খোলোতে দেখা গ'ল জাপি থোৱা নোট আৰু খুচুৰা পইচা। সকলোবোৰ এটি এটিকৈ হিচাব কৰিলে। আকৌ আচল খুলিলে। তাতো পইচা আছিল। সেইবিলাক গণি কেইঅনামান পুনৰ আচলত বান্ধি থলে। বাকীখিনি দোকানীৰ হাতত তুলি দি কলে, 'গণি লোৱা বাবা।'

আচৰিত হৈ চাই আছিলো। হিদেৰ মাকৰ হিচাবৰ লগত দোকানীৰো হিচাব হৈ গৈছিল। তেওঁ টকা হাতত লৈ মুগ্ধ চকুৰে যেন দেৱীদৰ্শন কৰিছিল। খৰ্‌ধৰকৈ গদীৰ ওপৰত টকা থৈ মৰম মিহলি মাতেৰে কলে, 'মাইজী মোৰ হিচাব হৈ গৈছে, এয়া মোৰ ভগবান দান।'

হিদেৰ মাকে মোলৈ উভটি চালে। চকুত তেওঁৰ পানী, মুখত হাঁহি। তাৰ পিছত মোৰ পৰা দৃষ্টি আঁতৰাই নি বাহিৰৰ জনাৰণ্যলৈ চালে। ফুচ্‌ফুচাই কলে, 'মোৰ বুকুৰ পৰা শিলৰ পাহাৰহে যেন খহি গ'ল। আনন্দ হওক প্ৰাণত। মোৰ প্ৰাণৰ সকলো নিৰানন্দ ধুই মচি যাওকগৈ!'

কৈ কৈ কি এক আচৰিত আবেগত হিদেৰ মাক ভাঁহি গ'ল। মোক নেমাতিলে, উভটিও নেচালে। কোনো এক মহানন্দৰ সকলো ভুলোৱা বতাহ আহি তেওঁক যেন টানি লৈ গ'ল।

মই মূৰ তল কৰি ঠিয় হৈ আছিলো। মোৰ সকলো শঙ্কা, ভয়, মোৰ সকলো অহঙ্কাৰ চূৰ্ণ কৰি তেওঁ আঁতৰি গ'ল। হিদেৰ মাকৰ জীৱনত যি ভক্তি, যি বিশ্বাস, মোৰ সেয়া নাই। হয়তো ইয়াকে আত্মসম্মোহন বুলি কয়। কিন্তু তেওঁৰ এই ভক্তি বিশ্বাসৰে মোৰ মনৰ সঙ্কীণতাৰ স্পৰ্দ্ধাকে ভাঙি দি গ'ল। এই অবাস্তৱতা, অলৌকিকতা, সকলো জানিও তেওঁৰ সকলো দিয়াৰ আনন্দৰ মৰ্য্যাদাকতো অৱহেলা কৰিব নোৱাৰি। যিয়ে এনেকুৱাভাৱে দি যায়, তেওঁক এটকা দি মই করুণাৰ আত্মপ্ৰসাদ লাভ কৰিছিলো। বিদ্ৰূপ নহয়, কথা নহয়, নিজৰ আনন্দ আৰু বেদনাৰে তেওঁ মোৰ আত্মপ্ৰসাদক ধিক্কাৰ দি গ'ল। তেওঁ মোক সাধুক খোৱা নিশিকালে। মোৰ নিজৰ বিশ্বাসৰ প্ৰতি হৃদয়ৰ সকলো দ্বাৰা অসঙ্কোচে উন্মোচনৰ শিক্ষা দি গ'ল। সেয়েহে তেওঁ এনেভাৱে দিয়াৰ কথা কৈছিল। সেই কাৰণে কৃপণ বুঢ়ীয়ে মিঠা মাতেৰে কৈছিল, 'মোক দুই-চাৰি অনা পইচা দিবা বোপা?'

ব্যাকুল হৈ চালো। নাই, হেৰাই গৈছে হিদেৰ মাক। মাত্ৰ সন্মুখত জনাৰণ্য। হাঁহিমুখৰ কোলাহল।

ৰাতিপুৱাৰ পৰা যেন দিনটো ধুমুহাৰ গতিত পাৰ হৈ গ'ল। সকলোৱে প্ৰাণভৰি সঙ্গমত ডুব দিলে। নেজানো, গম পোৱা নাই, কি অমৃতৰ আজি তাতে সঞ্চাৰ হৈছিল। সকলোৱে বুকু ভৰাই কি আনিলে, কিহৰ উন্মাদনাত মানুহ এনেদৰে বলিয়া হৈছিল। প্ৰথম দিনাখনৰ পৰা পৰিচিত সকলোৰে মুখবোৰ চকুৰ সন্মুখত ভাঁহি উঠিল। সকলোৰে সকলো কথা।

সঁচাকৈয়ে, মই ভগৱান বিচাৰি অহা নাছিলো। ডুব দিবলৈ আহিছিলো লক্ষ হৃদয় সাগৰত। এতিয়া, মুহূৰ্ত্ততে ভাব হৈছে মোৰ গোটেই বুকুখন খুব গধুৰ। সেয়া যে কিহৰ ভৰত এনেকুৱা পাষাণ হৈছে নাজানো। ইমান লক্ষ লক্ষ মানুহ। মই ডুব দিয়াৰ সময় হৈছে

নে নাই নেজানো। কিন্তু প্ৰাণভৰাই এটি নিশ্বাসো লব পৰা নাই কিহেৰে মন এনেভাৱে ভৰি উঠিল ? মই কি পালো ?

দিন শেষ হৈ আহিছে। গোটেই দিনটো বলিয়াৰ দৰে ঘূৰিছো। দেখা হৈছিল বহুতৰে লগত। এইবাৰ সময় হৈছে নিজৰ লগত দেখা হোৱাৰ। আজিও এই উত্তৰ প্ৰদেশৰ মাঘৰ আকাশত মেঘ আছিল। খুব সামান্য। তাতেই শেষ ৰ'দৰ ৰেঙনি পৰিছে। ৰঙ লাগিছে। শেষ হোৱাৰ আগতে বোধ হয় ৰঙৰ প্ৰাচুৰ্য্য এনেদৰেই বৃদ্ধি পায়।

আশ্ৰমলৈ উভটি যোৱাটো উচিত বুলি ভাবিলো। কিন্তু পেটৰ পোৰণি যেন সহ্য হৈ গৈছে। গতিকে বিশেষ কষ্ট পোৱা নাই। ব্ৰজবালাৰ অভিমানক্ষুব্ধ চকু দুটি যেন দেখিবলৈ পাইছো, তম্বুৰ পৰা যেন জুমি জুমি চাইছে। তথাপিও যমুনাৰ ফালে এনেয়ে আগবাঢ়ি গলো।

গৈ থাকোতে থাকোতে কিহত যে ভৰিখন লাগি গ'ল। আচৰিত হলো। ভৰিখন কোনে চেপি ধৰিছে। ভিক্ষুক। চাই দেখো যে মুৰত হাঁহি। বিকলাঙ্গ বলৰাম।

সুধিব খুজিছিলো, 'বলৰাম দেখোন।' তাৰ আগতেই তেওঁ বলিয়াৰ দৰে গান আৰম্ভ কৰি দিলে—যাৰ ভাবাৰ্থ এনেধৰণৰ ঃ তুমিনো কোন বলিয়া, তোমাক দেখো বহুদিনৰ চিনাকি যেন লাগিছে।

এই উদাত্ত কণ্ঠই আকাশ পৰশি গ'ল। মুহূৰ্ত্ততে ভাব হ'ল, বুকুত মোৰ স্তব্ধ জলধাৰা। সেয়া চকুপানী নে কি মই নেজানো। তাত বতাহ লাগিল, ঢৌ উঠিল আৰু বলিয়া নাৱৰীয়াৰ দৰে সেই পানীত বলৰামে নাও চলাই দিলে। বলিয়াতো মই নহয়। বলিয়া যে তেওঁ। কৌতূহলী কিছুমান নৰনাৰীয়ে এই বিচিত্ৰ দৃশ্য চাইছিল। কিন্তু বাধা দিওঁ কেনেকৈ। কলো, 'বলৰাম শুনা।'

বলৰামে আকৌ গান আৰম্ভ কৰিলে।

বলৰামৰ আনন্দ দেখি, খং কৰিব নোৱাৰিলো। তথাপি, কৌতূহলী নৰনাৰীৰ পৰ্য্যবেক্ষণৰ লাজ যে এৰাব পৰা নাই। তেওঁৰ হৃদয়াবেগত লাজৰ অন্ধকাৰ হয়তো আঁতৰি যায়। কিন্তু মোৰ পক্ষে তাৰ উৰ্দ্ধত উঠাতো কঠিন। মাতিলো 'বলৰাম।'

বলৰামে হাঁহি হাঁহি গান গাই বলিয়া। বোধহয় গানৰ সুৰ এতিয়াও নতুনকৈ ওলাই আহিছে। কলে, 'কওক।'

কলো, 'মানুহ জমা হৈছে।'

'বেছ, তেনেহলে বলক, কলৈ যাব খুজিছিল। কিন্তু ঠাকুৰ—এৰি নিদিওঁ।'

ছি-ছি-ছি, বলৰামে মোক বাৰে বাৰে ঠাকুৰ বুলি সম্বোধন কৰি মোৰ মানবিক অস্তিত্বক যেন বেছিকৈ জনাই দিলে। কলো, 'যমুনাৰ পাৰলৈ—'

কথা শেষ হোৱাৰ আগতেই তেওঁ কলে, 'সেয়াই ভাল, সেয়াই ভাল।'

তাৰপিচত চুচৰি চুচৰি মোৰ আগে আগে তুহাতত ভৰদি যাবলৈ ধৰিলে। মোক পথ দেখুৱাই গ'ল। তেওঁৰ স্বাভাবিক গতিবেগৰ কষ্ট দেখি নিজৰেই কষ্ট হয়। কিন্তু তেওঁক ৰ'ব দিয়াৰ শক্তি নাই। তুৰ্গৰ ওচৰৰ যমুনাৰ পাৰত বহিলহি। ডিঙি বেঁকাকৈ হাঁহি কলে, 'বহিব লাগিব কিন্তু।'

শুকান বালিচৰ। মূৰৰ গামোচাখন খুলি খৰ্ খেদাকৈ মাটিত পাৰি দিলে। জানো, মোৰ আত্মাভিমান আছে, ধুলি-বালিৰ বিচাৰ আছে। কিন্তু সেই বুলিয়ে ইয়াত গামোচা কিয়? বলৰাম ইমান আনন্দিত যে মই জানো অলপ বহিব নোৱাৰিম? কলো, 'গামোচা কিয়?'

বলৰামে জিভা কাটি মাটি দেখুৱাই গুণ্ গুণকৈ উঠিল, 'বালিত বহিব কিয়, গামোচা কিয়, বহিব মোৰ হৃদয় আসনত।'

বলৰামে কলে, 'এনেভাৱে যমুনাৰ পাৰলৈ অহা নাই। আহিলো যেতিয়া, এটি গানকে গাওঁ, অনুমতি দিয়ক।'

কলো, 'গোৱা।'

বলৰামে আৰম্ভ কৰিলে গান। গানৰ কথা, সুৰৰ আমেজ, উদাত্ত কণ্ঠই পৰিবেশ উষ্ণ কৰিলে। বলৰামে যমুনাৰ ৰূপ সলাই দিলে। শীত, তথাপিও বতাহ ঝিৰ্-ঝিৰকৈ বৈ আছে।

বলৰামে কলে, 'কিমান চকুৰ পানীত তুমি নীলা হৈছা, সেয়া মই জানো।'

চাই দেখিলো, বলৰামে মোৰ মুখৰ ফালে চাই হাঁহিছে। কলে, 'এয়াতো সেই পানী।'

'ভাবো, এতিয়াও জানো ঠাকুৰৰ বাঁহী বাজে। দৌৰি আহে গোপিনী। সুৰত তাল নাই। বাঁহী বাজিব, কিন্তু ভৰিৰ তাল নেবাজে?'

কৈ তেওঁৰ কি হাঁহি। হাঁহি কলে, তেনেহলে এই যমুনাৰ পাৰত বহিয়েই. কওঁ, এবাৰলৈ জানো মনত পেলাব নেলাগে? লাখ লাখ মানুহ পাইছে বুলিয়ে আমাক জানো এনেদৰে পাহৰিব লাগে?'

কলো, 'নাই নাই, তোমালোকৰ আশ্ৰম চিনি নেপাওঁ।'

কলে, 'সেয়াতো দুৰ্গৰ ওচৰত। নন্দগোপাল মাধবাচাৰ্য্য বাবাজীৰ আশ্ৰম। আজি কিন্তু যাব লাগিব। মই জানো অকলে? আৰু মানুহ আপোনাৰ কাৰণে অপেক্ষা কৰি আছে। সদায় মোক সুধি থাকে, 'তোমাৰ তেওঁ ক'ত?'

আৰ্চৰিত হৈ সুধিলো, 'কোন বলৰাম? লক্ষ্মীদাসী?'

হাঁহি হাঁহি কলে, 'অকল লক্ষ্মীদাসীয়ে নহয়—তেওঁ আছে, আৰু আছে। নিজে গৈ চাব লাগিব। যাবতো?'

বলৰামৰ মুখলৈ চাই 'নেযাওঁ' বুলি কব নোৱাৰিলো।

প্ৰাক্-চন্দ্ৰোদয়-মুহূৰ্ত্তত প্ৰদোষকালৰ দৰে পাতল অন্ধকাৰে ছাটি পেলাইছেহি। চাওঁতে চাওঁতে যমুনা কালিন্দী হ'ল। দুৰ্গৰ গাঢ় ছায়া ঢউৰ লগে লগে কঁপি উঠিল। সঙ্গমৰ কোন ভূমিত অস্থায়ী টাৱাৰটি চহৰৰ পানী-টেঙ্কৰ দৰে দেখা গৈছে। ৰাজকীয় অতিথিসকলৰ কাৰণে সেইটো বনোৱা হৈছে। সাধাৰণৰ তাত আৰোহণত চাবি অনা দৰ্শনী লাগে।

টাৱাৰৰ কাষেৰে ভিৰ ঠেলি বলৰামৰ লগে লগে আগবাঢ়ি গ'লো। বলৰাম মোৰ লগে লগে গৈ আছে। মোৰ আঠুত মাজে মাজে তেওঁৰ মুৰ লাগি গৈছে। মোৰ কেনে ভাগ্য। জন্মবিকলাঙ্গ সঙ্গী মোৰ। দেখা পোৱা নাই তেওঁৰ মুখ। ঘূৰি চালেও দেখা নেপাওঁ। তেওঁ মোৰ লগত চুচৰি চুচৰি গৈ আছে।

দুই এটা পোহৰ জ্বলিব ধৰিছে। আজি বহুত ভিৰ। দোকানবোৰ সম্ভাৰেৰে পৰিপূৰ্ণ, স্তূপাকাৰ বেলোয়াৰী চুড়ি লৈ চুড়িৱালীৰ দল ইফালে সিফালে বহিছে। পোহৰ পৰি ৰামধেনুৰ পোহৰ হৈছে। দোকানক ঘেৰি বিভিন্ন নাৰী। তেওঁলোকৰ গোলমালে ৰঙ বেছি কৰি তুলিছে। এয়ে দেশৰ নিয়ম। এনে উছৱ আনন্দত

লাখপতিৰ গৃহিণীৰ পৰা দৰিদ্ৰ গৃহিণীয়েও বহুবোৰ কাঁচৰ চুড়ি পিন্ধে। আজমগড়ৰ কুমাৰসকল নানা কাৰুকাৰ্য্যপূৰ্ণ মাটিৰ বস্তু লৈ বহিছে। চিগাৰেট খোৱা মানুহৰ মন ভুলোৱা ছাইদানিৰ পৰা, আহা 'মৰো মৰো' ভাবৰ ভাঙৰ চিলিম লৈ। ফুলদানী টি-পটৰো অভাৱ নাই।

এইবোৰ চাবলৈ মন যায়। বলৰামক এৰি যাবৰ মন যোৱা নাই। তাতে ৰাতিৰ ভিৰ। বলৰামক কোনোবাই মাৰি থৈ গ'লেও তেওঁৰ কৰিবৰ একো নাই। লগত যেতিয়া আছো তেওঁকতো এৰি যাব নোৱাৰো। কিন্তু আচৰিত। হাতত ভৰ দি গৈ আছে, কিন্তু কণ্ঠৰ গুণ্‌গুণনি হলে কমা নাই।

বলৰামে মাতিলে, 'ঠাকুৰ।'

কলো, 'বলৰাম, এই নামটো জানো বাদ দিব নোৱাৰি?'

বলৰামে কলে, 'মনে যে ইচ্ছা কৰে। মই জানো মাতো; এয়া আপোনাৰ নাম নহয়, প্ৰাণে এই নামেৰে আপোনাক মাতিলে।'

তেনেহলে এই নামেৰে বলৰামে মাতক। কলো, 'কি কৈছিলা?'

বলৰামে কলে, 'কৈছিলো, মোৰ ঠাকুৰৰ মুখখন ইমান শুকান কিয়। এই কেইদিনত চেহেৰাও ক্ষীণাইছে। কষ্ট হৈছে?'

যিজনৰ ইমান কষ্টৰ জীৱনযাত্ৰা তেওঁ মোক সুধিছে কষ্টত আছো নে নাই। কিন্তু বলৰামৰ মন-প্ৰাণ সম্পৰ্কে মোৰ সংশয়ৰ অৱকাশ নাছিল। এই সংসাৰত কিছুমান চকু আছে, সেইসকলক ফাঁকি দিব পৰা নাযায়। তেওঁলোকৰ এক অদৃশ্য অনুবীক্ষণ যন্ত্ৰই প্ৰতিটি বিন্দু খুটিয়াই চায়। বলৰামে ঠিক দেখিছে। সংসাৰ-বিবৰ্জিত পঙ্গু মানুহ এজনে সংসাৰৰ আচল কথাবোৰ দেখিছো ঠিক জানে।

কলো, 'মেলাৰ কথাতো। ঘূৰি ফুৰোতে দিন যায়, সেই কাৰণে।'

হঠাতে বলৰামে কলে, 'তাতেই আকৌ অকলে অকলে, নহয় জানো? কোনোবা এজন লগত থাকিলে চকুৱে ৰাখিব পাৰিলেহেঁতেন। বেমাৰ হলে যে বৰ বিপদ হব ঠাকুৰ। সাবধানে থাকিব।'

কৈ তেওঁ ঘূৰি ডুকাষৰ তম্বুৰ মাজৰ সৰু পথ ধৰিলে। কাণলৈ আহিল খোল-কৰতালৰ শব্দ।

বলৰাম ৰ'ল। ময়ো ৰলো। তম্বুৰ কাষত কোনোবা এজন ঠিয় হৈ আছিল।

অদূৰত থকা হেজাক লাইটৰ পোহৰ আহি মুখত পৰিছেহি। সেই মূৰ্তি মাইকী মানুহৰ।

বলৰামে তেওঁক কিবা কবলৈ খোজোতেই মুহূৰ্ত্ততে তেওঁ ভিতৰলৈ সোমাই গ'ল।

বলৰামে ডিঙিৰ স্বৰ বঢ়াই মাতিলে, 'কাক ধৰি লৈ আহিছো, চোৱাহি।'

তাৰ পিছত মোক কলে, 'মোৰ ওপৰত খং কৰিছে। আপোনাক চিনিব পৰা নাই।' কৈয়েই বলৰাম হাঁহি হাঁহি গান গাবলৈ ধৰিলে।

বুজিলো, সেইজনী লক্ষ্মীদাসী। নিশ্চয় বৰ খং কৰিছে। কিন্তু মধ্যবয়সী লক্ষ্মীদাসীৰ চকুতো এনেকুৱা অগ্নিবৰ্ষণ হয়?

সুধিব খুজিছিলো, ইমান খং কিয়। তাৰ আগতেই লক্ষ্মীদাসী আহি উপস্থিত। চল্লিশ বছৰীয়া মানুহজনীৰ লাজ, বিস্ময় আৰু আনন্দত ভৰি উঠিত তেওঁৰ চকু দুটি। কিন্তু হাঁহিবলৈ গৈ ঠাওাত ফটা ওঁঠ বেচাৰীৰ খোল নাখালে। ওচৰলৈ আহি কলে, 'ঠাকুৰ, আহক, আহক, মনত পৰিছে?'

বলৰামে কলে, 'কি মনত পৰিছে? মনত পেলাব লাগে। ধ্যান কৰি ধৰি আনিব লাগে।'

কিন্তু লক্ষ্মীদাসীয়ে ঘূৰিয়ে নেচালে। হাতযোৰকৈ কলে, 'ভিতৰলৈ আহক, অলপ বহিব লাগিব, এতিয়াই এৰি নিদিওঁ।'

বলৰামে কলে, 'আহক ঠাকুৰ।'

ভিতৰত সতৰঞ্জী পতা আছিল। ঘৰৰ ভিতৰত ৰাধা-কৃষ্ণৰ দীৰ্ঘ যুগলমূৰ্ত্তি। সন্মুখত নামাৱলীধাৰী কিছুমান মানুহে খোল-কৰতাল লৈ দুলি দুলি নাম গোৱাত ব্যস্ত। এজনে ভাবাবেগত ঠিয় হৈ হাত নচুৱাই আছে। বিজুলী পোহৰ নাই। এটা মাত্ৰ হেজাক লাইট জ্বলি আছে। এইখনে হ'ল শ্ৰীনন্দগোপাল মাধবাচাৰ্য্যৰ আশ্ৰম। সম্ভবতঃ, এই তম্বু আৰু ঘৰবিলাক এই আশ্ৰমৰ শিষ্যসকলৰ।

মোক দেখা পাই পৰিবেশৰ সুৰ বেসুৰা হ'ল। বেশভূষাৰ মিল নাই। বোধহয় মোৰ চেহেৰাও আশ্ৰমৰ লগত মিল খোৱা নাছিল। নিতান্ত নিৰীহ মুখবোৰ ডাঙি কৌতুহলেৰে মোলৈ চালে। এলাহাবাদ ষ্টেচনত এওঁলোকৰে কেইজনমানক লক্ষ্মীদাসীৰ লগত দেখা পাইছিলো।

তেওঁলোকৰ চকুৱে-মুখে সদায় গ্ৰাম্য দৰিদ্ৰ বৈষ্ণৱৰ ছাপ। বুজিলো, মোৰ দৰে মানুহ এনেকুৱা আড়ম্বৰহীন আশ্ৰমলৈ নাহে। ইমানদিনে অহাও নাছিল। সম্ভৱতঃ চকুতে নপৰে। মোৰো চকুত পৰাৰ কথা নহয়। বলৰামে টানি লৈ আহিল।

কাষেদি এটা জুপুৰীৰ ভিতৰলৈ সোমাই গলো। লক্ষ্মীয়ে আসন পাতি দি ক'লে, 'বহক।'

কলো, 'পলম হৈ যাব।'

বলৰামে হাঁহি কলে, 'পলমকৈ আহিছে, হেপাহ নপলোৱালৈ আপোনাক এৰি নিদিওঁ।'

কৈয়ে লক্ষ্মীৰ ফালে চাই কলে, 'ঠাকুৰাণ, ঠাকুৰৰ মুখখন বৰ শুকান শুকান লাগিছে। ৰাধা-মাধৱৰ অলপ প্ৰসাদ—'

মই লগে লগে বাধা দি কলো, 'নাই, নালাগে।'

বলৰামে কলে, 'নালাগে কি। একোৱে বৈ নেথাকে। বুকুত হাত দি চাওক, সেয়াও বৈ নেথাকে। ইচ্ছা কৰিলে জানো সেয়া বন্ধ কৰি ৰাখিব পাৰে? যিমান সময চলি থাকে থাকিবলৈ দিযক ঠাকুৰ।'

জানো, বলৰামৰ লগত কথাত নোৱাৰো। অকল কথাই নহয়। কথাৰ লগতে আছিল তেওঁৰ সেই নিৰন্তৰ হাঁহি। সেই হাঁহি যেন ব্যাখ্যাহীন আনন্দৰ প্ৰকাশ। সেইফালে চালে মুক-মুগ্ধতাত স্তব্ধ হব লাগে। বলৰামে তেতিয়া চকু মুদি তেওঁৰ আজন্ম সঙ্গী গান গাই আছে।

উভটি চাই দেখো লক্ষ্মীদাসী। হাতত দুটি পিতলৰ ঘটি। কিন্তু তেওঁ নিথৰ, বিহ্বল। তেওঁৰ সেই ক'লা চকু দুটি মেলি সকলো পাহৰি বলৰামৰ ফালে চাই আছে। যেন, গানৰ সুৰৰ মাজত ডুব দিছে, একাত্ম হৈছে গানত। 'অকল গানতে নহয়, ৰূপতো অন্ধ হৈছে। মই এজন মানুহ, লক্ষ্মীদাসীৰ চকুতে নপৰিল। একে আচৰিত দৃষ্টিৰে মূল গায়নৰ ফালে চাই আছে। গুণ্‌গুণনি বন্ধ বলৰামে চকু মেলি চালে। বলৰামৰ চকুত পৰাত তেওঁ দৃষ্টি আঁতৰাই নিলে। এটি ছমুনিয়াহ কাঢ়ি ঘটি দুটা আমাৰ সন্মুখত থলে। তাৰ পিছত দুখন শালপাতৰ থলেহি। শালপাতৰ ওপৰত খিচুৰী, বেঙেনা ভজা, বন্ধাকবিৰ তৰকাৰী দিয়া আছে। বলৰামকো তাকেই দিছে।

বলৰামে কলে, 'ঠাকুৰৰ লগত মোকো দিলা ?'

বলৰামৰ কথা শুনিলে কাণত লাগে। নেজানো, কি দি বলৰামৰ মন পাইছো। এডাল ছিগাৰেটৰ বাহিৰেতো একোৱে দিয়া নাছিলো।

লক্ষ্মীদাসীয়ে কলে, 'আপোনালোকে খাওক ঠাকুৰ।' বুলি কৈ লক্ষ্মীয়ে বেঁকাকৈ বলৰামৰ ফালে চালে। খাই থাকোঁতে ভাবিলো, বলৰামক মই যে হিংসা কৰিম এই কথা বিশ্বৰ কোনোৱে বিশ্বাস নকৰে। কিন্তু এয়া সঁচা, ভবাও নাছিলো, বলৰামৰ জীৱনৰ চৌদিশে এনে নিৰাপত্তাৰ এটি সুৰক্ষিত বেৰ আছে বুলি। তেওঁৰ খোৱা-পিন্ধাত, বিহাৰত কোনো সযত্ন হাতৰ স্পৰ্শ যে থাকিব পাৰে, এইকথা মনলৈ অহা নাছিল বলৰামক যেতিয়া প্ৰথমে দেখা পাইছিলো। ভাবিছিলো, পথৰ ভিখাৰী, তাৰপিচত আখৰাৰ মূল গায়ন। আৰু আজি এক শাৰীত বহি আহাৰ কৰিবলৈ বহিছো। মোৰ ঢাক খাই থকা চকুৰ আগত বিস্মিত মুক্ত প্ৰাঙ্গণ কোনে খুলি দিলে বুজিব নোৱাৰিলো। লক্ষ্মীদাসী নে বলৰামে ? হৃদয়াবেগ, ভক্তি আৰু গানৰ পৰিচয় পাইছিলো বলৰামৰ কথা আৰু গানত। সেয়া এটি দিশ। আৰু অন্য দিশত দেখুৱাই দিলে তেওঁৰ লক্ষ্মীদাসীয়ে।

হঠাতে লক্ষ্মীদাসীয়ে মাতিলে, 'ঠাকুৰ।'

চাই দেখো তেওঁৰ চকুত পানী। আচৰিত হৈ সুধিলো, 'কি কৈছা ?'

উত্তৰ দিলে, 'আপত্তি আছে, বিচাৰ কৰিব লাগিব।'

বিচাৰ ? এনেকুৱা দায়িত্বতো মোক' কোনোৱে কেতিয়াও দিয়া নাছিল। হঠাতে দেখিলো যে বলৰামৰ হাঁহিয়ে বাধা মানিব খোজা নাই। তেৱোঁ কলে, 'আহা, এৰা, বিচাৰ কৰিব লাগিব। দুয়োজনে এখেতৰ ওচৰত বিচাৰ বিচাৰোঁ।'

কৈয়ে বলৰামে হাঁহিবলৈ ধৰিলে। গোটেই দিন পিছত পেটত আহাৰ পৰি শৰীৰ অলপ ঠন্ ধৰি উঠিল।

লক্ষ্মীদাসীয়ে কলে, 'মানুহজনতো দেখিছেই। আৰু এই মেলা। মেলাতো নহয় নগৰৰ পথ। হাজাৰ হাজাৰ মানুহ, হাতী, ঘোঁৰাৰ বিৰাম নাই। অথচ কথা নাই বতৰা নাই, একো নোকোৱা নেমেলাকৈ যেতিয়াই তেতিয়াই বাহিৰলৈ ওলাই যায়। ক'ত গৈ বহি থাকে। কিবা এটা বিপদ আপদ হলে মই কলৈ যাম, কওকছোন ?'

কৈয়ে চকুপানীৰে মোলৈ চালে। এতিয়াহে বুজিলো, লক্ষ্মীদাসীৰ অভিমানৰ কাৰণ। সঁচাকৈয়ে বিকলাঙ্গ বলৰাম। বাহিৰৰ ভিৰততো সকলো সময়ত তেওঁৰ প্ৰাণ-সংশয়।

বলৰামে হাঁহি হাঁহি কলে, 'অনুমতি দিয়ক, এইবাৰ এই নিধমে উত্তৰ দিওঁ।' কৈয়ে লক্ষ্মীৰ ফালে এবাৰ চাই ক'লে, 'ঠাকুৰ, জন্মতে মই খোঁৰা। ইয়ালৈ লক্ষ্মীদাসীয়ে মোক আনিব খোজা নাছিল। জোৰ কৰি আহিছো। কিন্তু ইয়ালৈ আহি মই যে থিৰ হৈ থাকিব পৰা নাই। মোৰ শৰীৰ ভঙা, কিন্তু মনে যে নামানে। কোনে মোক আহ্বান কৰিলে মই নেজানো। আহিলো যেতিয়া ইয়াত পৰি থাকো কেনেকৈ? ঠাকুৰ, মই যে খোঁৰা, এনেভাৱে কেতিয়াও বুজা নাছিলো। আজি যেতিয়া বাৰে বাৰে দৌৰিবৰ কাৰণে ছটফটাই আছো, পাখি যেতিয়া মেলিব খুজিছো, তেতিয়া দেখো যে এই পাখিৰে উৰিব নোৱাৰো। আহিলো যেতিয়া যিখিনি পাৰো—'

লক্ষ্মীদাসীয়ে মোৰ ফালে চাই কলে, 'যদি কিবা এটা বিপদ-আপদ হয়?'

উত্তৰত বলৰামে কলে, 'অমঙ্গলৰ কথা চিন্তা কৰিব নেলাগে। সংসাৰত সকলো আছে বুলিয়ে জানো কোনোবা বহি থাকে?'

লক্ষ্মীদাসীয়ে কলে, 'কিবা যদি হয়, আমাৰ এই পৰিবেশ যে অন্ধকাৰ হব। ৰাধামাধব তো আন কাৰো গানতে সন্তুষ্ট নহয়।'

ৰাধামাধবৰ অনুভূতি সম্পৰ্কে মোৰ নিতান্ত ব্যৱহাৰিক মন চৈতন্যহীন। ভাব হ'ল, যদি বলৰামৰ বিপদ হয়, এই ঠাইত অন্ধকাৰ নামি আহিব। তেওঁৰ গান নুশুনিলে কোনো এক হৃদয়ৰ ৰাধামাধবে চিৰদিনৰ কাৰণে দুৱাৰ বন্ধ কৰিব।

বলৰামে কলে, 'লক্ষ্মীদাসী, বাহিৰত কিমান মানুহ। সন্মুখত যমুনা কেনেভাৱে বৈ আছে। তাত তেওঁ কাণ পাতি বৈ আছে। মই যে আচলজনক গান শুনাব খোজো।' কৈয়ে আকৌ বলৰামে গান আৰম্ভ কৰি দিলে।

লক্ষ্মীদাসীৰ মুখৰ কথা নাইকিয়া হ'ল। দুয়োটা চকু মেলি বলৰামৰ ফালে চাই থাকিল। ক'ত গ'ল অভিযোগ, বিচাৰ। ইয়াৰ কাৰণেই বোধহয় বিচাৰ, এই কণ পালে বোধহয় বিচৰাৰ প্ৰয়োজনো নাই।

কিন্তু মন আচৰিত হ'ল। এই বিকলাঙ্গ মূল গায়নে যে এনেভাৱে এটি নাৰী-হৃদয় আগুৰি আছে, সেয়া নেদেখিলে বিশ্বাস কৰা নাযাব। বুজিলো, এই সংসাৰত হৃদয়ৰ ৰীতি বিপৰীত পথেৰেও মাজে সময়ে ধাবিত হয়।

লক্ষ্মীদাসীৰ ধ্যান বলৰামে ভাঙিলে। কলে, 'কতা, তুমি যে ঠাকুৰক কিবা কৰ খুজিছিলা। ধৰি লৈ আহিলো। এবাৰ চাই লোৱা, কাক ঠাকুৰ বুলি কৈছো।'

কৈ মোক কলে, 'এই গানটো সেই আতাউল বাউলৰ ঠাকুৰ।'

লক্ষ্মীদাসীয়ে কলে, 'ঠাকুৰ, আপোনাৰ সেই কলিকতাৰ ৰবি বাউলৰ গান এটা শুনাব লাগিব।'

মন চমকি উঠিল। আকৌ সেই কথা। বলৰামৰ গান শুনি এক নিঃশব্দ সুৰতৰঙ্গ মোৰ মনত বাজি মোৰ বুকুত, মোৰ তেজৰ ধাৰাত বাজি আছিল। নেজানো কোন আতাউল, কিন্তু তেওঁ যে সুৰৰ ৰজা সন্দেহ নাই। সেই বুলি ৰবীন্দ্ৰনাথক সেই দললৈ অনাত মোৰ সঙ্কীৰ্ণ মনে বাৰে বাৰে বাধা দিলে। বাধা পালে, তথাপিও শিল্পাচাৰ্য্য নন্দলাল বসু অঙ্কিত সেই ৰবি বাউলৰ একতাৰা বজোৱা মূৰ্ত্তি বাৰে বাৰে মোৰ চকুৰ আগত ভাঁহি উঠিল।

কলো, 'তেওঁৰ বহু গান আছে। কোন গান যে বাউলৰ সেয়া ঠিক নাজানো। তাৰোপৰি মইতো গান গাব নাজানো।'

বলৰামে কলে, 'আমি নেমানো ঠাকুৰ। 'ছলছল চোখে ছলো হাসি হাসো, তোমায় চিনি গো, চিনি।' তেওঁৰ এটা গান শুনাওক। যিজনে কয় 'কবে তুমি আইসবে কইলে ৰইব না বইসে,' তেওঁৰ গান নুশুনিলে মোৰ আমঘাটালৈ উভটি যোৱা মিছা হব ঠাকুৰ।'

ধন্য কথা বলৰামৰ, ধন্য তেওঁৰ স্মৃতিশক্তি। এবাৰ কৈছিলো, ঠিক মনত ৰাখিছে। তথাপিও, এই বলৰাম যেন সুৰৰ নদী। আজি মই তেওঁৰ সেই সুৰ নিজৰাত ডুব দিছো। মুখত যিয়ে নকওঁ কিয়, মোৰ সকলো লাজ আৰু অক্ষমতাৰ সঙ্কোচ ধুই পেলাইছে। সুৰ আৰু কথা আপোনা-আপুনি মনলৈ ভাঁহি আহিল। সকলো বাউল গান নেজানো। তথাপিও লগাই দিলো, মোৰ জীৱন, সমাজ আৰু পৰিবেশ পাহৰি এক নতুন সংসাৰত জোৱাৰ তুলিলো—। মই গান গালোঁ।

বলৰামে প্ৰায় জাপ মাৰি মোৰ ওচৰ পালেহি। 'ঠাকুৰ, ফাঁকি দি পলাব খুজিছিল?'

লক্ষ্মীদাসীৰ চকুতো পানী।

মোৰ বিস্ময়ৰ অৱকাশ নাছিল। উচ্চাৰণত গ্ৰাম্য দোষ। তথাপিও ৰবীন্দ্ৰনাথৰ গান যে এই গ্ৰাম্য অশিক্ষিত মানুহবোৰৰ মনক এনেভাৱে উটুৱাই দিব, সেয়া কোনোদিনাখনে ভবা নাছিলো। ভাবিছিলো, তেওঁ অকল আমাৰ, আমালোকৰেই। আমাৰ ৰঙ্গমঞ্চৰ চেপি থোৱা দুৰ্বল কণ্ঠৰ ভোৰভোৰাই থকা সকলৰ! মই কলো, 'বলৰাম মই এতিয়া যাওঁগৈ। আন এদিনাখন আহিম।'

বলৰামে কলে, 'ভাল ঠাকুৰ, আপোনাক থাৰি নেৰাখো।' কৈ মোৰ লগত ওলাই আহিল।

কলো, 'তুমি লগত আহিব নালাগে, মই অকলেই যাব পাৰিম।'

কলে, 'নিজেতো যাব নোৱাৰে। মই লৈ যাব লাগিব।'

কলো, 'ক'ত হে?'

মোৰ কথাৰ উত্তৰ নিদি লক্ষ্মীদাসীৰ ফালে চাই হাঁহিলে। লক্ষ্মীদাসীও হাঁহিলে। তাৰপিছত কলে, 'বলক লৈ যাওঁ। মোক সদায় সোধে, তেওঁ ক'ত; উত্তৰ দিব পৰা নাছিলো। আজি উত্তৰ দি আহিম।'

লক্ষ্মী আগুৱাই আহি কলে, 'ঠাকুৰ, যিমান দিন ইয়াত থাকে সদায় এবাৰ যেন দেখা দিয়েহি।'

কলো 'চেষ্টা কৰিম।'

তম্বুৰ বাহিৰলৈ আহি দেখিলো, গোটেই মেলাখন জোনৰ পোহৰত উদ্ভাসিত হৈ উঠিছে। আকাশত পূৰ্ণিমাৰ জোন।

কলো, 'বলৰাম, এতিয়া আন কোনো ঠাইলৈ নাযাওঁ।'

বলৰামে কলে, 'নহয় ঠাকুৰ। এবাৰ নগলে যে নহব।'

সুধিলো, 'তাত কোন আছে?'

'তালৈ গলে দেখিব।'

লক্ষ্মীদাসী পিছে পিছে আহি এখন কম্বল বলৰামৰ সৰ্বাঙ্গত মেৰুৱাই দিলেহি। মোক এবাৰ মিনতি কৰি আঁতৰি গলগৈ।

য়াৰ লগা হ'ল। বুজিলো, নগলে বলৰামৰ পৰাজয়। নেজানো, তেওঁ আকৌ ক'ত কি কৈ থৈছে। তেওঁ দুৰ্গৰ প্ৰাচীৰৰ কাষে কাষে আগবাঢ়ি গ'ল। শাৰী শাৰী তম্বু। জোনৰ পোহৰত দেখিলো, নানা ধৰণৰ নিচান তম্বুবোৰৰ ওপৰত উৰিছে। এইফালে দোকান পোহাৰ কম, সেই কাৰণে ভিৰও কম।

গছ এডালৰ তলত থকা তম্বু এটিৰ ওচৰ পালোহি। তম্বুৰ সম্মুখত, কিছু ঠাই আগুৰি, মূৰৰ ওপৰত চামিয়ানাৰ দৰে ঢাকনি দিয়া আছে। চাওঁতেই চমকি উঠিলো। লগে লগে এটি খিলখিলাই হুহাঁ হাঁহিয়ে ৰজনজনাই গ'ল। জুইৰ চৌকাৰ পোহৰত দেখিলো, শ্যামাৰ হাঁহিৰে ভৰা উজ্জ্বল মুখখন। ছি-ছি-ছি, বলৰামে এয়া কলৈ লৈ আহিল। তেওঁক এই কথা কব খুজিছিলো। তাৰ আগতেই বলৰামে কপালত হাত লগাই শ্যামাক কলে, 'সদায় মোক কৈ থাকে 'সাধু তোমাৰ সেই বাবু ক'ত? এদিনাখন মাতি আনিবা।' আজি ধৰি লৈ আহিলো।'

ভাবিলো, উভটি যাওঁগৈ। জীৱনত এনেভাৱে কোনোদিনাখন লাজত পৰা নাছিলো। কোনে জানিছিল, বলৰামে মোক ইয়ালৈকে লৈ আহিব। লাজৰ লগতে খঙও উঠিল। বলৰামহঁতৰ হৃদয়াবেগ লোক-লজ্জাৰ কাষেদি নাযায়। সংশয়, সন্দেহ আৰু কষ্ট চকুৰ বাধাই নেমানে। কিন্তু মোকো জানো সেই বুলিয়ে ভাবিলে?

চাকৰণী পতিয়াই ৰুটী বেলি দিছিল, ভাজিছিল শ্যামাই। তেওঁৰ চকুত বিস্ময় আৰু হাঁহিৰ আভাষ। তেওঁ ঠিয় হৈ আকৌ হাঁহিলে। সেই হাঁহি শুনিছিলো পথে পথে। এক বন্দী বিহঙ্গৰ লৌহ-পিঞ্জৰাত শুনিছিলো। আৰু এই দুৰ্গকোণৰ, এই যমুনাতীৰৰ জ্যোৎস্নাভৰা পাতল কুৱলীয়ে ঢাকি থোৱা ৰাতি। এই ৰাতি যেন বন্ধপানীৰ নিস্তৰঙ্গ পানী। তাত যেন হাঁহিত হঠাতে বায়ু শিহৰণৰ কম্পন লাগিল। দুখ আৰু যন্ত্ৰণা এক নতুন হাঁহিৰ বাধা নেওচি যেন অপৰূপ অন্য কিহবাত ডুব দিব খুজিছে।

শ্যামাৰ ফালে চালো। সাজ-পোছাকত ঠিকেই আছে। চিক্কৰ শাৰী পিন্ধি ৰুটী সেকিবলৈ বহিছিল। উলৰ স্কাৰ্ফ কান্ধৰপৰা যেন ওলাই পৰিব খুজিছে। লক্ষ্য কৰি দেখিলো, বক্ৰ দৃষ্টিৰে তীব্ৰ অনুসন্ধিৎসুৰ ভাব। ওঁঠৰ কোণৰ হাঁহি যেন নিষ্ঠুৰ হব পৰা নাই, বৰং হঠাতে

লাজত ওলোৱা হাঁহিৰ তীব্ৰতাক সামান্যভাৱে করুণ কৰি তুলিছে। কেঁচা সোণৰ অলঙ্কাৰ তেওঁৰ ডিঙি আৰু হাতত চিকমিকাই আছে। তেওঁৰ অপলক চকুৰ দৃষ্টি মোৰ ওপৰত এনেভাৱে নিবদ্ধ হৈ আছিল যে মুখ ওভটাই লব পৰা নাছিলো।

শ্যামাই খৰধৰকৈ বহিবলৈ মুৰা এটা আগুৱাই দি বহিবলৈ কলে।

পতিয়াই যেনেভাৱে 'ৰাম' নাম ললে, অৰ্থ কৰিলে বোধহয় এনেকুৱা হব 'মৰণ'। হাঁহি বলৰামেও বহিবলৈ কলে। বহিম্? সঙ্কোচ এতিয়াও এৰাব পৰা নাই। সুধিলো, 'বাকীবোৰ কতা?'

শ্যামাই সুধিলো, 'বাকীবোৰ কোন?'

কলো, 'তোমাৰ সতিনী, স্বামী?'

ভুৰু কোঁচাই শ্যামাই কলে, 'তেওঁলোক নেথাকিলে বহিব পৰা নাযায় নে কি?'

এইবাৰ শ্যামাৰ কথাও বেঁকা হৈ উঠিল। লগে লগে কোনো উত্তৰ মুখলৈ নাহিল। তেওঁৰ মুখলৈ চাওঁতেই মন আড়ষ্ট হৈ উঠিল। তেওঁৰ মুখৰপৰা হাঁহি যেন আঁতৰি যাওঁ যাওঁ কৰিছে। তীক্ষ্ণ দৃষ্টিৰে মোৰ যেন বুকুৰ ভিতৰলৈ চাব খুজিছে।

কলো, 'নবহিম কিয়? এনেয়ে সুধিছিলো।'

শ্যামাই কলে, 'তেনেহলে ইমান অভিমান কিয়?'

অভিমান নহয়। অভিমান মোৰ মনৰ সামাজিকতা, ভব্যতা, লোকলজ্জা। কিন্তু বুজিলো, সামাজিক আচৰণবোৰ এই সময়ত বিবেকৰ পৰা বিসৰ্জন দি বহিব লাগিব। ভাবিছিলো, পথলৈ ওলাই আহিছিলো। লাজ, ঘৃণা, ভয় থাকিব নেলাগে। সেইবোৰ মনতে নেৰাখো। কিন্তু মোৰ তেজত যে আছে, এৰিম বুলিতো এৰিব পৰা নেযায়। তথাপিও ভাবিলো, শ্যামাৰ কথাত বহিবলৈ গৈ যদি কোনো বেদনাদায়ক অপমান লৈ উভতিব লাগে মই অহাৰ পথৰ ধূলিত সেয়া পেলাই থৈ আহিম। যদি নোৱাৰো, তথাপিও জীৱনৰ পলসে এদিন সেয়া ঢাক খুৱাই পেলাব।

বহিলো, তথাপিও বিস্ময়ৰ লগতে এক অজানা বিচিত্ৰ অনুভূতিয়ে মনটো আগুৰি থাকিল। অজানা, শ্যামাৰ হৃদয়ৰ গতি অজানা। তেওঁ খিলখিলাই হাঁহিলে, ঠাট্টা কৰিলে, তেওঁক বুজিব পাৰো। কিন্তু

বহিবলৈ দি যদি এনেকৈ মুখলৈ অপলক চকুৰে চাই থাকে, যদি তেওঁৰ মনৰ গোপন লীলাখেলা মুখৰ ছায়াত খেলি থাকে, তেনেহলে বহি থাকো কেনেকৈ ?

পতিয়াই দেহালতী ভাষাত বিদ্রূপ কৰি কলে, 'আৰু ৰুটি বনাব নালাগে নে কি ?'

শ্যামাই এনেভাৱে তাইৰ চুলিত ধৰি টানি দিলে যে পতিয়াই তাক চণ্ডালি কলে, 'উঃ মৰিলো। নিজৰ চুলিত ধৰি টানা। মোৰ কিয় ?'

কৈ মোক এবাৰ চাই, বলৰামৰ ফালে চাই হাঁহিলে। বুজিলো, অকল চাকৰণীয়ে নহয়, পতিয়া শ্যামাৰ বান্ধৱীও। পতিয়াৰ কথাত কিন্তু কাম হ'ল। শ্যামা মোৰ ওচৰত বহিলহি।

বলৰামৰ ডিঙিয়ে বাধা নেমানিলে। তেওঁ আপনমনে গুণ্‌গুণাই গাবলৈ ধৰিলে—'ক'ত যে কথা আছিল মনৰ মাজত, সেয়া আচল সময়ত নোলায় !'

বলৰামৰ কথা তেওঁলোকে নুবুজিলেও মইতো বুজি পাওঁ। বুজি পাই লাজ আৰু ত্রাসত চমকি উঠিলোঁ। এই পৰিস্থিতিৰপৰা হাত সাৰিবলৈকে খৰধৰকৈ কথা কবলৈ মুখ দাঙিলো। শ্যামাইও মুখ তুলিলে। বোধ হয় কিবা সুধিব খুজিছিল, ৰৈ গ'ল।

এক মুহূৰ্ত্ত মনে মনে থাকি শ্যামাই ক'লে 'কি কৈছিলা ?'

কব খুজিছিলো। কিন্তু কি কথা কব খুজিছিলো, সেয়া নিজেই নাজানো। কলো, 'একো নহয়। তুমি কি কৈছিলা ?'

শ্যামাই কলে, 'কৈছিলো, ক'ত আছা ? কোন আশ্রমত ?'

উত্তৰ দিলো।

তাৰপিছত কেনে আছো, ক'ত ক'ত ঘূৰিলো, ক'ত খাওঁ, সকলো সুধিলো। সুধিলে, উত্তৰ পালে, আৰু মাজে মাজে নিঃশব্দে হাঁহিলে। কলে, 'তোমাৰ সাধুক সুধিছিলো, তোমাৰ লগত দেখা-দেখি হয় নে নহয়। এনেকুৱা আচৰিত মানুহ তুমি !'

এয়া বোধহয় তেওঁৰ কৈফিয়ত। কিন্তু আচৰিত মানুহ কিয় ? কলো, 'কিয় ?'

তেওঁ কলে, 'কি জানো। ৰেলগাড়ীত সেইদিনাখন তোমাক খুব দুখ দিছিলো, নহয় ?'

সুধিলো, 'সেই কাৰণেই বোধ হয় মাতিছা ?' কলে, 'হয়।'

এনেভাৱে পতিয়া আৰু বলৰামে চাই আছিল আৰু নীৰবে শুনি আছিল যে আৰু বহি থাকিব নোৱাৰিলো। একেকোবে ঠিয় হৈ কলো, 'হাওঁগৈ।'

শ্যামাই সুধিলে, 'কালিলৈ আহিবাতো ?'

কিয়, সুধিবৰ ইচ্ছা আছিল। নোৱাৰিলো।

কিন্তু অহা-যোৱা কথাটোত ইমান গুৰুত্ব কিয় ?

কলো, 'পাৰোঁ যদি আহিম।'

কৈয়ে বাহিৰলৈ ওলাই আহিলো। বলৰামো আহিল। তেওঁৰ গুণ্‌গুণনি এতিয়াও বন্ধ হোৱা নাই। হেৰিকেনৰ পোহৰ ক'ৰবাত হেৰাই গ'ল। মাঘ মাহৰ পূৰ্ণিমাৰ পোহৰ গাত পৰিলহি।

শ্যামাৰ মৃদু আহ্বান শুনা গ'ল, 'শুনা।'

উভটি চালো। খয়েৰী ৰঙৰ চিক্কণ শাৰীত জোনৰ পোহৰ পৰি জিল্‌মিলাই উঠিল। ওচৰলৈ আহি কলে, 'সেইদিনাখন খং কৰিছিলা ?'

সেইদিনা মানে এদিনেই। বিদায়ৰ মুহূৰ্ত্তৰ হঠাতে সলনি-হোৱা মুখত তেওঁৰ সেই তিক্ত কথা। নজনাকৈয়ে সেইদিনাখন তেওঁৰ তিক্ত বেদনাৰ বন্ধ দুৱাৰত শব্দ কৰিছিলো। খং কৰিম কিয় ? দোষতো মোৰেই।

কলো, 'নাই, খঙতো কৰা নাই।'

'সঁচাই ? সঁচা কৈছা ?' সংশয়াকুল হাঁহি তেওঁৰ মুখত।

সংশয় কিয় ? কিয় খং কৰা নাছিলো, ইমানবোৰ কথা বুজাই কব নোৱাৰো। খং যে কৰা নাই, কৰিব পৰা নাই, সেই কথাতো জানো।

কলো, 'মিছা কম কিয় ? সঁচাকৈয়ে কৈছো।'

এইবাৰ হাঁহিৰ লগত তেওঁৰ চকুত কৃতজ্ঞতাই দেখা দিলে। কলে, 'কালিলৈ আহিবা। এই সময়ত।'

আকৌ চকুৱে চকুৱে পৰিল। হাঁহিৰ লগত এই বিষণ্ণ জোনৰ দৰে এক আবেশৰ ভাব তেওঁৰ চকুত ফুটি উঠিল। কপালৰ ফোট তেওঁৰ তৃতীয় নয়নৰ দৰে কঁপিছে। অনুৰোধত মিনতিৰ সুৰ।

উত্তৰ নিদিয়াকে আঁতৰি আহিলো। পাহৰা নাই, লগত বলৰাম

আছে। তথাপিও কথা কোৱা নাই। বাৰে বাৰে মন চমকিল। মানুহৰ মন। সেয়া যেন পথৰ কাষত ওলোমাই থোৱা আয়না। লক্ষ চমক তাৰ বুকুত।

শ্যামা স্বৈৰিণী নহয়। এটি ঘৰৰ এক বৃদ্ধৰ যুৱতী গৃহিণী। তেওঁৰ হৃদয়ত বহু বজ্ৰৰ অগ্নিস্ফুলিঙ্গ চেপা খাই আছে। উৎসৱৰ ৰাতি সেয়া খোলা আকাশৰ বুকুত বহু ৰঙৰ পোহৰেৰে জ্বলি উঠিব খোজে। চকু আৰু মন ভৰি উঠিব খোজে। উৎসৱৰ গৃহ ৰচনা সকলোতে কৰিব খোজে, জীৱনৰ বিড়ম্বনাৰ অন্ধকাৰত। সেই কাৰণে এই সমাজৰ সকলো পৰিবেশেই তেওঁৰ বাবে ভিন্ন আৰু বিচিত্ৰ।

কিন্তু মোৰ পথত যদি অন্ধকাৰ নামি আহে? কোমল হৈ থকা পথত যদি বাৰে বাৰে ভৰি বৈ যায়!

বলৰামে কলে, 'ঠাকুৰ মোৰ ওপৰত খং কৰিছে?'

কলো, 'নাই।'

'তেনেহলে কথা এটি কওঁ?'

'কোৱা।'

'কম, তাৰ আগতে একাপ গৰম চাহ পালে ভাল হ'লহেঁতেন।'

বলৰামকে দেখিছো ঠিক আছে। তেওঁলৈ চাওঁতেই চকুত পৰিল তেওঁৰ মুখত এমোকোৰা হাঁহি। এতিয়াও বহু ভিৰ। গাৰী, ঘোঁৰা আৰু মানুহৰ অবিৰাম অহা-যোৱা চলি আছে। জোনৰ পোহৰ পাই যেন সকলো বলিয়া হৈ উঠিছে।

দোকানৰ অভাৱ নাই। চাহ খাই খাই বলৰামে কলে, 'ঠাকুৰ গুৰু ধৰিছে?'

এয়া আকৌ কি কথা! কলো, 'গুৰু? কিয় হে?'

বলৰামে কলে, 'গুৰু নহ'লে জানো হয়।'

মই অন্যমনস্ক হৈ পৰিছিলো। সুধিলো 'তুমি গুৰু লৈছাতো বলৰাম?'

কলে, 'লৈছো। কিন্তু ঠাকুৰ গুৰুৰ সেৱা কৰি মোৰ মন নভৰে।'

সুধিলো, 'কোন তোৰ সেই গুৰু?'

বলৰামে কলে, 'যিজনে নিজে কান্দি মোক কন্দুৱায়।' কৈয়ে তেওঁ চকু মছিলে। চকুত তেওঁৰ পানী। কলে, 'ঠাকুৰ, কালিলৈ আহিব। নক্ষী দাসী আপোনাৰ কাৰণে বৈ থাকিব।'

গুচি আহিলো। শেষ, বলৰামৰ চকু-পানীত ডুব দিয়া মোৰ আজি শেষ হ'ল। বহু, বহু মুখ মনত পৰিছে। এই লাখ লাখ মানুহৰ শোভাযাত্ৰাত আজি তেওঁলোক মিহলি হৈ একাকাৰ হৈ গৈছে। কিমান গুৰু! পথ-প্ৰান্তৰত, কুটীৰত, বস্তিত, ইমাৰতত, ঘৰত, অগণিত গুৰুক মোৰ নমস্কাৰ জনাও। বাৰে বাৰে নমস্কাৰ জনাওঁ।

একেবাৰে যে যোৱাৰ ইচ্ছা নাছিল সেয়া কব নোৱাৰো। কিন্তু পিছদিনাখন আবেলি যাব পৰা নাছিলো। বহুতো চোৱাৰ বাকী আছিল। এতিয়া ঘুৰিলে পুনৰ ঘূৰা আৰু নহব। তথাপি ভাবিছিলো আবেলি এপাক মাৰিম বুলি। সন্ধ্যাবেলা নাৱত যমুনাৰ আনটো পাৰৰপৰা উভটি আহিছিলো। হঠাতে মেঘে আকাশ ছাটি পেলালে। ঘনে ঘনে বিজুলী মাৰিব ধৰিলে। যমুনাৰ বুকুত ঢউ উঠিল। নাও দুলিব ধৰিলে। বতাহ আহিল, অন্ধকাৰ ঘোৰ হৈ আহিল। ঘাটত নাও লগাৰ আগতেই বৰষুণ দিলে।

পাৰলৈ যেতিয়া উঠি আহিলো, তেতিয়া সৰ্বাঙ্গ মোৰ তিতি গৈছে। এনেয়ে উত্তৰ প্ৰদেশৰ মাঘৰ শীত। তাৰ উপৰি পানী। অসহ্য শীতত ভয়াবহ অৱস্থা। চাৰিওফালে সকলো দৌৰিছে। মানুহ আৰু পশু সমানে আশ্ৰয়ৰ সন্ধানত দৌৰিছে। দোকান পোহাৰো বন্ধ হব ধৰিছে। কোনোমতে আশ্ৰম পালোহি।

গোটেই ৰাতি বৰষুণ দিলে। ৰাতিপুৱা শুনিলো, কোনো এজন বৃদ্ধ সাধুৰ শীত আৰু বৰষুণত মৃত্যু হৈছে। হিমপ্ৰবাহৰ প্ৰথম চিকাৰ। তাৰপিছতেই অভিশাপৰ দৰে বালিচৰত ভীষণভাৱে হিমপ্ৰবাহ নামি আহিল। মেলা ভাঙিবলৈ আৰম্ভ কৰিলে।

মুকলি আকাশৰ বুকুত যিবোৰ সাধুই বসতি কৰিছিল, সেইসকলে ঘটি কম্বল লৈ নগৰৰ ফালে গুচি-গ'ল। যিসকলৰ তম্বু ভাঙি পৰিছিল সেইসকলো ঘৰলৈ গুচি গ'ল।

চাৰিওফালে পলোৱা পলোৱা চিঞৰ বাখৰ। মাত্ৰ গেঙনি আৰু যন্ত্ৰণাৰ চিঞৰ। ভগৱানৰ ওচৰত আবেদন নিবেদন। শীতৰ তাণ্ডৱ লীলাই চাৰিওফালে হুলস্থুল লগাই দিলে।

জুই, জুই লাগে। মানুহ পথলৈ নোলায়। মাত্র কঁপি কঁপি উটবোৰে কাঠৰ বোজা লৈ আহে। এলাহাবাদৰ কৰ্মবিহীন পুৰুষ-তিৰোতা কোনোৱে বেকাৰ হৈ নেথাকিল। সকলোৱে খৰি বিচাৰি আনি বিক্ৰী কৰা আৰম্ভ কৰি দিলেহি। এবেলা নেখালেও কথা নাই কিন্তু জুই হলে লাগিব।

জুই লৈ কঢ়াকঢ়ি, মৰামৰি। অৰ্থবান আশ্ৰমবিলাক ভালে আছে। তেওঁলোকৰ কাঠ, জুই আৰু ভাল তম্বুৰ অভাৱ নাই। কিন্তু অধিকাংশই গাঁৱৰপৰা কাঠ লৈ আহিছে। এটুকুৰা কাঠৰ কাৰণে তীৰ্থক্ষেত্ৰত কোলাহলৰ অন্ত নাই।

আমাৰ আশ্ৰমৰ কাষতেই গোলমাল। তিনিদিন ওলাবপৰা নাই। ইচ্ছা কৰাহেঁতেন ওলাবপৰা গ'লহেঁতেন। কিন্তু এই শীতত যামেই বা কলৈ? তাৰ উপৰি তিতা ওভাৰকোটটো শুকাওঁতে বা কিমান দিন লাগে? গোলমাল শুনি ওলাই আহিলো, এজন সাধুক আগুৰি দুজন মানুহ। সাধুৰ হাতত দুডালমান কাঠ। কি ঘটনা? সাধুজনে বোলে মানুহজনৰ দোকানৰপৰা কাঠ চুৰি কৰিছে। কিন্তু সাধু হলে কোনোমতে সত নেযায়। সাধুই ভয়ানক অভিশাপ বাক্য বৰ্ষণ কৰিছে। যেতিয়া একোতেই নেযায়, তেতিয়া মানুহ দুজনে সাধুক পিটিব ধৰিলে। সাধুই সেই পীড়ন পিঠি পাতি ললে। মাৰ খাব তথাপিও কাঠখিনি নিদিয়ে।

এদিনাখন নগৰলৈ গলো। ভৰদ্বাজ মুনিৰ আশ্ৰম দেখিলো। আনন্দভৱন দেখি কৌতূহল পলাল। পোষ্ট অফিচলৈ যোৱাৰ সকাম আছিল। তালৈ গৈ এক বন্ধুৰ লগত দেখাদেখি হ'ল। এলাহাবাদ বিশ্ববিদ্যালয়ৰ অধ্যাপক বন্ধু। তেওঁক এই কাহিনীলৈ টানি নানো। এদিনাখন দুৰ্গৰ ভিতৰলৈ যোৱাৰ নিমন্ত্ৰণ পালো। দুৰ্গৰ ভিতৰত সাধাৰণৰ প্ৰবেশ নিষেধ।

দুৰ্গৰ ভিতৰত গোলাপী ৰঙৰ আকবৰৰ সৌধটি, দেৱালৰ মাজত অকলে যেন ঠিয় হৈ আছে। দুৱাৰ সদায় বন্ধ থাকে। কাৰণ তাত বোলে বাৰুদৰ স্তূপ আছে। তাত সাধাৰণ কৰ্মচাৰীৰো প্ৰবেশ নিষিদ্ধ। মানুহৰ লগত যেন এক অতীত সৌধৰ অদৃশ্য মানুহে আচৰিত হৈ দেৱালে দেৱালে চকু মেলি বল। প্ৰবেশ দ্বাৰত কোনো দুৱাৰ নাই।

কোনোদিনাখন নাছিল। মখমলৰ পৰ্দা আঁৰি থোৱা আছিল। সেই পৰ্দাৰ ফাকেদি সঙ্গমৰ মুকলি বতাহ সোমাইছিল। বেলোয়াৰী কাঁচৰ ঝাড় ৰুণ্‌জুনকৈ বাজিছিল। এতিয়া খোলা দুৱাৰেদি বতাহ ভিতৰলৈ সোমাই পাক খাই খাই হেৰাই যায়। আকবৰৰ দুৰ্গ, দৰবাৰ। এদিনাখন ইয়াতে দৰবাৰ বহিছিল। এতিয়া পুৰণি ইমাৰত, গোন্ধত বতাহ গধুৰ হৈ গৈছে।

ওলাই আহিলো। এই সৌধৰ পূৱত দুই-মহলা অট্টালিকাৰ পিছত জঙ্গল আৰু পুৰণি প্ৰাচীৰ। প্ৰাচীৰৰ তলতেই গঙ্গা। দেখিলো, এঠাইত এডাল বিশাল বট। আচলতকৈ সুন্দ বেছি। বটৰ্ওপৰা আৰু বহুতো গুৰি সৃষ্টি হৈছে। বটৰ তলত অন্ধকাৰ। তলত গোবৰেৰে সযত্নে মছি থোৱা-হৈছে। লেখা আছে অক্ষয় বট।

এঁয়াই প্ৰাচীন আৰু প্ৰকৃত অক্ষয় বট। দুৰ্গৰ আন অংশ পাতাল-পুৰীত বহু দেৱ-দেৱীৰ লগত এডাল শাখাপত্ৰহীন বটৰ মোটা ডাল আছে। পাণ্ডাই কলে, এইডালে আচল অক্ষয়বট। ইতিহাসে সেই বুলি নকয়। সেইডাল আচল অক্ষয়বট নহয়, পাণ্ডাসকলৰ পইচা আদায় কৰাৰ সিদ্ধিবট হয়তো হব। শ্ৰীশিবনাথ কাটজু, এম-এল-এই গৱেষণা কৰি জনাইছে, অকলশৰে থকা বটডালে আচল অক্ষয়বট। ইয়াৰ ওপৰত ঠিয় হলে গঙ্গা-যমুনাৰ সঙ্গম দেখা যায়। মেলা আৰু তম্বুৰ সমুদ্ৰ।

এদিনাখন, এই গছৰপৰাই সহস্ৰ সহস্ৰ হিন্দু জপিয়াই পৰি সঙ্গমত প্ৰাণ দিছিল। তুলসীদাসৰ শ্ৰীৰামচৰিত মানসত আছে—

'সঙ্গম সিংহাসন্নু সুধি সোহা।
ছত্ৰ অক্ষয়বট মুনিমন মোহা ॥
পূজহি মাধব পদ জলজাতা।
পৰসি অক্ষয়বট হৰক্ষহি গাতা ॥'

হিউ-এন চাঙ, অল্‌বেৰুণী, আকবৰৰ সময়ৰ ইতিহাস লেখক আবদুল কাদেৰ বাদায়ুনী, সকলোৱেই লিখি গৈছে।

আৰু দূৰৈৰ সেই চৰ, সঙ্গমৰ তীৰভূমি। ক'ত কোন স্থানত মূৰত ৰাজমুকুট লৈ সম্ৰাট হৰ্ষবৰ্ধন বহিছিল। ক'ত বহিছিল তেওঁৰ পঞ্চবাৰ্ষিকী মহাসভা, য'ত যুদ্ধৰ উপকৰণৰ বাহিৰে সকলো দানছত্ৰ খুলি বিলাই দিয়া হৈছিল। কিন্তু আচৰিত। কুম্ভমেলাৰ ইতিহাস কতো নাই।

মাত্র লাখ লাখ নৰনাৰী যুগযুগান্তৰপৰা বলিয়াৰ দৰে ইয়ালৈ দৌৰি আহি জপিয়াই পৰিছেহি সঙ্গমত। কোনো কোনোৱে কৈছে, শঙ্কৰাচাৰ্য্য এই মেলাৰ প্ৰতিষ্ঠাতা। কিমানখিনি সঁচা নেজানো। ইতিহাসে সাক্ষী দিয়ে, শঙ্কৰাচাৰ্য্যই তেওঁৰ প্ৰচাৰ মঠ চাৰি ঠাইত কৰিছিল, শৃঙ্গগিৰিত শৃঙ্গগিৰি মঠ, দ্বাৰকাত সাৰদা মঠ, শ্ৰীক্ষেত্ৰত গোবৰ্ধন আৰু বদৰিকাশ্ৰম অঞ্চলত যোশী মঠ। প্ৰয়াগৰ উল্লেখো দেখা নাই।

ইতিহাসৰ কথাই যেতিয়া আহিল, শঙ্কৰাচাৰ্য্যৰ বিষয়ে আৰু অলপ কওঁ। সেই ইতিহাস কিছুপৰিমাণে ৰাজনীতিৰে ঘেৰা এঘাৰশ বছৰৰ আগতে আৰবসাগৰৰ ঢৌৱে ঢৌৱে তেতিয়া ইচলাম ধৰ্মপ্ৰচাৰকসকল ভাৰতৰ দক্ষিণ উপকূলত জপিয়াই পৰিছিল। ধৰ্মপ্ৰচাৰৰ নামত সেয়া ৰাজ্যদখলৰ বুদ্ধি বুলিয়ে কব পৰা যায়। আৰু হিন্দু নিম্নবৰ্ণৰ মানুহবোৰে তেতিয়া বৰ্ণহিন্দুসকলৰ দ্বাৰা এনে ভয়াবহভাৱে নিৰ্য্যাতিত যে, তেওঁলোকে দলে দলে মুছলমান হবলৈ ধৰিলে। মন্দিৰত প্ৰবেশাধিকাৰতো দূৰৈৰ কথা, ভগৱানকো মতাৰ অধিকাৰ নাই। ইচলাম ধৰ্ম উদাৰ মূৰ্ত্তি ধৰি দেখা দিলে। ৰজা প্ৰজাই একেলগে বহি প্ৰাৰ্থনা কৰিলেও ভগৱান অসন্তুষ্ট নহয়। তেতিয়া শঙ্কৰাচাৰ্য্যই ঘটনাৰ বুজ লৈ ধৰ্মক ভাঙি পুনৰ গঢ়ি তুলিলে। ইচলাম এক ? হিন্দুৰ ভগৱানো এক। উৎপত্তি হ'ল শঙ্কৰাচাৰ্য্যৰ কেৱলাদ্বৈতবাদ। নিৰ্গুণ উপাসনা। এই ধৰ্মান্দোলনত তেতিয়া প্ৰগতিশীলতাৰ গোন্ধ আছিল। আজি মূল্যহীন। তথাপিও আজিৰ ভাৰততো অস্পৃশ্যতা বিৰোধী অভিযান কৰিবলগীয়া হয়।

সেই সময়তো হয়তো সহস্ৰ সহস্ৰ মানুহ কুম্ভমেলালৈ আহিছে। জপিয়াই পৰি প্ৰাণ দিছে।

আজিও আহে, এতিয়াও আহে। মোৰ দৰে কিমান মানুহ আহিছে, কিমান মানুহে দেখিছে। তথাপিও ভাবো। সেইদিনাখনো জানো এনে বিচিত্ৰ মেলা বহিছিল ? এনেকুৱা বিচিত্ৰ নৰনাৰী তেওঁলোকৰ হাঁহি আৰু বুকুৰ পানী লৈ আহিছিল ? হয়তো আহিছিল। ইয়াতকৈও বিচিত্ৰতৰ মানুহ। বিচিত্ৰতৰ আছিল তেওঁলোকৰ হৃদয়লীলা।

শুনিলো, পেৰেড গ্ৰাউণ্ডত জুই লাগিছে। যি জুই এতিয়াও মানুহৰ প্ৰাণ, সেই জুই ৰুদ্ৰমূৰ্তিত দেখা দিলে। ভয় হ'ল। পেৰেড

গ্ৰাউণ্ডত বলৰাম থাকে। তাৰপিছত এদিনাখনো যোৱা নাছিলো। জুই লগাৰ কথা শুনি খৰ-খেদাকৈ তালৈ গলো। গৈ দেখিলো, বলৰামহঁতৰ তম্বু অক্ষত আছে।

বলৰামে কলে, 'জানিছিলো ঠাকুৰ আপুনি নহাকৈ থাকিব নোৱাৰে। ঠাকুৰ বুলি জানো এনেয়ে কৈছো। তাৰপৰা তেওঁ সদায় আহি সুধি আছেহি, ক'তা সাধু, তোমাৰ বাবুজীতো নাহিল ?'

মনে মনে কৈছিলো, 'ৰবা ঠাকুৰাণী, সময় হলে নিজে নিজে আহিব।'

বুজিলো, শ্যামাৰ কথা কৈছে। অভদ্ৰতাতকৈও ডাঙৰ কথা, শ্যামাৰ নিষ্পাপ হৃদয়লীলা দুদিনৰ কাৰণে হলেও সুৰ তুলিব খুজিছে। তেওঁৰ সেই বন্ধুত্বৰ মৰ্য্যাদা দিব পৰা নাই সমাজবোধৰ কাৰণে।

বলৰামে কলে, 'শুনিলো আপুনি বোলে সদায় নগৰলৈ যায়গৈ। এদিনাখন আপোনাৰ আশ্ৰমলৈ আমি গৈছিলো। গৈ শুনিলো, আপুনি নাই। আপোনাক কোনোৱে একো কোৱা নাই ?'

আচৰিত হলো। হয়তো, কালি ব্ৰজবালাই কিবা যেন কৈছিল। ভয়ানক ঠাণ্ডাৰ কাৰণে প্ৰহ্লাদে বিছনা লৈছিল। ব্ৰজবালাৰ মন বেয়া। তথাপিও যেন এবাৰ কৈছিল, কোনোবাই তোমাক বিচাৰি আহিছিল। ভাবিছিলো নগৰৰ কোনোবা। যেনেধৰণৰ নগৰত পৰিচয়ৰ উজান উঠিছে, কোনোবা অহাটো আচৰিত নহয়।

সুধিলো, 'তুমিও গৈছিলা ?'

বলৰামে কলে, 'অকলে নহয়, তেওঁলোক চাৰিওজনো গৈছিল। মোক কৈছিল, সাধু, মোৰ সতিনী নগলে তোমাৰ বাবুজী নাহিব। বলা ঘূৰি আহোগৈ। আপোনাক লগ নাপালো।'

স্তব্ধ হৈ ৰলো। বলৰামে কলে, 'এবাৰ যাব ?' বলৰামৰ হাঁহিমুখত ব্যাকুল প্ৰশ্ন।

কলো, 'বলৰাম, যোৱা নহব।'

ওভোটাৰ পথত লক্ষ্মীদাসী ওলাই আহিল। কলে, 'ঠাকুৰ আপুনি তেওঁক বাধা দি যাওক, যেন অকলে অকলে বাহিৰলৈ ওলাই নেযায়। আকৌ মেলাত মানুহ বাঢ়িছে। কালি ক'ৰবাৰ ভৰিৰ তলত পৰি

মূৰত আঘাতো পাইছে। আপুনি অলপ কওক, আপোনাৰ কথা শুনিব। মই কলে কয়, লক্ষ্মীদাসী—মনে যে নেমানে। আখড়া, ভোগ-পূজা থৈ তুমি মোৰ লগত আহা। যদি কওঁ, কলৈ? কয়, যলৈকে মনে টানে, মন যায়।'

লক্ষ্মীদাসী কান্দি উঠিল। বলৰামে কলে, 'লক্ষ্মীদাসী, তোমাৰ ওচৰতেইতো পাঠ লৈছিলো'—'বহি থকাৰ সময় নাই, বৃন্দাবনৰ বাঁহীয়ে যে মোক বাৰে বাৰে মাতিছে······'

তথাপিও কলো, 'বলৰাম সাৱধানে থাকিবা। এইভাৱে জীৱন নষ্ট নকৰিবা।'

সঁচাকৈয়ে, মানুহৰ সমাগম বেছি হবলৈ ধৰিলে। মাজতে ভাঙন ধৰিছিল, উভটি যোৱাৰ জোৱাৰ উঠিছিল। কিন্তু দ্বিগুণকৈ অহাৰ জোৱাৰ উঠিছে। ঠাণ্ডা কমিছে, হিমপ্ৰবাহ লাহে লাহে কমিব ধৰিছে। আকৌ ৰ'দ উঠিব ধৰিছে। প্ৰত্যেকদিনে নতুন নতুন সাধুবাহিনী, হাতী, ঘোঁৰা আৰু নিচানৰ শোভাযাত্ৰা লৈ দূৰ-দৰান্তৰপৰা আহিব ধৰিছে।

এই প্ৰথম দেখিলো, উলঙ্গ সন্ন্যাসী উন্মুক্ত কৃপাণ হাতত লৈ আহিছে। অসহায় সাধুসকলৰ ৰক্ষাৰ কাৰণে চৈধ্যশ শকত বালানন্দজী সাধুসংৰক্ষণী সশস্ত্ৰ সাধুসেনা-বাহিনী তৈয়াৰ কৰিছিল। আনকি এওঁলোকে বহু সময়ত ৰাষ্ট্ৰৰ যুদ্ধতো অংশ গ্ৰহণ কৰিছিল।

সাধু আৰু মানুহৰ ভিৰত মেলা আকৌ জমি উঠিল। সন্মুখত অমাবস্যা, মৌনী অমাবস্যা, সেইদিনাখন পূৰ্ণকুম্ভ স্নান।

এদিনাখন ৰাতি পাঁচুগোপালে কলে, 'তুমি সকলো কথা লিখিবা, ইয়াৰ সকলো কথা?'

কলো, 'যদি লিখো?'

'মোৰ কথাও লিখিবা?' লক্ষ্য কৰি দেখিলো, পাঁচুগোপালৰ চকুত সেই বলিয়ালিৰ ছায়া। কলো, 'লিখিব পাৰো।'

কোনো নাছিল। তথাপিও চাৰিওফালে এবাৰ চাই কলে, 'তেনেহলে লিখা, মই কৈছো সেইভাবে নহয় কিন্তু। লিখা, যদি

তেওঁ এবাৰ আহি কয়, দেউতা, তুমি মোক ক্ষমা কৰা, তেনেহলে, তেনেহলে মই তেওঁক……'

কণ্ঠ ৰুদ্ধ হ'ল তেওঁৰ। মোৰ ওচৰৰপৰা দপ্‌দপাই গুচি গ'ল। 'তেওঁ' মানে তেওঁৰ ছোৱালী শিউলি। যি তাইৰ বাপেকক এৰি গৈছে, নেজানো তাই ক'ত আছে। কিন্তু মই লিখিলে যদি তাই পাঁচুগোপালক আহি দেউতা বুলি মাতে, তেতিয়াহলে লিখিম। নিশ্চয় লিখিম। লিখি দিম, 'শিউলি। ক'ত তুমি ফুটি উঠিছা, ক'ৰপৰা ইমান গোন্ধ বিলাইছা?' ডাক্তৰ পাঁচুগোপাল পথে পথে বলিয়া হৈ ফুৰিছে। এবাৰ দেউতা বুলি মাতি তেওঁৰ বুকু ভৰাই দিয়াহি।'

মেলা পাগল হৈ উঠিল। যি মানুহৰ সমাগম দেখি ইমানদিন আচৰিত হৈছিলো, এইবাৰ তাতকৈ বহুগুণ বেছি। ভাব হ'ল, মেলাত যেন আৰু মানুহ নধৰে।

অমাবস্যা ওচৰতে। ৰাতিপুৱা বলৰাম আহি হাজিৰ। আহি কলে, 'বলক ঠাকুৰ।'

কলো, 'কলৈকে?'

কলে, 'যলৈকে যাব লাগে।'

বলৰামক দেখি আশ্ৰমৰ সকলো আচৰিত। শুনিলো, সকলোৱে কোৱা-মেলা কৰিছে, ল'ৰাজনে কিবা ঔষধৰ সন্ধানত আছে, নহলে জানো এইবোৰ মানুহৰ লগত কিয়? ব্ৰজবালাইও ভাবিবলৈ আৰম্ভ কৰিছে।

সুধিলো, 'কলৈ? তোমালোকৰ তম্বুলৈ?'

তেওঁ কলে, 'নহয়, ফুৰিবলৈ।'

ওলাই আহিলো। বলৰামে দক্ষিণলৈ যাবলৈ ধৰিলে। লৈ গ'ল, য'ত গৃহবধুৰ লগত দেখা হৈছিল। বুজাত পলম নহ'ল, কিয় বলৰামে টানি লৈ আহিছে।

দুৰৈৰপৰা দেখিলো গঙ্গাৰ পাৰত শ্যামা ঠিয় হৈ আছে। ভৰিৰ ওচৰত ভৰা কলহ। কলহৰ মুখত তিতা কাপোৰ। বুজিলো, গা ধুই ঠিয় হৈ আছে। পিন্ধিছে ৰঙা শাৰী। জানো, তেওঁ দেখা পাইছে। তথাপিও আনফালে মুখ ঘূৰাই আছে।

আপোনা-আপুনি খোজ বন্ধ হৈ গ'ল। কলো, 'বলৰাম, তুমিতো আনন্দৰ বাহিৰে একো নাজানা। তেনেহলে পথৰ মাজত অনাহকত অনাসৃষ্টি কৰি এই নিৰানন্দক কিয় মাতি আনিছা ?'

বলৰামে কলে, 'ঠাকুৰ সঁচাকৈয়ে অনাসৃষ্টি। তেনেহলে চকুপানী জানো সঁচাকৈয়ে অনাসৃষ্টি ? আনন্দত চকুপানী পেলাই কিয় ?'

'ইয়াত সেই আনন্দ ক'ত ?'

'সেয়া। হাঁহি এজনে আনন্দ সৃষ্টি কৰিব বিচাৰিছে, তেওঁক মই বাধা দিওঁ কেনেকৈ ? যিজনে কান্দি কান্দি আনন্দ কৰিব খোজে, তেওঁক ওভোটাই আনো কেনেকৈ ? এই যমুনাপাৰত আপোনালোকে দেখা কৰক, কান্দি উভটি যাওক। মই তাকে চাওঁ। চাই উভটি যাম। সেয়াই মোৰ আনন্দ। পথত আগবঢ়া, এয়াতো মজা। এই আনন্দখিনিয়ে লাভ।'

'এয়া বোধহয় তোমাৰ গুৰুৰ শিক্ষা ?'

'হয়। কিন্তু, তেওঁ কয় এইখিনি বোলে তুখ। যি তুখ মানুহৰ লগ নেৰে। আমি আনন্দ আৰু তুখৰ সতে একেলগে থাকো।'

কৈ হাঁহিলে। আগবাঢ়ি গলো। শ্যামাই উভটি চালে। কিন্তু এয়া কি ? ইমানদিনে অন্য শাৰী পিন্ধি ৰঙীণ হাঁহি হাঁহিছিল। আজি ৰঙা শাৰী পিন্ধিছে অথচ মুখত নীল-যমুনাৰ স্থিৰ আৰু গম্ভীৰ ছায়া। তিতা চুলি মেল খাই পৰিছে। বক্রদৃষ্টিত তেওঁৰ অভিমানভৰা তিৰস্কাৰ। মোলৈ চাই প্রথমে কলে. 'মিছলীয়া !'

এইখিনি কওঁতে তেওঁ প্রয়োজনতকৈ বেছ জোৰ দিব লগা হ'ল। বলৰামে কলে, 'ঠিক। কপট বাক্যত ঠাকুৰ দেখিছা খুব পাকৈত।'

নহঁহাকৈ থাকিব নোৱাৰিলো। শ্যামাৰ অভিযোগ মানিবলগীয়া হ'ল। কলো, 'শুনিলো এদিনাখন তোমালোক বোলে আমাৰ আশ্রমলৈ গৈছিলা।'

মুহূর্ত্ততে ওঁঠ বেকাকৈ শ্যামাই কলে, 'তুমি পলাইছিলা। ভীৰু। কিয় পলাইছিলা ?

কলো, 'পলোৱা নাছিলো। জনা নাছিলো যে তোমালোক আহিবা।'

তেওঁ কলে, 'জানিছিলা। ভয়ত পলাইছিলা।'

'কাৰ ভয়ত ?'

'মোৰ ভয়ত ?'

'তোমাৰ ভয়ত ? কিয় ?'

শ্যামাই মুখ ওভোটাই ললে। মুখখন নেদেখুৱাকৈ কলে, 'মই বেয়া তিৰোতা সেই কাৰণে। তোমাক দুখ দিম, সেই ভয়ত তুমি কথা দিও যোৱা নাছিলা। তুমি আহিছা গুচি যাবা। মইও যাম। মানুহৰ লগত মানুহৰ জানো বন্ধুত্ব নহয় ?'

হাস্যময়ী শ্যামাৰ চকুত যমুনাৰ ঢল। কলে, 'তোমাক দুখ নিদিওঁ, যিমান বেয়া বুলি ভাবিছা, মই সিমান বেয়া নহয়।'

পৰাজয়ে মোক ধিক্কাৰ দিলে। শ্যামাৰ ৰঙা শাৰী নীলা হৈ উঠিল। সেয়া যে বেদনাৰ ৰং। যমুনাৰ কৌশল। যমুনাতীৰৰ বাঁহীয়ে কেতিয়া লোকলজ্জা মানিছে ? সেয়া যে চিৰদিন কলঙ্কৰ ফোঁট কপালত দি হুহুঁৱাইছে, কন্দুৱাইছে। মাত্ৰ বন্ধুত্ব। শ্যামা মোৰ বান্ধৱী। মনে মনে কোনো শঙ্কা নাছিল। প্ৰকাশ্যেই লাজ আছিল, সেইকণো নোহোৱা হ'ল। চাই দেখো, সেই দুৰন্ত ছোৱালী, কি অসহায়। মাতিলো, 'শ্যামা।'

এই প্ৰথম নাম ধৰি মাতিলো। শ্যামাই মোলৈ চালে। কলো, 'ভীৰু নহয়। তোমাক দুখ দিব খোজা নাই।'

শ্যামাই কলে, 'তুমি মোৰ দুখৰ কথা ভাবিছিলা ? মিছলীয়া। তেনেহলে অহা নাছিলা কিয় ?' কথা কওঁতে তেওঁৰ চকু আৰু ওঁঠত হাঁহি দেখা দিলে। কলে, 'যি কেইদিন আছো ইয়ালৈ সদায় স্নান কৰিবলৈ আহিম। আহিবাতো ? আহিব লাগিব।'

মনৰ কথা কব নোৱাৰিলো। নীৰবে স্বীকৃতি দিব লগা হ'ল। বলৰামে কলে, 'ইয়ালৈ আহি এটা হিন্দী গান শিকিছোঁ—

'শুন শুন ৰাধে মৎ যাইহো যমুনাকে তীৰ
বেন্দাবনকে কুঞ্জ গলিমে কৰ পকড়ত মৰি চীৰ।'

এইবাৰ গানৰ সঠিক অৰ্থ বুজি পোৱাত শ্যামাৰ কোনো গোলমাল নহ'ল। এবাৰ বলৰাম আৰু এবাৰ মোলৈ ডিঙি বেঁকাকৈ চালে। নিঃশব্দে হাঁহিলে। তাৰপিছত শ্যামাই কলে, 'বলা।'

'কলৈ ?'

'আমাৰ তালৈকে।'

গলো। দেখিলো, মিছাৰ আশ্ৰয় লব লগা হ'ল। কব লগা হ'ল মোৰ লগত পথত দেখা হৈছিল। সেই কাৰণে মাতি লৈ আহিছে। প্ৰৌঢ়া প্ৰেমবতীয়াই মোক দেখি হাঁহিলে। প্ৰৌঢ়াই কলে, 'সাধুৰ লগত তোমাৰ আশ্ৰমলৈ গৈছিলো। আৰু কিমানদিন আছা ?'

কোনো বিকাৰ নেদেখি আচৰিত হলো। কলো, 'অমাবস্যা চাই যোৱাৰ ইচ্ছা আছে।'

তাৰপিছত বুঢ়াৰ লগত দেখাদেখি হ'ল। সৰ্বনাশ। বৃদ্ধই চিকাৰী বাঘৰ দৃষ্টিৰে চাই আছে। কিন্তু আচৰিত। সোলা মুখেৰে বুঢ়াই হাঁহি সুধিলে, 'খবৰ ভাল ?'

কলো, 'ভাল।'

বুঢ়াই কলে, 'আমাৰ সৰু গৰাকীয়ে তোমাৰ কথা খুব কয়।' তাৰপিছত গুৰুগম্ভীৰ মাতেৰে কলে, 'ভগৱানে তোমাৰ ভাল কৰক।'

কৈ বৃদ্ধই এটি দীৰ্ঘনিশ্বাস পেলাই শূন্যদৃষ্টিৰে দূৰ আকাশৰ ফালে চাই ৰল।

চকু তুলি চাওঁতে দেখিলো শ্যামাই এইফালে চাই আছে।

তাৰপিছত প্ৰায় প্ৰতিদিন দেখা হৈছে। অকল ঘাটত নহয়, নাগাবাসুকিৰ মন্দিৰ, দাৰাগঞ্জৰ বেণীমাধবৰ স্থানত, গঙ্গাৰ আনটো পাৰত, পথাৰৰ কাষত। সকলো সময়তে বলৰাম লগত আছিল। প্ৰৌঢ়া প্ৰেমবতীয়াও এবাৰ-দুবাৰ লগত আছিল। মাত্ৰ পাগলৰ দৰে লক্ষ্মীদাসীয়ে বলৰামৰ পিছে পিছে ঘূৰি ফুৰিছে।

অমাবস্যাৰ আগদিনাখন যমুনাৰ ঘাটত কলো, 'পৰহি যামগৈ।'

শ্যামাই কলে, 'আমিও।' কৈ তেওঁ দূৰৈৰ যমুনাৰফালে চালে। ৰুদ্ধ মাতেৰে কলে, 'মনত থাকিব ?'

'কি ?'

'এই মেলা ?'

'থাকিব।'

শ্যামাই দুৰ্জয় কটাক্ষ হানি কলে, 'মিছলীয়া !'

নহয়, মিছলীয়া নহয়। নাজানা কিহৰে ভৰি ৰ'ল বুকু আৰু মন। এই পৰিপূৰ্ণতা লৈয়ে মোৰ যাত্ৰা। পাহৰিম কেনেকৈ ? বলৰামে কলে, 'মোৰ কি পাবলগীয়া থাকিল ?'

সুধিলো, 'কিহৰ পাবলগীয়া ?'

'আপোনালোকৰ বিদায়ৰ ?'

শ্যামাই কলে, 'মই দিম তোমাক, কালি ৰাতিপুৱা, ইয়াতে। তোমাৰ বাবুজী আহিলে।'

ৰাতিপুৱা যাব নোৱাৰিলো। বহু পলম হ'ল। আশ্ৰম খালি। ভিৰ দেখি আতঙ্ক হলো। কিন্তু এয়াতো ভিৰ নহয়, বলিয়াৰ দৰে সকলোৱে চাৰিওফালে দৌৰিছে। বুকু থপৰিয়াই, চুলি ছিঙি, কাপোৰকানি ফালি চিঞৰি কান্দি কান্দি চাৰিওফালে দৌৰিছে। মৃত্যু। মৰিছে হাজাৰ হাজাৰ।

কি হ'ল ? যিজনকে সোধো তেওঁয়ে ঠেলি আঁতৰি যায়। ভূবাৰ ছিটিকি পৰিলো। মানুহ জানো বলিয়া হৈছে ?

শুনিলো, পেৰেড গ্ৰাউণ্ডৰ হনুমানজীৰ মন্দিৰৰ ওচৰত মৃতদেহৰ স্তূপ জমা হৈছে। সাঁকো পাৰ হব নোৱাৰিলো। ভিৰ আৰু পুলিচৰ কৰ্ডন চাৰিওফালে।

বেলা দহোটাত আহি একবজাত পাৰ হলো। গোটেই মেলা জুৰি মৃত্যু-চিঞৰ। সেই কাহিনী পুনৰ নবঢ়াওঁ।

কিন্তু বলৰামহঁতৰ তম্বু ক'ত ? বলৰাম ক'ত ? সকলো ছিন্ন-ভিন্ন, ভগ্নস্তূপ, চাৰিওফালে সিঁচৰিত। কাকো নাপালো। লক্ষ্মীদাসী, বলৰাম, শ্যামা, এজনকো।

চাৰিওফালে মাত্ৰ মৃতদেহৰ স্তূপ। আগুৰি আছে পুলিচ বাহিনীয়ে। অপৰিচিত নাৰী আৰু পুৰুষ কণ্ঠলগ্ন হৈ পিহি মৰিছে। শিশু চেপা খাই মাকৰ বুকুত লাগি আছে। যি ৰূপ আৰু দেহ লৈ লাজ, বহু সজ্জা সেয়া আজি নীৰৱ, স্পন্দনহীন, স্তূপীকৃত। ৰঙীন ওড়না আৰু চিল্কৰ শাৰী, নাগৰা জোতা আৰু কলিদাৰ পাঞ্জাবী, মূৰৰ টিকুলি আৰু ডিঙিৰ চন্দ্ৰহাৰ, তাৰ লগতে অঘৰীৰ ছিন্ন বেশ, সকলো একাকাৰ। কিন্তু সেই স্তূপত এজনো সাধু নাই।

পুলিচৰ কৰ্ডন ভাঙি মানুহ ওলাই আহিব খুজিছে। বিচাৰিছে বাপেকে পুতেকক, আত্মীয় বন্ধু, সকলোৱে বিচাৰিছে, মাতিছে, পুলিচৰ ভৰিত পৰিছে।

কোনোবা এজনে চিঞৰি চিঞৰি কান্দি কান্দি কৈছে, 'মাতাল সাধুবোৰে এইবোৰ খুন কৰিছে।'

ৰাজপুৰুষবৰপৰা আৰম্ভ কৰি সকলো প্ৰতি সাধাৰণ মানুহৰ ক্ষোভ আৰু ক্ৰোধ ফাটি পৰিছে।

গুচি আহিলো। দেখিলো আশ্ৰমৰ বহুতবে হাত-ভৰি ভাঙিছে। সেই অৱস্থাতে যাবলৈ ব্যস্ত। পলোৱা, পলোৱা। এদিনাখন অহাৰ কাৰণে বলিয়া হৈ উঠিছিল আৰু আজি যোৱাৰ কাৰণে বলিয়া হৈ উঠিছে।

সন্ধ্যা হ'ল। শ শ চিতাৰ জুই প্ৰয়াগৰ আকাশত জ্বলি উঠিছে। জুই লগা বুলি ভুল কৰি বাৰে বাৰে ফায়াৰ ব্ৰিগেডে এলাৰ্ম বজালে। কিন্তু এই চিতাৰ জুই নুমাবলৈ কোনো ফায়াৰ ব্ৰিগেড নাহিল। কাৰ প্ৰতিশোধে এনেকুৱা ৰূপ ললে, কাৰ প্ৰতিদানৰ এনে ভয়ঙ্কৰ মূৰ্তি দেখা দিলে?

ব্ৰজবালাই মাতিলে। চমকি উঠিলো। দেখিলো, তেওঁলোকে যাবলৈ ওলাইছে। কোনোৱে নকলে; মাত্ৰ তেওঁ কলে, 'নো'যোৱা?'

মোনা কান্ধত লৈ কলো, 'বলা।' কিন্তু পেৰেড গ্ৰাউণ্ডলৈ আহি স্থিৰ থাকিব নোৱাৰিলো। ব্ৰজবালাহঁত গুচি গ'ল। আকৌ তালৈকে গলো। নাই, কোনো নাই। মাত্ৰ অপৰিচিত জনতা আৰু পুলিচৰ ভিৰ। উভটি বান্ধত উঠিব খোজোতেই চকুত পৰিল এডাল গছৰ তলত লক্ষ্মীদাসী, লগত কেইজনমান ভীতসন্ত্ৰস্ত বৈষ্ণৱ। বলৰামৰ কথা সুধিব খুজিছিলো।

লক্ষ্মীদাসীয়ে মোক দেখা পাই শান্ত মাতেৰে কলে, 'কিমানবাৰ, কিমানবাৰ বাধা দিছিলো ঠাকুৰ। কিন্তু তেওঁ যে যোৱাৰ কাৰণেই আহিছিল। মই কেনেকৈ ওভোটাই লৈ যাব পাৰিম?'

সুধিলো, 'কি কৈছে বলৰামৰ?'

বৈষ্ণৱ এজনে ফোঁপাই ফোঁপাই কলে, 'বলৰাম সৌ তাতে আছে।' বুলি কৈ চিতাৰ ফালে আঙুলিয়াই দিলে।

বলৰাম নাই? নাই। বলৰামে তেওঁৰ কথাৰ ফুল-বাগিছা লৈ ইয়ালৈ আহিছিল। মালিনী আছিল লক্ষ্মীদাসী। এতিয়া বাগিছা দগ্ধ হৈছে। লক্ষ্মীদাসী ইয়াতেই বহি আছে।

নিজকে স্থিৰ কৰি ৰাখিলো, নিজকে দুহাতে চেপি ধৰি ৰাখিলো। বহু সময় কথা কব পৰা নাছিলো। পিছত কলো, 'বলা, যাওঁগৈ।'

লক্ষ্মীদাসী ঃ 'চিতাৰ জুই শেষ হওক ঠাকুৰ, পিছত যাম।'

তাৰপিছত ফুচফুচাই ক'লে বলৰামৰে এটি গানৰ কলি!

বলৰামৰে গান। মূল গায়নৰ গান। যিজনৰ গান নুশুনিলে লক্ষ্মীদাসীৰ মন্দিৰৰ ঠাকুৰে নাজাগে, মুখ নোতোলে। তেওঁ আকৌ কলে, 'জুই নুমাওক ঠাকুৰ, তাৰ পিছত যাম।'

সেয়ে ভাল। গভীৰ ৰাতি সুধিলো, 'তেওঁলোকৰ মানে শ্যামাইতৰ খবৰ জানা?'

লক্ষ্মীদাসীয়ে কলে, 'আপোনাৰ তেওঁক?'

মোৰ তেওঁ? তেওঁ কলে, 'তেওঁক দেখা নাই। তেওঁৰ লগৰবোৰক দেখিছিলো বুকু থপৰিয়াই কান্দি থকা। একো সুধিব পৰা নাছিলো।'

বুকু থপৰিয়াই কন্দা? মূৰ গুজি বহি থাকিলো। নতুনকৈ পুনৰ কোনো বিভীষিকাই মনক টলাব নোৱাৰিলে। মাত্ৰ ভিতৰখন অস্থিৰ হৈ ৰ'ল।

ৰাতিপুৱাও চিতা নুনুমাল। তথাপিও যাত্ৰা কৰিব লগা হ'ল। উভতি যোৱাৰ স্ৰোতত উটি গলো। অহাৰ কাৰণে মৃত্যু, এইবাৰ যোৱাৰ কাৰণে মানুহে মানুহক পিহি মাৰিছে।

ভিৰৰ মাজত ট্ৰেনৰ ডবা বিচাৰিছিলো। পিঠিৰ মোনাত টান পৰিল।

উভটি চাই দেখো প্ৰৌঢ়া। কলে, 'উঠি আহা।' লক্ষ্মীদাসীক লৈ উঠিলো।

এটা কোণত লক্ষ্মীদাসী বহিল। দেখিলো তেওঁৰ কাষত প্ৰেমবতীয়া, তাৰপিছত পতিয়া, পতিয়াৰ কাষত শ্যামা। প্ৰৌঢ়া আৰু শ্যামাই বগা কাপোৰেৰে সৰ্বাঙ্গ ঢাকি লৈছে।

প্ৰৌঢ়াই উচুপি উচুপি কলে, 'আমাৰ বুঢ়াজন মৰিল।'

উচুপি উঠিল প্ৰেমবতীয়া আৰু পতিয়া। মাত্ৰ শ্যামাৰ মুখখন দেখা নেপালো। গোটেই ডবাটোৱে শোকাকুল হৈ পৰিছে।

ঠাই নাছিল। মাজতে মালৰ ওপৰত বহিব লগা হ'ল। শ্যামাই উভটি চালে। ওৰণী খহি পৰিছে। শিৰ আৰু কপালত সেন্দুৰ নাই।

ৰাতিৰ নিদ্ৰাবিহীন ক্লান্তিৰ ছাপ চকুৰে মুখে। বহু সময় চাই থাকি চকু নমাই ললে। এয়া শ্যামাৰ বিধবাৰ বেশ। তেওঁৰ চকুৰে মুখে ক্লান্তি আৰু বেদনাৰ চিন আছিল, আৰু আছিল অপ্ৰকাশিত এক আচৰিত সুখৰ অনুভূতি সমগ্ৰ মুখমণ্ডলত। বুজিছিলো, তাৰ মাজত বৈধব্যৰ বেদনা ক'ৰবাত ঢাক খাই গৈছে।

বহুসময়ৰ পিছত চকু মুদ খাই আহিছিল। ডিঙিত স্পৰ্শ পাই উভটি চাই দেখো যে শ্যামাৰ হাত। ওঁঠ দুটি এবাৰ কঁপিল। ক'লে, 'আমি পাটনাত নামি আন গাড়ী ধৰিম।'

অকাৰণতেই সুধি পেলালো, 'কিয় ?'

ব্যথিত হাঁহিৰে শ্যামাই ক'লে, 'ঘৰলৈ যাব জানো নেলাগিব ?'

কোনো সঙ্কোচ নকৰাকৈ তেওঁৰ ফালে মুখ কৰি ঘূৰি বহিলো। ক'লো, 'বলৰাম—'

তেওঁ ক'লে, 'জানো। তুমি ঘাটলৈ নাহিলা। তোমাৰ হৈ তেওঁক এটা বস্তু দিছিলো।'

'কি ?'

'মোৰ এটা আঙুঠি।'

নিৰ্বাক হৈ তেওঁৰ ফালে চাই থাকিলো। তেওঁ বিষণ্ণ হাঁহি এটি মাৰি ক'লে, 'কথা এটা কবা ? মোক কি বুলি ভাব হ'ল ?'

'এতিয়াও বুজিব পৰা নাই।'

'মোৰ কিন্তু ভাব হৈছে।'

'কি ?'

'তুমি নিষ্ঠুৰ।'

তেওঁৰ চকুৰ কোণ দুটি সেমেকি উঠিল।

কোনে উত্তৰ দিব ? আজিতো বলৰাম নাই। কথা নহয়, তেওঁ যে গান গাই উত্তৰ দিব পাৰিলেহেঁতেন। তেওঁ আকৌ ক'লে, 'যমুনা পাৰৰ সেই ঘাটলৈ বহুবাৰ অকলে গৈছিলো, বহুবাৰ ভাবিছিলো। তুমি য'লৈকে আহিছিলা। ভাবিছো, কি হ'ল ?'

ক'লো, 'একোৱে নাই।'

তেওঁ ক'লে, 'বহু কিবা। যমুনাৰ ঘাট আৰু মোৰ মনত আছে

সেয়া। এই প্ৰথম আৰু…’ মনে মনে থাকি এইবাৰ সুধিলে, ‘এই শ্যামাক, নতুন বিধবাক তোমাৰ মনত থাকিব ?’

‘থাকিব।’

তেওঁ আকৌ মোক ক’লে, ‘মিছলীয়া! তুমি বৰ মিছলীয়া।’

কওঁতে কওঁতে তেওঁৰ ডিঙিৰ মাত কন্ধ হ’ল।

আৰু মনৰ মাজত মাত্ৰ জাগি উঠিল এটা কথা, আজি বলৰাম নাই। নাই। তেওঁৰ বাহিৰে যে মোক সত্যবাদী বুলি কোৱাৰ আন কোনো নাই।

পাটনা পালো। প্ৰৌঢ়াই ক’লে, ‘যাওঁ।’

প্ৰেমবতীয়া, পতিয়াই প্ৰথম কথা ক’লে, ‘যাওঁ।’ শ্যামাই চালে, ওঁঠ দুটি কঁপি উঠিল। কি ক’লে নুবুজিলো। তাৰপিছত বগা কাপোৰেৰে ওৰণী টানি নামি গ’ল। বহু কথা মনৰ ভিতৰত ছটফটাই উঠিল। একোৱে কব নোৱাৰিলো। মাত্ৰ চাই থাকিলো। যিমান সময় গাড়ী ৰৈ থাকিল, প্লেটফৰ্মৰ ওপৰৰপৰা নতুন বিধবাই মাত্ৰ অন্ধ চকুৰে চাই ৰ’ল।

পেচেঞ্জাৰ গাড়ী। পিছদিনাখন ৰাতিপুৱা বৰ্ধমান পালেহি। প্ৰায় চব্বিশ ঘণ্টা। গাড়ী সলনি কৰিব লাগিব, লক্ষ্মীদাসীও নামি গ’ল। ভৰিত হাত দি ক’লে, ‘ঠাকুৰ।’

লগে লগে ভৰি আঁতৰাই লৈ ক’লো, ‘কোৱা।’

আচৰিত! তেওঁ গান গাই উঠিল। লক্ষ্মীদাসীৰ ডিঙিৰ মাতো মিঠা। তেওঁ যে বলৰামৰ গুৰু। গুণ্‌গুণাই গালে—‘তোমাৰ মনৰ জুই কোনোৱে নুবুজিলে…’

তেওঁ চকু মুদি গাবলৈ ধৰিলে। দুচকুৰে পানী ববলৈ ধৰিলে। মন্দিৰৰ ৰাধাৰাণী আজি মূল গায়নৰ অভাৱত নিজে গাই কান্দিছে। তেওঁৰ সঙ্গীসকলে আগুৰি ধৰিলে।

মোৰ গাড়ী আহিল। আঁতৰি আহিলো। অমৃতৰ সন্ধানত গৈছিলো। কি লৈ উভটি আহিলো নেজানো। মাত্ৰ যিকালে চাওঁ, সেইকালেই শূন্য। সকলোৰে কথা, সকলোৰে মুখবোৰ এখন এখনকৈ মনত পৰিছে।

সেই চিনাকি শোভাযাত্ৰাৰ মাজেদি নীৰৱ চিনাকি গাঁৱৰ পথেদি ঘৰলৈ আহিছো। এঠাইত ঘূৰিব খুজিছিলো। কোনোবা এজনে সুধিলে, 'উভটি আহিলা, অলপ ৰবা।'

কোন? এগৰাকী মানুহ। তেওঁ কিয় ৰবলৈ ক'লে? আৰু যে পথত ঠিয় হৈ থাকিব নোৱাৰো।

তেওঁ কথা কয়। কিন্তু ওৰণীৰ তলৰপৰা হলে মুখ নেদেখুৱায়। এহাতমান ওৰণী টানি কাষত এটি কলহ লৈ উভটি আহিল। ক'লে, 'জোতা খোলক।'

'কিয়?'

'খোলক না।'

খুলিলো। একলহ পানী ভৰিত ঢালি দি ক'লে, 'তীৰ্থক্ষেত্ৰৰপৰা আহিল। ভৰি ধুৱাই দিব লাগে, এয়েই নিয়ম।'

চেঁচা পানীৰ স্পৰ্শত গোটেই শৰীৰ জুৰ পৰি গ'ল। আৰু তেতিয়ালৈ সকলো চকুৰ সমুখত ধুসৰ হৈ আহিল।

যাত্ৰাৰ শেষ ক'ত? ঘৰৰ ওচৰলৈ আহি পাওঁতেও আৰু এজনীয়ে মোক নতুন অমৃত-সন্ধানৰ জলধাৰা ভৰিত দিলে।

সন্ধানৰ জানো শেষ আছে?

